# হেম বৰুৱা

সম্পাদক

যোগেশ দাস

১৯৭৯




অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ভৱন
যোৰহাট, অসম

HEM BARUA: A collection of critical studies on the life and activities of the Late Hem Barua as political leader, social worker, poet, litterateur and teacher, edited by Jogesh Das and published by Sri Lila Gogoi, General Secretary, Asam Sahitya Sabha, Chandrakanta Handique Bhavan, Jorhat-1. 10 February 1979.

---

প্ৰকাশ :
শ্ৰীলীলা গগৈ এম. এ.,
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা,
চন্দ্ৰকান্ত সন্দিকৈ ভৱন,
যোৰহাট-১ ।

প্ৰথম প্ৰকাশ,
১৯৭৯ ইং ।

প্ৰচ্ছদ-শিল্পী : ত্ৰৈলোক্য দত্ত ।

মূল্য : ১০ টকা

মুদ্ৰক :
প'লাৰ্ড,
গুৱাহাটী-৭৮১০০৩

# আগকথা

হেম বৰুৱা অসমৰ ৰাজহুৱা জীৱনত এটি অতি জনপ্ৰিয় নাম। কাব্য-সাহিত্য চৰ্চাৰে পৰা দিল্লীৰ ৰাজনৈতিক মহললৈকে চাঞ্চল্য সৃষ্টিকাৰী হেম বৰুৱাৰ প্ৰতিভা বহুমুখী আৰু বৰঙনিও প্ৰভূত। ১৯৭৭ চনৰ এপ্ৰিল মাহৰ ৯ তাৰিখে হেম বৰুৱাই ইহ জগতৰ পৰা মেলানি মাগিলে। অসম সাহিত্য সভাৰ এগৰাকী বিশিষ্ট প্ৰাক্তন সভাপতি ৺বৰুৱাৰ স্মৃতিত এখনি স্মৃতিগ্ৰন্থ প্ৰকাশ কৰিবলৈ সিদ্ধান্ত কৰা হৈছিল। 'হেম বৰুৱা' উক্ত সিদ্ধান্তৰে ফল। পুথিখনৰ সম্পাদক অধ্যাপক যোগেশ দাস আৰু অসম সাহিত্য সভাৰ কৰ্মকৰ্ত্তাসকললৈ আন্তৰিক কৃতজ্ঞতা জনাইছোঁ।

চন্দ্ৰকান্ত সন্দিকৈ ভৱন,
যোৰহাট।
২৫-১-৭৯

শ্ৰীলীলা গগৈ
প্ৰধান সম্পাদক,
অসম সাহিত্য সভা।

## সম্পাদকৰ দুআষাৰ

হেম বৰুৱা যে এটা স্মৰণীয় নাম হৈ থাকিব এই বিষয়ে সন্দেহ নাই। ১৯৭৭ চনৰ এপ্ৰিলত তেওঁৰ মৃত্যুৰ সময়ত এখন বাতৰি কাকতে তেওঁক এজন সিংহ পুৰুষ আখ্যা দিছিল। সঁচাকৈয়ে সামাজিক, ৰাজনৈতিক, সাহিত্যিক আৰু ব্যক্তিগত জীৱনত এক অসাধাৰণ বলিষ্ঠ দৃষ্টিভঙ্গী প্ৰদৰ্শন কৰি হেম বৰুৱাই জনমানসত নিজৰ প্ৰভাৱ পেলাই যাব পাৰিছিল। বিশ্বৰ বহু মহৎ লোকৰ দৰেই তেওঁও অতি সাধাৰণ অৱস্থাৰ পৰা নিষ্ঠা, অধ্যবসায় আৰু অধ্যয়নৰ দ্বাৰা সুউচ্চ শিখৰলৈ উঠি যাবলৈ সক্ষম হৈছিল। একে আষাৰে নিষ্ঠা আছিল তেওঁৰ চৰিত্ৰৰ প্ৰধান বৈশিষ্ট্য। বি. বৰুৱা কলেজৰ শিক্ষক আৰু অধ্যক্ষ ৰূপে, তেওঁৰ ৰাজনৈতিক দলৰ সভ্য ৰূপে, সংসদৰ সদস্য ৰূপে, সাহিত্যৰ পাঠক আৰু লেখক ৰূপে, ৰাইজৰ সেৱক ৰূপে, আনকি গৃহস্থ ৰূপেও তেওঁৰ একনিষ্ঠতা সম্বন্ধে প্ৰশংসাৰ বাহিৰে আন কথা কবলৈ একো নাই। এই সকলো দিশতে তেওঁ তেওঁৰ ব্যক্তিত্বৰ ছাপ মচিব নোৱাৰাকৈ পেলাই থৈ গৈছে। আনহাতে নিজৰ কিবা ত্ৰুটি-বিচ্যুতি থাকিব পাৰে বুলিও যে তেওঁ সজাগ আছিল এই কথাইও তেওঁৰ চাৰিত্ৰিক মহত্বকে সূচায়।

ৰাজহুৱা জীৱনত হেম বৰুৱাই যেনেকৈ মহৎজনৰ আৰ্হি লবলৈ যত্ন কৰিছিল তেনেকৈ নিজেও সদায় আদৰ্শ হৈ থাকিবলৈ চেষ্টা কৰিছিল। কলেজত তেওঁৰ ছাত্ৰ আৰু সহকৰ্মীসকলে জানিছিল এহাতে তেওঁ যেনে ৰসিক আছিল আনহাতে তেনে কঠোৰ নিয়মানুবৰ্তীও আছিল। ৰাজনৈতিক জীৱনতো এক আদৰ্শত অবিচলভাৱে বিশ্বাসী হৈ থাকি তেওঁ সহকৰ্মীসকলৰ মাজত অনুপ্ৰেৰণা যোগাইছিল। এই কাৰণেই নিশ্চয় তেওঁৰ বিৰুদ্ধবাদী ৰাজনৈতিক নেতাসকলেও তেওঁক শ্ৰদ্ধাৰ চকুৰে চাইছিল। উত্তৰ কামৰূপৰ বানপানীৰ সময়ত দুৰ্গতসকলক এষাৰ সহানুভূতিৰ মাত দিবলৈ গলে তেওঁলোকে বুজিছিল হেম বৰুৱাই তেওঁলোকক কেতিয়াও নেৰে। অসমৰ সমূহ ৰাইজেও বুজিছিল যে ৰাজ্যখনৰ যি কোনো সমস্যাতে হেম বৰুৱাক পোৱা যাবই। স্বাধীনতাৰ ঠিক পৰৱৰ্তী কালৰ সমাজ আৰু সাহিত্যৰ ক্ষেত্ৰত হেম বৰুৱা আছিল নবীনসকলৰ আদৰ্শ স্বৰূপ।

অসম সাহিত্য সভাৰ ঊনচত্বাৰিংশ ধুবুৰী অধিবেশনত (১৯৭২ চন) হেম বৰুৱাই সভাপতিত্ব কৰিছিল। তেতিয়া তেওঁৰ শৰীৰ পৰি আহিছে। ইতিপূৰ্বেই বহুবাৰ তেওঁলৈ এই ভাৰ গ্ৰহণৰ প্ৰস্তাৱ আহিছিল, কাৰণ স্বাধীনতাৰ পৰৱৰ্তী কালৰ অসমীয়া সাহিত্যৰ গতি-প্ৰকৃতি নিৰ্ণয়ত এক মুখ্য ভূমিকা গ্ৰহণ কৰাৰ উপৰি হেম বৰুৱাই এজন লেখক ৰূপেও তেতিয়া নিজকে সুপ্ৰতিষ্ঠিত কৰিছে, কিন্তু প্ৰত্যেক বাৰেই বিনয় সহকাৰে তেওঁ সেই প্ৰস্তাৱ প্ৰত্যাখ্যান কৰি গৈছিল তেওঁৰ অগ্ৰজ সাহিত্যিকসকলৰ অনুকূলে। শেষত যে তেওঁ সাহিত্য সভাৰ কৰ্ণধাৰ হবলৈ সন্মতি দিলে তাৰ দ্বাৰা সভাৰ সভ্যবৃন্দৰ আশা পূৰণ কৰিলে আৰু সভাকো সন্মানিত কৰিলে। অৱশ্যে ইয়াতকৈ আগতে এই ভাৰ গ্ৰহণ কৰা হলে তেওঁ সাহিত্য সভাক আৰু বেছি সক্ৰিয়ভাৱে নেতৃত্ব দিব পাৰিলেহেঁতেন। এইটো সভাৰেই দুৰ্ভাগ্য বুলিব লাগিব। তথাপিও সদৌ অসমবাসীৰে সৈতে সাহিত্য সভায়ো তেওঁৰ অৱদানৰ কথা শ্ৰদ্ধা আৰু কৃতজ্ঞতাৰে সৈতে চিৰদিন স্মৰণ কৰিব।

হেম বৰুৱাৰ মৃত্যুৰ পিছত তেওঁৰ সামাজিক তথা সাহিত্যিক কৃতিসমূহৰ বিষয়ে আলোচনা কৰি এখনি স্মৃতিগ্ৰন্থ প্ৰণয়ন কৰিবলৈ সাহিত্য সভাই সিদ্ধান্ত কৰে আৰু এই গ্ৰন্থ যুগুত কৰিবলৈ আমাৰ ওপৰত দায়িত্ব দিয়ে। শ্ৰীআব্দুছ ছাত্তাৰ চাহাব সভাৰ প্ৰধান সম্পাদক থকা কালতে (১৯৭৮) গ্ৰন্থখনি প্ৰকাশ হৈ ওলাব লাগিছিল। কিন্তু আঁচনি কৰি লোৱা মতে যথা সময়ত প্ৰবন্ধ-পাতি সংগ্ৰহ কৰি লব নোৱাৰাৰ ত্ৰুটি আমি ইয়াত স্বীকাৰ কৰিছো। সেই বাবেই এবছৰ পলমকৈ এইবাৰৰ বাৰ্ষিক গুৱালকুছি অধিবেশনৰ সময়ত (১৯৭৯) গ্ৰন্থখনি আমি ৰাইজৰ আগত দাঙি ধৰিছো। এতিয়াও আমি আশা কৰা মতে সকলো প্ৰবন্ধ নাপালো। সেই বাবে হয়তো "হেম বৰুৱা" গ্ৰন্থখন আশানুৰূপ হৈ উঠা নাই। সেই বুলি আমি লেখক-লেখিকা-সকলক দোষ দিব খোজা নাই। কোনো কোনোৱে ব্যস্ততা হেতু আমাক লেখা দিব নোৱাৰিলে। বাকীসকলে সময়ৰ নাটনি সত্বেও অশেষ কষ্ট স্বীকাৰ কৰি আমাক সহায় কৰিলে। এইখিনিতে সকলো প্ৰবন্ধকাৰৰ ওচৰত আমি আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিছো।

দিহা-পোহা দিয়া, সা-সমলৰ যোগান ধৰা, নানান সংবাদ যোগোৱা আদি বিষয়ত বহুজনলৈকে সম্পাদকে কৃতজ্ঞতা জনাইছে। বিশেষকৈ হেম বৰুৱা

পৰিয়ালৰ শ্ৰীমতী অণু বৰুৱা, শ্ৰীমান টুমন বৰুৱা, শ্ৰীমান অজন বৰুৱা, অধ্যাপক শ্ৰীপ্ৰফুল্লকুমাৰ বৰুৱা আৰু শ্ৰীজিতেন্দ্ৰকুমাৰ বৰুৱাক ধন্যবাদ জনালো। গ্ৰন্থখনিৰ আঁচনি কৰিবৰ সময়ত আৰু নানান দিশৰ পৰা দিহা-পৰামৰ্শ দিয়াত সাহিত্য সভাৰ প্ৰাক্তন প্ৰধান সম্পাদক ডঃ হেমন্তকুমাৰ শৰ্মা আৰু খ্যাতিমান সাহিত্যিক অধ্যাপক শ্ৰীনন্দ তালুকদাৰৰ কথা শ্ৰদ্ধা আৰু স্নেহেৰে সুঁৱৰিছো। আমাৰ প্ৰধান সম্পাদক শ্ৰীলীলা গগৈ আৰু কোষাধ্যক্ষ অধ্যাপক শ্ৰীনগেন শইকীয়াই সততে আমাক এই কামত সহায় কৰি আহিছে। আমাৰ গুৱাহাটী কাৰ্য্যালয়ৰ শ্ৰীঅনন্ত তালুকদাৰ আৰু শ্ৰীতুলাল ডেকায়ো গ্ৰন্থখনিৰ নানান কামত আমাক সহায় কৰি দিছে। সদৌ শেষত প'লাৰ্ড প্ৰেছৰ কৰ্মীসকলৰ সহযোগিতাৰ কথাও ধন্যবাদেৰে ইয়াতে স্বীকাৰ কৰিলো—ছপা কৰা আৰু কণী দিয়াৰ প্ৰতিযোগিতাত আমি যে হাৰ মানিবলৈ বাধ্য হলো এই কথাও কৈ থলো। প'লাৰ্ডৰ শ্ৰীপ্ৰদীপ বৰুৱাৰ অকুণ্ঠ সহায়-সহযোগ আৰু দিহা-পৰামৰ্শৰ কথা আমি পাহৰিব নোৱাৰো।

যোগেশ দাস

লাচিত নগৰ,
গুৱাহাটী ৭,
১০।২।৭৯ ইং।

# সূচীপত্র

## প্ৰথম খণ্ড



## দ্বিতীয় খণ্ড



## তৃতীয় খণ্ড

# হেম বৰুৱা

এটি জীৱনালেখ্য

শ্ৰীনন্দ তালুকদাৰ

হেম বৰুৱা একেৰাহে সাহিত্যিক, শিক্ষাবিদ আৰু ৰাজনীতি-বিদ। অসমীয়া সাহিত্যৰ ভৰাঁল টনকিয়াল কৰিবলৈ ইংৰাজী আৰু অসমীয়া ভাষাত বিধে বিধে কবিতা, ভ্ৰমণ কাহিনী, আলোচনা গ্ৰন্থ ৰচনা কৰা এইজনা সাহিত্যিকৰ ৰচনাৰ সংখ্যা ডেৰ কুৰিখন।

স্কুলীয়া ছাত্ৰাৱস্থাতে জাতীয় আন্দোলনত অংশ গ্ৰহণ কৰি বিয়াল্লিছৰ বিপ্লৱৰ সময়ত কাৰাগাৰৰ চাৰিবেৰৰ মাজত আবদ্ধ হৈ স্বাধীনতা লাভৰ পিছত সমাজবাদী আন্দোলনত জপিয়াই পৰি সংসদী ৰাজনীতিতো সমাজবাদী নেতা স্বৰূপে স্বীকৃতি লাভ কৰা একমাত্ৰ অসমীয়া ৰাজনীতিবিদ হেম বৰুৱা। ৰাজনীতিৰ পাশা-খেলত জয় পৰাজয় হলেই লুটিবাগৰ দি সুবিধা ভোগ কৰিব বিচৰা বিধৰ ৰাজনৈতিক নেতা হেম বৰুৱা নাছিল। সেয়েহে ভাৰতীয় ৰাজনীতিত হেম বৰুৱাৰ স্থান আছিল আগ শাৰীত। জীৱনৰ বিভিন্ন ক্ষেত্ৰত জয় পৰাজয় বৰণ কৰা সৰ্বজন প্ৰিয় নেতা হেম বৰুৱা মানুহ হিচাপে সহজ সৰল, অনাড়ম্বৰ, ৰসিক আৰু অমায়িক। কৰ্মময় জীৱনত জাপ জাপ কিতাপ পঢ়ি পাণ্ডিত্যেৰে ভাৰাক্ৰান্ত হলেও সৰ্বসাধাৰণৰ লগত কথা পাতোতে হেম বৰুৱা এজন সহজ সৰল মানুহ, সৰ্বসাধাৰণৰে এজন।

ইউৰোপ, আমেৰিকা, ৰুছদেশ, দক্ষিণ-পূব এচিয়া আদি বিশ্বৰ কমনৱেলথ দেশত শিক্ষাবিদ, ৰাজনীতিবিদ হিচাপে ভ্ৰমণ কৰি

তেওঁ নানান অভিজ্ঞতা সঞ্চয় কৰিছিল; তথাপি হেম বৰুৱা এজন অনাড়ম্বৰ ব্যক্তি। সংসদৰ মজিয়াত তেওঁ অকল অসমৰ কথাৰেই যে সংসদৰ দৃষ্টি আকৰ্ষণ কৰিছিল এনে নহয়, সমগ্ৰ ভাৰতবৰ্ষ আৰু বিশ্বৰ যিকোনো গুৰুত্বপূৰ্ণ সমস্যাতে সক্ৰিয় অংশ গ্ৰহণ কৰি তেওঁ সকলোৰে দৃষ্টি আকৰ্ষণ কৰিব পাৰিছিল।

মুখত এমোকোৰা তামোল লৈ আঠুলৈকে বৈ পৰা দীঘল পাঞ্জাবী আৰু দগধা খদ্দৰৰ ধুতি পিন্ধি চেণ্ডেল চোচোৰাই চোচোৰাই 'ক্যা খবৰ ভালে আছা' বুলি যাকে তাকে আলিবাটত মাত লগাই ফুৰা হেম বৰুৱাৰ এসময়ৰ মূৰ্তিটি চিৰ পৰিচিত ছবি। যোৱা চাৰি বছৰ ধৰি হেম বৰুৱাক কোনোৱে তেনে ৰূপত দেখা নাছিল।

বহু সময়ত কথা শুনি শুনি উঠিব খুজিলেই 'আৰু পাঁচ মিনিট বহাঁ' বুলি শেষ নোহোৱা আৰু ভালেখিনি সময় বহুৱাই ৰখা নাইবা কথাষাৰি শেষ কৰি তামোলৰ পিক পেলাবলৈ গলে সেই সময়তে উঠিব পাৰে বুলি বাক্যষাৰি শেষ নকৰাকৈ পিক পেলাই আহি ধপাত অকণ মুখত লৈ আঙুলিৰ মাজত ধপাতৰ ঠাৰি ডাল ধৰি পুনৰ কিছুসময় বহুৱাই সংসদৰ নাইবা দেশ ভ্ৰমণৰ নানান ৰস লগা কথা শুনোৱা হেম বৰুৱা শেষ জীৱনত হৈ পৰিছিল বাক-শক্তি ৰুদ্ধ, স্থবিৰ।

এদিন হেম বৰুৱাৰ ভাষণে নবীন বৰদলৈ হলৰ পৰা সংসদ ভবনলৈ কঁপাই তুলিছিল। জনাকীৰ্ণ সভাত সকলোৱে আগ্ৰহ আৰু উৎকণ্ঠাৰে বৈ থাকে হেম বৰুৱাৰ ভাষণ শুনিবলৈ।

সাধাৰণ সাজ-পাৰেৰেই হেম বৰুৱা এজন সভা শুৱনি পুৰুষ। বিৰল সৰলতাই তেওঁক কৰিছিল স্বভাৱ সুন্দৰ। এই গৰাকী সিংহ পুৰুষ বচনে শুৱনি হেম বৰুৱা শেষ জীৱনত হ'ল বাক্‌শক্তি ৰুদ্ধ, অলৰ অচৰ।

এইজনা মানৱ দৰদী, নিস্বাৰ্থ দেশ প্ৰেমিক, ক্ষমতা আৰু লোভৰ

উৰ্দ্ধত থকা হেম বৰুৱাৰ ৰাজনৈতিক সত্তা আছিল শিৰৰ ভূষণ।

হেম বৰুৱাৰ জন্ম ১৯১৫ খৃষ্টাব্দৰ ২২ এপ্ৰিলত উত্তৰ গুৱাহাটীৰ মধ্যম খণ্ডৰ বিখ্যাত ভঁৰালী বৰুৱাৰ বংশত। তেওঁলোকৰ বংশৰ আদি পুৰুষ গদাধৰ উপাধ্যায়। এই বংশৰে কৃষ্ণৰাম বৰভণ্ডাৰ বৰুৱা ইংৰাজ আমোলৰ এগৰাকী প্ৰবল প্ৰতাপী লোক আছিল। তেওঁৰ দুজন পুত্ৰ ঈশৰাম আৰু বিজয় ৰাম শৰ্মাবৰুৱা। বিজয় ৰামৰ দুজন পুত্ৰ ভোলাৰাম আৰু বিনন্দী ৰাম শৰ্মাবৰুৱা। বিনন্দী ৰাম শৰ্মাবৰুৱাই হেম বৰুৱাৰ পিতৃ।

বিনন্দী ৰাম শৰ্মাবৰুৱা সৰুৰে পৰা চোকা বুদ্ধিৰ লৰা। তেওঁ গুৱাহাটী কলেজিয়েট হাইস্কুলত সপ্তমমান শ্ৰেণীলৈ পঢ়িছিল। সৰুতে মাক-দেউতাকৰ মৃত্যু হোৱাত তেওঁলোক আনৰ আশ্ৰয়ত ডাঙৰ-দীঘল হব লগা হৈছিল। পঢ়িবৰ ইচ্ছা থকা সত্বেও সুবিধা নাপাই এদিন তেওঁ উজনিমুৱা জাহাজত উঠি তেজপুৰ পালেগৈ।

তেজপুৰত প্ৰথমে তেওঁ ডাক পিয়নৰ চাকৰিত সোমাল। পিছত জাহাজ ঘাটৰ টিকট ক্লাৰ্ক নিযুক্ত হ'ল, আৰু পিছলৈ তেওঁৰ ছাব এজেণ্ট পদলৈ পদোন্নতি হৈছিল। তেজপুৰৰ উপৰিও, বিশ্বনাথ ঘাট, বিহালি আৰু গমিৰি ঘাটত তেওঁ ছাব এজেণ্ট স্বৰূপে কাৰ্য্য নিৰ্বাহ কৰিছিল। গমিৰি ঘাটত তেওঁ ঘৰ-দুৱাৰ কৰি বাস কৰিছিল। তেওঁৰ পত্নী পদ্মলোচনী দেৱী শিৱসাগৰৰ বংশীধৰ মজিন্দাৰ বৰুৱাৰ কন্যা। তেওঁলোকৰ প্ৰথম পুত্ৰ হেম বৰুৱাৰ জন্ম তেজপুৰত। হীৰাবালা বৰুৱা, নৰকান্ত বৰুৱা, জিতেন্দ্ৰ কুমাৰ বৰুৱা (সোণা), প্ৰফুল্ল কুমাৰ বৰুৱা (চিকু), ভানুমতী বৰুৱা, আদৰ মালতী শৰ্মা আৰু আইভি বৰুৱা তেওঁলোকৰ আন আন সন্তান।

সাতটি ভাই-ভনীৰ মূৰত ভৰি দি জন্মলাভ কৰা হেম বৰুৱা আছিল পৰিয়ালৰ সকলোৰে আলাসৰ লাডু। তেওঁৰ বাল্যকাল

নানান শিশুসুলভ দুষ্টালিৰে ভৰা। তাৰ বাবে পিতৃৰ পৰা পাব লগা হৈছিল কঠোৰ শাসন।

হেম বৰুৱাৰ পঢ়াশলীয়া শিক্ষা আৰম্ভ হৈছিল মোমায়েকৰ ঘৰত থাকি যোৰহাটৰ তৰাজান পাঠশালা স্কুলত। ১৯২৪ খৃষ্টাব্দত তেওঁ এইখন স্কুলৰ পৰাই প্ৰাথমিক শিক্ষা শেষ কৰি যোৰহাট টাউন এম-ই স্কুলত ভৰ্তি হয়। টাউন এম-ই স্কুলখনেই বৰ্ত্তমান শঙ্কৰদেৱ চেমিনাৰী। উক্ত স্কুলৰ চতুৰ্থমান শ্ৰেণীত পঢ়ি থাকোতে মাজতে এবাৰ প্ৰবল ইচ্ছা হ'ল পঢ়া-শুনা এৰি দোকান খুলি মহাজন হোৱাৰ। এদিন তেওঁ ৰাজ আলিৰ কাষত পেকিং বাকচ এটিৰ ওপৰত পুৰণা বাতৰি কাকত এখন পাৰি লৈ আৰম্ভ কৰিছিল ব্যৱসায়। দোকানৰ সামগ্ৰী বাৰীৰ কল, তামোল-পাণ, মোমায়েকে স্কুলৰ পৰা অনা পেন্সিল, নিব, কাগজ আৰু বুঢ়ী মাকে ঘৰতে ভাজি দিয়া আখৈ। বুঢ়ী মাকৰো হেপাহ বেহা-বেপাৰ কৰি নাতি লৰা ধনী হ'ব আৰু দেউতাকৰ ঘৰৰ অৱস্থা টনকিয়াল কৰিব। কিন্তু তেওঁৰ লৰালিৰ হেপাহ মনৰ মাজতে মাৰ গ'ল। দেউতাকে আহি পুনৰ ধৰি-বান্ধি স্কুলত ভৰ্তি কৰি দিলেগৈ।

আনকি এদিন হেনো মোমায়েকেও কৈছিল, "ভিনদেউ, ইয়াক লৈ যাওক। পাৰিলে সেই পিনেই বাগিছাই চাগিছাই কাম এটাত সুমাই দিয়ক।" মোমায়েকে হয়তো ভাবিছিল পঢ়ি-শুনিনো কি হ'ব, তাতকৈ এতিয়াই বাগিছাৰ কামত সোমালে সময়ত গৈ বৰ কেৰাণী হবগৈ, আৰু ঘৰৰ অৱস্থাও জয়-জয় ময়-ময় হ'ব। অৱশ্যে তেওঁ বাগিছাত সোমোৱলগীয়া নহল। ১৯২৮ খৃষ্টাব্দত উক্ত স্কুলৰ পৰাই প্ৰথম বিভাগত ইংৰাজীত ডিষ্টিংচন পাই এম-ই পৰীক্ষাত উত্তীৰ্ণ হ'ল। ইয়াৰ পিছত তেওঁ যোৰহাট মিশ্যন হাইস্কুলত পঢ়িছিল। কিন্তু সৰহ দিন যোৰহাটত

নপঢ়ি তেজপুৰ চৰকাৰী হাইস্কুলত নাম লগালেগৈ। ১৯৩২ চনত তেজপুৰ চৰকাৰী হাইস্কুলৰ পৰাই প্ৰৱেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়।

তেজপুৰত ছাত্ৰসকলৰ অনুষ্ঠান আছিল উষা ছাত্ৰ সভা। প্ৰতি দেওবাৰে সভা বহিছিল। হেম বৰুৱা উষা ছাত্ৰ সভাৰ এজন নিয়মীয়া সভ্য। এদিন তেওঁৰ আকস্মিক বক্তৃতাৰ পাল পৰিল 'দুৰ্যোধন' । তেওঁৰ লাজকুৰীয়া স্বভাৱৰ বাবে একো ক'ব নোৱাৰিলে।

হাইস্কুলৰ নৱমমান শ্ৰেণীত পঢ়ি থাকোতে ১৯৩০ চনত তেওঁ এবাৰ এটি শোভাযাত্ৰাত অংশ গ্ৰহণ কৰা বাবে পুলিচৰ হাতত মাৰ খাব লগা হৈছিল। তেতিয়া স্বাধীনতা আন্দোলনৰ পূৰ্ণ পয়োভৰ। এই কাৰ্য্যৰ বাবে তেওঁৰ অন্তৰত জাতীয় ভাব তীব্ৰ হৈ উঠিছিল।

তেওঁ উচ্চ শিক্ষা লাভ কৰিছিল কটন কলেজত। কটন কলেজৰ পৰাই ১৯৩৪ খৃষ্টাব্দত প্ৰথম বিভাগত আই এ আৰু ১৯৩৬ খৃষ্টাব্দত ইংৰাজী সাহিত্যত দ্বিতীয় শ্ৰেণীৰ অনাৰ্চ সহ বি এ ডিগ্ৰী লাভ কৰিছিল। কটন কলেজত পঢ়া কালছোৱাত হেম বৰুৱাই এজন তৰ্ক প্ৰতিযোগী স্বৰূপে সুনাম অৰ্জন কৰিব পাৰিছিল। কলেজলৈ অহাৰ পূৰ্বতে তেওঁ জোতা পিন্ধা নাছিল। কলেজলৈ আহিহে জোতা পিন্ধে। কলেজৰ দ্বিতীয় বাৰ্ষিকত পঢ়োঁতে এখন নিৰ্বাক কথাছবি চাইছিল। এনেকুৱাই আছিল সেই দিনৰ পৰিবেশ।

হেম বৰুৱাই এম এ পঢ়িছিল কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত। ১৯৩৮ চনত তেওঁ ইংৰাজী সাহিত্যত দ্বিতীয় শ্ৰেণী লাভ কৰি এম এ ডিগ্ৰী লাভ কৰিছিল। একালত যোৰহাটত ডুষ্ট ল'ৰা বুলি খ্যাত, ভাল মানুহৰ চোহদত খেলিবলৈ যাওঁতে গিৰিহঁতে

হুহু খেদা দিয়া, স্কুললৈ গৈ গছত উঠি থকা, মোমায়েকে উপায় নাপাই চাহ বাগিছাত চাকৰি কৰিবলৈ পৰামৰ্শ দিয়া ল'ৰাটো আৰু সৰহ কাল ছুষ্ট ল'ৰা হৈ নাথাকি সুখ্যাতিৰে বিশ্ববিদ্যালয়ৰ শেষ পৰীক্ষাত উত্তীৰ্ণ হ'ল।

আন দহজন পিতৃৰ দৰে হেম বৰুৱাৰ পিতৃয়ে ভাবিছিল বৰ পুত্ৰ পঢ়ি-শুনি হাকিম মুন্সিফ কিবা এটা হব। হাকিম হলে চাহাবী সাজ পিন্ধিবলৈ দেউতাকে ছকুৰি টকা ৰূপ উলিয়াইও দিছিলে। তেওঁ কিন্তু সেই টকাৰে 'ছুট' নিচিলাই কিনিলে কেইখনমান বছা বছা ইংৰাজী কিতাপ।

দেউতাকে এবাৰ ওচৰৰে সম্বন্ধীয় মানুহ এজনক সোৱঁৰণীখন দেখুৱাই জানিব বিচাৰিলে বৰপুত্ৰ হাকিম হব পাৰিব নে নোৱাৰে। কিন্তু তেওঁ সোৱঁৰণী চাই ক'লে, "তেওঁ হাকিমতো নহয়েই, বহুদিনলৈকে চাকৰি-বাকৰি একো নহয়।" এই কথাত দেউতাক বৰ ক্ষুণ্ণ হৈছিল।

এম এ পাচ কৰাৰ পিছত বহুদিনলৈকে হেম বৰুৱা কামকাজ নোহোৱা নিবহুৱা ডেকা। নিবহুৱা হৈ বহি থকা কালছোৱাতে জন্ম হল সাহিত্যিক হেম বৰুৱা জনৰ। অৱশ্যে বিশ্ববিদ্যালয়ত পঢ়া সময়তে তেওঁৰ 'হিয়াৰ মিলন' নামৰ চুটি গল্প এটি আৱাহনত প্ৰকাশ হৈছিল। তেতিয়া তেওঁৰ নাম হেমকান্ত শৰ্মা বৰুৱা। তেওঁৰ সাহিত্যিক জীৱনৰ প্ৰাৰম্ভৰ কালছোৱাৰ কথা স্মৰণ কৰি "মই লিখো কিয়" প্ৰবন্ধত লিখিছে, "নিবহুৱা কালছোৱাত মযো এই কামকেই কৰিছিলো, কেৱল সমালোচনা আৰু সমালোচনা। পৃথিৱীত যেন আন একো কামেই নাই। এনেদৰে এদিন ঘৰৰ আগচোতালত বহি হাতত 'আৱাহন' এখন লৈ ছাত্ৰ এজনৰ আগত প্ৰত্যেকটো গল্প, কবিতা, প্ৰবন্ধ, কটু ভাষাত সমালোচনা কৰি আছো। এনেতে অকস্মাতে ছাত্ৰজনে খপখাই কৈ উঠিল সম্ভৱত

শুনি শুনি অধৈৰ্য্য হৈ, 'হেৰি, এইবোৰ মানুহে কিবা এটা নহয় কিবা এটা কৰিছেই, আপুনি এম এ পাচ কৰি কৰিছে কিটো? নিজে নিলিখে কিয়?' "

উক্ত ঘটনাৰ পিছতে তেওঁ লিখিবলৈ লয়। প্ৰথমতে তেওঁ ইংৰাজীত লিখি লৈহে অসমীয়ালৈ তৰ্জমা কৰিছিল। 'আধুনিক নাট্য সাহিত্যত ৰিয়েলিজিম আৰু ৰোমান্স' আৱাহনত প্ৰকাশিত তেওঁৰ প্ৰথম প্ৰবন্ধ (দশম বছৰ সপ্তম সংখ্যা)।

১৯৪১ খৃষ্টাব্দত কেইজনমান ডেকা সাহিত্যিকৰ উদ্যোগত ৰ'দালি সভা স্থাপন কৰা হয়। সাহিত্য চৰ্চাই আছিল ৰ'দালি সভাৰ ঘাই কাৰ্য্য। হেম বৰুৱা আছিল ৰ'দালি সভাৰ সক্ৰিয় সদস্য।

নিবনুৱা হৈ বহি থকা অবস্থাতো হেম বৰুৱাই ৰাজনীতিত সক্ৰিয় অংশ গ্ৰহণ কৰা নাছিল। তেওঁৰ ৰাজনীতিত প্ৰবেশ এক-প্ৰকাৰ তিতাবৰত অনুষ্ঠিত জিল্লা ছাত্ৰ ফেডাৰেচনৰ সভাপতি হোৱাৰ পিছৰ পৰা। হেম বৰুৱাৰ সভাপতিত্বত অনুষ্ঠিত জিলা ছাত্ৰ ফেডাৰেচনৰ বাৰ্ষিক সভাতে জন যুদ্ধত সহযোগিতাৰ প্ৰস্তাৱ অগ্ৰাহ্য কৰা হয়, আৰু স্বাধীনতা সংগ্ৰামৰ প্ৰস্তাৱ গ্ৰহণ কৰা হয়। ইয়াৰ পিছতে আৰম্ভ হ'ল বিয়াল্লিছৰ গণ আন্দোলন। যোৰহাটৰ কাছাৰীৰ সমুখলৈ এদিন হেম বৰুৱাই এটা বিৰাট ছাত্ৰ সমাবেশ পৰিচালনা কৰি আগবঢ়াই আনিছিল। এই ছাত্ৰ সমাবেশতে সভাপতি স্বৰূপে তেওঁ এটি উদ্দীপনাময়ী ভাষণ দিয়ে। ইয়াৰ ফলত তেওঁ কাৰাৰুদ্ধ হ'ব লগা হয়। সেই সময়ত তেওঁ আছিল জগন্নাথ বৰুৱা কলেজৰ অধ্যাপক। আদালতত তেওঁৰ বিচাৰৰ সময়ত বিচাৰকৰ আসনত থকা অসমীয়া হাকিম জনে তাচ্ছিল্যৰ সুৰত বিদ্ৰূপ কৰি কৈছিল, "আপুনি কলেজৰ শিক্ষক নহয়, এজন ঘৰুৱা শিক্ষকহে। অধ্যাপকৰ কাম লৰা-ছোৱালী পঢ়োৱা, আন্দোলন কৰিবলৈ শিক্ষা দিয়া নহয়।" বিচাৰ কৰি

তেওঁক সাধাৰণ কয়েদীৰ দৰে এবছৰ সশ্ৰম কাৰাদণ্ড বিহিছিল আৰু কৰিছিল তৃতীয় শ্ৰেণী অৰ্থাৎ চি ডিভিজনৰ কয়েদী। ১৯৪২ চনৰ ১২ অক্টোবৰৰ পৰা তেওঁ যোৰহাট জেলত কাৰাৰুদ্ধ হ'ব লগা হ'ল।

যোৰহাটৰ কাৰাগাৰৰ জীৱন হেম বৰুৱাৰ বাবে মোহ ভঙ্গৰ স্থল, তীৰ্থস্থান সদৃশ। সাহিত্যৰ নিয়মীয়া ছাত্ৰ আৰু অধ্যাপনাৰ গতানুগতিক জীৱনৰ অভিলাষী হেম বৰুৱা, জন মানসৰ হেম বৰুৱালৈ ৰূপান্তৰৰ প্ৰস্তুতি কাৰাগাৰৰ চাৰিবেৰৰ মাজত। তেওঁৰ কাৰাগাৰৰ চাৰিবেৰৰ মাজৰ অধ্যয়ন বিস্তৃত আৰু ব্যাপক। গীতা, কোৰাণ, বাইবেল ধৰ্মগ্ৰন্থ আৰু বিবিধ বিষয়ৰ গ্ৰন্থ অধ্যয়ন কৰিছিল কাৰাগাৰত থকা কালছোৱাতে।. 'দূৰৰ পৰা দেখা, ফুলৰ মালা পিন্ধি বক্তৃতা দিয়া' জননেতা সকলৰ লগত তেওঁ একেলগে কাৰাবাসী হোৱাই নহয় নিবিড় সান্নিধ্যও লাভ কৰিছিল। গড়মূৰীয়া সত্ৰাধিকাৰ, গোপীনাথ বৰদলৈ, ফখৰুদ্দিন আলি আহমদ, শ্ৰীবিষ্ণু ৰাম মেধি, অমিয় কুমাৰ দাস, মহম্মদ তৈয়বুল্লা, বিমলা প্ৰসাদ চলিহা, নীলমণি ফুকন, মহাদেৱ শৰ্মা, শ্ৰীকামাখ্যা প্ৰসাদ ত্ৰিপাঠী, শ্ৰীবিজয় চন্দ্ৰ ভাগৱতী প্ৰভৃতি ৭০০ ৰাজনৈতিক বন্দী সেই সময়ত যোৰহাট কাৰাগাৰত কাৰাৰুদ্ধ। যোৰহাট জেলতে তেওঁ নিবিড় ভাবে সান্নিধ্য লাভ কৰিলে গোপীনাথ বৰদলৈৰ। বৰদলৈৰ সান্নিধ্যৰ ফলতে তেওঁৰ কৰ্মস্থল গুৱাহাটী মুখী হ'ল।

সেই সময়তে যোৰহাট জেলত ফাঁচী হৈছিল কুশল কোঁৱৰৰ। আসন্ন মৃত্যুৰ বাবে দিন গণি থকা কুশল কোঁৱৰক মৃত্যুৰ আগদিনা আন আন কাৰাবাসীৰ লগতে হেম বৰুৱায়ো দেখা কৰিবলৈ গৈছিল।

জেললৈ যোৱাৰ পূৰ্বে তেওঁ গান্ধীজীৰ বিষয়ে খৰচি মাৰি অধ্যয়ন কৰা নাছিল। বৰং গান্ধীজীতকৈ কাৰ্ল মাৰ্ক্সৰ বিষয়ে

অধ্যয়ন কৰিছিল বেছিকৈ। তেতিয়া তেওঁৰ মনত মাৰ্ক্স গান্ধীজীতকৈ বহু ওপৰত। 'মাৰ্ক্সৰ বিজনিত গান্ধীজীৰ মগজুৱে ডাষ্ট-বিনত ঠাই পোৱা উচিত' এনে মন্তব্য দিবলৈকো তেওঁ শঙ্কা নকৰিছিল। পিছে জেলৰ ভিতৰতে তেওঁ দেশনেতা সকলৰ সান্নিধ্যত গান্ধীজীৰ বিষয়ে, সাহিত্য আৰু দৰ্শন সম্পৰ্কে গভীৰ ভাবে অধ্যয়ন কৰিলে।

বিয়াল্লিছৰ বিপ্লৱৰ সময়ত অৰুণা আচফ আলি গুৱাহাটীত আত্মগোপন কৰি আছিল। সেই সময়তে জৱাহৰলাল নেহৰু অসম ভ্ৰমণৰ বাবে আহিছিল। নেহৰুক হাতে হাতে দিবলৈ অৰুণা আচফ আলিয়ে এখন চিঠি দিয়ে। হেম বৰুৱাই চিঠিখন লৈ টংলাৰ পৰা যোৰহাটলৈ নেহৰুৰ নিৰ্দেশ মতে আহি যোৰহাটত দিয়েহি। যোৰহাটৰ জনসভাত নেহৰুৱে ভাষণ দিয়ে। ভাষণ দিয়াৰ আগতে বৰুৱাৰ কান্ধত হাতখন থৈ নেহৰুৱে তেওঁৰ লগত কথা পাতে। সেই সভালৈ নেহৰুক চাবলৈ তেওঁৰ পিতৃ বিনন্দীৰাম শৰ্মা বৰুৱাও আহিছিল। মঞ্চৰ ওপৰত নেহৰুৱে বৰপুত্ৰৰ কান্ধত ধৰি কথা পতা দেখি তেওঁ আনন্দত পুলকিত হ'ল। এনেভাবেই হেম বৰুৱাই ৰাজনীতিত সক্ৰিয় ভাৱে যোগদান কৰিলে।

হেম বৰুৱাই প্ৰথমতে অলপ দিনৰ বাবে ১৯৪১ চনত গুৱা-হাটীৰ সন্দিকৈ কলেজত অধ্যাপনা কৰিছিল। সেই বছৰতে তেওঁ যোৰহাট জগন্নাথ বৰুৱা কলেজত অধ্যাপনাৰ সুযোগ লাভ কৰিলে। পণ্ডিত প্ৰবৰ শ্ৰীকৃষ্ণ কান্ত সন্দিকৈ সেই সময়ত সেই কলেজৰ অধ্যক্ষ।

কলেজত তেওঁৰ দৰমহা মাহে ৭৫ টকা। ইংৰাজীৰ উপৰিও তেওঁ অসমীয়া পঢ়ুৱাইছিল। অতি কম সময়ৰ ভিতৰতে তেওঁ এজন জনপ্ৰিয় অধ্যাপক হৈ উঠিছিল। ক্লাছত তেওঁ শেলী,

কীটছ, বাইবল আদিৰ কবিতা বৰ বস লগাকৈ পঢ়ুৱাইছিল। তেওঁৰ ওচৰলৈ যোৱা লবাক তেওঁ পঢ়াশুনা কৰিবলৈ উদগনি দিছিল।

অধ্যাপনা কৰা কালছোৱাতে তেওঁ লিখা-পঢ়া কৰিবলৈ উদগনি লাভ কৰিছিল অধ্যক্ষ শ্ৰীসন্দিকৈৰ পৰা। সন্দিকৈ ডাঙৰীয়াৰ উদগনিতে তেওঁ তামিল ভাষাৰ বিখ্যাত কন্নকী কভালানৰ কাহিনী 'কন্নকীৰ কাহিনী' নামেৰে অসমীয়ালৈ অনুবাদ কৰি আৱাহনত প্ৰকাশ কৰিছিল।

জেলৰ পৰা ওলাই অহাৰ পিছত হেম বৰুৱা পুনৰ নিবনুৱা হব লগা হল। কিছুদিন নিবনুৱা হৈ বহি থকাৰ পিছত একে-লগে নগাওঁ কলেজ, বি-বৰুৱা কলেজ আৰু বৰপেটা এম-চি কলেজত অধ্যাপনাৰ সুযোগ লাভ কৰিলে। বি-বৰুৱা কলেজলৈ আহবান কৰিছিল গোপীনাথ বৰদলৈয়ে। লোকপ্ৰিয় বৰদলৈৰ আহবান আৰু শ্ৰীদেৱকান্ত বৰুৱাৰ পৰামৰ্শ মতে ১৯৪৪ চনত ৩০ জুনত হেম বৰুৱাই বি-বৰুৱা কলেজত যোগদান কৰিলে। প্ৰথমতে বি-বৰুৱা কলেজত তেওঁ ইংৰাজী সাহিত্যৰ অধ্যাপক আৰু উপাধ্যক্ষ। পিছত অসমীয়াও পঢ়ুৱাইছিল। অধ্যাপক স্বৰূপে দৰমহা ৬০ টকা আৰু উপাধ্যক্ষ স্বৰূপে ৪০ টকা মুঠ এশ টকা। কলেজ খনৰ অবৈতনিক অধ্যক্ষ গোপীনাথ বৰদলৈ। বৰদলৈ সক্ৰিয় ৰাজনীতিত থাকে, গতিকে কলেজ পৰিচালনাৰ সকলো দায়িত্ব হেম বৰুৱাৰ ওপৰত। বি-বৰুৱা কলেজত যোগ-দান কৰাৰে পৰা হেম বৰুৱাৰ কৰ্মস্থান হল গুৱাহাটী। হেম বৰুৱাৰ কৰ্মক্ষেত্ৰও হল বহুমুখী। ক্ৰমে ক্ৰমে তেওঁ সাহিত্য, ৰাজনীতি আৰু শিক্ষাজগতৰ এজন শীৰ্ষস্থানীয় ব্যক্তি হৈ উঠিল।

অসমৰ ভালেমান শিক্ষাবিদ আৰু সাহিত্যিক মঙ্কে গঢ় লৈ উঠা এই বি-বৰুৱা কলেজৰ লগত জড়িত আছিল। গোপীনাথ

ৰবদলৈ প্ৰধান মন্ত্ৰী নিৰ্বাচিত হোৱাত ১৯৪৫ চনৰ ২৯ অক্টোবৰৰ পৰা হেম বৰুৱা বি-বৰুৱা কলেজৰ অধ্যক্ষ হয়। ৰবদলৈ প্ৰধান মন্ত্ৰী হোৱাৰ পিছত হেম বৰুৱাক ব্যক্তিগত সচিব হবলৈ আহবান জনাইছিল। কিন্তু তেওঁ সহঁাৰি নিদিলে।

বি-বৰুৱা কলেজৰ সৰহ ভাগ ছাত্ৰই তেতিয়া আছিল চহৰৰ বিভিন্ন কাৰ্য্যালয়ৰ চাকৰিয়াল। সেয়েহে বি-বৰুৱাৰ কলেজ 'কেৰানীৰ কলেজ' আৰু অধ্যাপক সকল 'কেৰানী কলেজৰ শিক্ষক' —কলেজখনৰ প্ৰতি এচাম লোকৰ আছিল এনে হেয় মনোভাব। কিন্তু হেম বৰুৱাৰ বিশাল ব্যক্তিত্বৰ বাবে কলেজখনে এটি সুকীয়া মৰ্য্যদা লাভ কৰিছিল। কলেজখনত দিনে দিনে ছাত্ৰ সংখ্যা বাঢ়ি অহাত দেখা দিছিল নানান সমস্যা। তেতিয়াৰ বি-বৰুৱা কলেজ কামৰূপ একাডেমী স্কুলত বহে, ঠাইৰো অকুলন অৱস্থা। হেম বৰুৱাৰ অধ্যক্ষতাত এনে এক প্ৰতিকূল পৰিবেশৰ মাজতো বিৰাজ কৰিছিল এক স্বকীয় বৈশিষ্ট্য। শিক্ষানুষ্ঠানৰ আন মুৰব্বীৰ দৰে হেম বৰুৱাৰ অনুশাসন বাঘ চকুৰে চোৱা বিধৰ নাছিল, মৰমৰ শাসনহে।

১৯৫৮ খৃষ্টাব্দত বৰ্ত্তমান স্থায়ী ভাবে সজা বি-বৰুৱা কলেজৰ আধাৰ শিলা স্থাপন কৰা হয়। সময়ত সেই ঠাইতে হৈ উঠিল বি-বৰুৱা কলেজৰ নিজা ভবন।

সাধাৰণতে দুই শ্ৰেণীৰ শিক্ষক পোৱা যায়। এক শ্ৰেণীৰ শিক্ষকৰ শিক্ষাদানে শিক্ষাৰ্থীক পৰীক্ষাত উত্তীৰ্ণ হোৱাত সহায় কৰে। আন শ্ৰেণীৰ শিক্ষাদানে শিক্ষাৰ্থীৰ জ্ঞানৰ পৰিসৰ বৃদ্ধিত সহায় কৰে; মনৰ দিগন্ত প্ৰসাৰিত হয়। কিন্তু দ্বিতীয় শ্ৰেণীৰ শিক্ষাদানে পৰীক্ষাৰ্থীৰ পৰীক্ষাৰ বহীত সৰহ নম্বৰ পোৱাত সহায় নকৰিবও পাৰে। হেম বৰুৱা, ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱা আদি এই দ্বিতীয় শ্ৰেণীৰ শিক্ষক। তেওঁলোকৰ শিক্ষাদানত শিক্ষাৰ্থীৰ

মনৰ দিগন্ত প্ৰসাৰিত হৈছিল। শিক্ষাৰ্থীয়ে ন ন কথা শিকিব পাৰিছিল। অধ্যক্ষ হিচাপে তেওঁ ছাত্ৰৰ প্ৰতি সদায় সহানুভূতিশীল আৰু মৰমীয়াল আছিল।

অসমত এটি স্বকীয়া বিশ্ববিদ্যালয় প্ৰতিষ্ঠাৰ বাবে যি আন্দোলন হৈছিল হেম বৰুৱায়ো সেই আন্দোলনত অংশ গ্ৰহণ কৰি গোপীনাথ বৰদলৈৰ লগত ধন তুলি ফুৰিছিল। বহু বছৰ তেওঁ বিশ্ববিদ্যালয় কোৰ্টৰ সদস্য আছিল।

হেম বৰুৱা আছিল এগৰাকী বামপন্থী নেতা। আদিতে তেওঁ আছিল কংগ্ৰেছৰ এগৰাকী সক্ৰিয় সদস্য। পিছত তেওঁ কংগ্ৰেছ ছ'চিয়েলিষ্ট দলৰ সদস্য ভুক্ত হয়। অসমত কংগ্ৰেছ ছ'চিয়েলিষ্ট দল ১৯৪৭ খৃষ্টাব্দৰ ডিচেম্বৰ মাহত ওলাই আহি নকৈ ছ'চিয়েলিষ্ট দল গঠন কৰিলে। নকৈ গঠন কৰা ছ'চিয়েলিষ্ট দলৰ সভাপতি শঙ্কৰ বৰুৱা আৰু সম্পাদক হৰেশ্বৰ গোস্বামী। হেম বৰুৱা জন্মলগ্নৰে পৰা মৃত্যুৰ সময়লৈকে ছ'চিয়েলিষ্ট দলৰ এগৰাকী সক্ৰিয় সদস্য। পিছত সময় বিশেষে পি-এছ-পি, সংযুক্ত ছ'চিয়েলিষ্ট, ছ'চিয়েলিষ্ট আদি বিভিন্ন নামেৰে ছ'চিয়েলিষ্ট দলটোৰ নামকৰণ কৰা হৈছিল। সেইবোৰৰ বহল ব্যাখ্যা আমাৰ ক্ষুদ্ৰ পৰিসৰৰ মাজত সম্ভৱ নহয়। কিন্তু যি নামকেই নলওক গুৱাহাটীৰ শিলপুখুৰীত থাই কাৰ্য্যালয়ৰে সৈতে থকা ছ'চিয়েলিষ্ট দলৰ পৰা হেম বৰুৱা কোনো দিনে বিচ্ছিন্ন হৈ পৰা নাই।

স্বাধীনতা লাভৰ পিছত অনুষ্ঠিত ১৯৫২ খৃষ্টাব্দৰ সাধাৰণ নিৰ্বাচনত বিধান সভাৰ সদস্য স্বৰূপে আৰু ১৯৫৬ খৃষ্টাব্দৰ সংসদী সমষ্টিৰ উপনিৰ্বাচনৰ বাবে হেম বৰুৱাই দুবাৰ প্ৰতিদ্বন্দ্বিতা কৰি পৰাজয় বৰণ কৰিব লগা হৈছিল। ১৯৫৭ চনৰ দ্বিতীয় সাধাৰণ নিৰ্বাচনত তেওঁ গুৱাহাটী সমষ্টিৰ পৰা সংসদী সদস্য নিৰ্বাচিত হয়। ইয়াৰ পিছত তেওঁ ১৯৬২ আৰু ১৯৬৭ চনৰ নিৰ্বাচনত দুবাৰ

সংসদী সদস্য নিৰ্বাচিত হৈছিল। ১৯৭১ চনত অনুষ্ঠিত মধ্যকালীন নিৰ্বাচনত তেওঁ পৰাজয় বৰণ কৰিব লগা হ'ল।

প্ৰথম বাৰৰ বাবে হেম বৰুৱাই সংসদী ৰাজনীতিত প্ৰবেশ কৰিয়ে নিজৰ দক্ষতা, কৰ্ত্তব্য নিষ্ঠা, বিস্তৃত অধ্যয়নৰ মাধ্যমেৰে সকলোৰে চকুত হৈ উঠিছিল এগৰাকী আগশাৰীৰ নেতা। এজন সাৰ্থক সংসদী সদস্য হ'বলৈ এই কেইটা গুণৰ প্ৰয়োজন—এজন চৰিত্ৰবান মানুহ, এজন তীক্ষ্ণ বুদ্ধিৰ লোক, এজন কৰ্মক্ষম মানুহ আৰু এজন আদৰ্শবান মানুহ। হেম বৰুৱা আছিল এই আটাই-কেইটা গুণৰ অধিকাৰী। মানসিক সচেতনতা, বহল অধ্যয়ন, যুক্তি প্ৰণোদিত সাহস আৰু স্পষ্টবাদিতা—এই কেইটা গুণৰ বাবে অতি কম সময়ৰ ভিতৰত হেম বৰুৱা হৈ উঠিছিল এজন জাকত জিলিকা সংসদী সদস্য। সুদীৰ্ঘ চৈধ্য বছৰ কাল তেওঁ এগৰাকী আগশাৰীৰ সংসদী সদস্য স্বৰূপে খ্যাতি অৰ্জন কৰিব পাৰিছিল।

পাঞ্জাবৰ 'ট্ৰিবিউন' নামৰ দৈনিক ইংৰাজী কাকতখনে সেই সময়ৰ পোন্ধৰজন জাকত জিলিকা সংসদী সদস্যৰ সংসদী কাৰ্য্য কলাপৰ চমু খতিয়ান দাঙি ধৰিছিল। সেই পোন্ধৰ গৰাকী সদস্যৰ ভিতৰত আছিল হেম বৰুৱা এজন। আৰু এবাৰ নতুন দিল্লীৰ 'টাইমচ অৱ ইণ্ডিয়া' কাকতে দহ গৰাকী সংসদী সদস্যৰ তেনেদৰে চমু খতিয়ান পৰ্য্যালোচনা কৰিছিল। সেই দহ গৰাকীৰ ভিতৰতো এজন হেম বৰুৱা। সংসদী সদস্য নিৰ্বাচিত হোৱাৰ মাত্ৰ দুবছৰৰ ভিতৰতে অভিজ্ঞ আৰু প্ৰথিত-যশা সংসদী সদস্য-সকলৰ শাৰীলৈ আহি শ্ৰেষ্ঠ পোন্ধৰজনৰ ভিতৰত এজন হ'ব পৰাটো অকল হেম বৰুৱাৰে গৌৰৱৰ কথা নহয়, অসমৰ বাবেও গৌৰৱৰ কথা।

সংসদী সদস্য স্বৰূপে প্ৰথমখন সংসদৰ অধিবেশনতে হেম বৰুৱাই উত্থাপন কৰা প্ৰস্তাৱ দুটাৰ ভিতৰত অসমৰ বাবে বেজৰে

জ'নৰ সদৰ কাৰ্য্যালয় স্থাপন আৰু ব্ৰহ্মপুত্ৰৰ ওপৰত দলং নিৰ্মাণ বিষয়ক। সেই সময়ত অসমত স্থাপিত হব লগা তেল শোধ-নাগাৰ আন্দোলনবো হেম বৰুৱা এজন আগশাৰীৰ নেতা। এই আন্দোলনৰ ফলতে অসমত দ্বিতীয় শোধনাগাৰ হৈ উঠিল। কেন্দ্ৰীয় চৰকাৰে খাৰুৱা তেলৰ বাবদ অসমক দিব লগা ৰয়েলটিৰ ক্ষেত্ৰত ন্যায্য দাবী অস্বীকাৰ কৰিছিল। সংসদৰ মজিয়াত হেম বৰুৱাই সেই দাবীৰ কথা বাৰে বাৰে উত্থাপন কৰোতে কিছুমান কংগ্ৰেছী সদস্যই 'ই বৰুৱাৰ আঞ্চলিক প্ৰীতি' বুলি ইতিকিং কৰিছিল। তাৰ উত্তৰত হেম বৰুৱাই দৃঢ়তাৰে কৈছিল, "আঞ্চলিক প্ৰীতি সাম্প্ৰদায়িকতাৰ লেখীয়া অশোভনীয় নহয়। আঞ্চলিক প্ৰীতি বাস্তৱ বস্তু। সাম্প্ৰদায়িকতা হৈছে ধ্বংস মুখী, জাতীয়তাবাদক ধ্বংস কৰা বস্তু।"

সংসদত হেম বৰুৱাই সকলোৰে দৃষ্টি আকৰ্ষণ কৰিব পাৰিছিল খনিজ মন্ত্ৰী কেশৱ দেৱ মালব্যৰ বিৰুদ্ধে তোলা দুৰ্নীতিৰ গুৰুতৰ অভিযোগৰ বাবে। ফলত দুৰ্নীতিৰ বিৰুদ্ধে তোলা অভিযোগৰ তদন্ত হ'ল। তদন্তৰ অন্তত নেহৰুৱে সদনক জনাবলৈ বাধ্য হ'ল যে মালব্যৰ বিৰুদ্ধে তোলা ভালেকেইটি অভিযোগ তেওঁৰ প্ৰতিকূলে। ইতিমধ্যে মালব্যই পদত্যাগ কৰিলে।

১৯৬০ খৃষ্টাব্দৰ ৰাজ্য ভাষা আন্দোলন আৰু ১৯৬২ খৃষ্টাব্দৰ চীনৰ আক্ৰমণ অসমৰ বাবে দুৰ্য্যোগ পূৰ্ণ কাল। এই কাল-ছোৱাত সংসদত হেম বৰুৱাৰ ভূমিকা গুৰুত্ব পূৰ্ণ। ৰাজ্য ভাষা আন্দোলনৰ সময়ত অসমৰ সমস্যাৰ কথা হেম বৰুৱাই সংসদত দাঙি ধৰিব পাৰিছিল আৰু সমস্যাটোৰ কথাই সকলোৰে দৃষ্টি আকৰ্ষণ কৰিব পাৰিছিল। ঠিক তেনেদৰে চীনৰ আক্ৰমণৰ সময়তো অসমৰ অৱস্থাৰ প্ৰকৃত ছবিখন দাঙি ধৰিব পাৰিছিল। এই বিষয়ে সংসদত প্ৰধান মন্ত্ৰী নেহৰুৰ লগতো নানান বাক-বিতণ্ডা হৈছিল।

প্ৰধান মন্ত্ৰী নেহৰুৱে বহু সময়ত বিৰোধী দলৰ সদস্যসকলৰ লগত নানান সমস্যাৰ কথা আলোচনা কৰিছিল। এবাৰ তেনে-দৰে বিৰোধী দলৰ সদস্যসকলক মাতি আনি নেহৰুৱে কলম্বো প্ৰস্তাৱৰ সাৰবত্তা ব্যাখ্যা কৰি সকলোৰে বিচাৰিলে সমৰ্থন। আলোচনাই গৈ তৰ্ক-বিতৰ্কত পৰিণত হ'ল। এবাৰ কথাৰ ছলতে নেহৰুৱে তেওঁৰ যুক্তিৰ দৃঢ়তা প্ৰতিপন্ন কৰিবলৈ দিলে টেবুলত ভুকুৱাই। হেম বৰুৱায়ো তেওঁৰ যুক্তিৰ প্ৰত্যুত্তৰ দি নেহৰুৰ লগতে সমানে তাল মিলাই টেবুলত আৰু জোৰেৰে মাৰিলে এভুকু। ফলত হেম বৰুৱাৰ ঘড়ীৰ কাঁচ ভাঙি গ'ল।

এই ঘটনাৰ এটি সুন্দৰ টিপ্পনী প্ৰকাশ হৈছিল 'আনন্দ বজাৰ পত্ৰিকাত'—"লোক সভাৰ একজন নাম কৰা বিৰোধী দলেৰ সদস্য প্ৰজাসোসেয়েলিষ্ট নেতা হেম বড়ুৱা মহাশয়েৰ হাত ঘড়িৰ কাঁচও সেদিন ভেঙেছে। কিন্তু হাজাৰ বাৰ হাজাৰ ঘড়িৰ কাঁচ আছাৰ খেয়ে ভাঙলেও তাৰ হয়তো কোনো অৰ্থ পূৰ্ণ ইঙ্গিত খুজে পাওয়া যেতো না, যদিও অৰ্থ দণ্ডেৰ গুৰুত্বটো বুঝা যায় বৈকি। শ্ৰীহেম বড়ুৱাৰ ঘড়িৰ কাঁচ ভেঙেছে প্ৰধান মন্ত্ৰী নেহৰুৰ সঙ্গে পাঞ্জা লড়তে গিয়ে। ৰাজনৈতিক পাঞ্জা।"...... ................

ঘটনাটোৰ বৰ্ণনা দি কাকতখনে পুনৰ লিখিছে—"নেহৰুৰ হাতেও ঘড়ি ছিল। কাঁচ ভাঙেনি। কিন্তু হেম বড়ুৱাৰ ঘড়িৰ কাঁচ ভেঙে গেল। ঐ একই সঙ্গে সেদিন কংগ্ৰেছ ও অকমিউনিষ্ট বিৰোধী দলেৰ একতাও ভেঙে হল চুৰমাৰ; চীনেৰ ভাৰত আক্ৰমণ নিয়ে যে একতা গড়ে উঠেছিল ২০শে অক্টোবৰেৰ পৰ। ঘড়িৰ কাঁচ দোকানে পাওয়া যায়; আনটিৰ দোকান ৰাজনৈতিক বাজাৰে আজও স্থাপিত হয়নি।"

সংসদৰ মজিয়াত ৰাজনৈতিক কাৰণত প্ৰধান মন্ত্ৰী নেহৰুৰ লগত যদিও তেওঁৰ বাক-বিতণ্ডা হৈছিল, আনহাতে তেওঁ আছিল

নেহৰুৰ বৰ প্ৰিয়। সেয়েহে নেহেৰুৰ মৃত্যু হেম বৰুৱাৰ বাবে প্ৰচণ্ড আঘাত।

হেম বৰুৱাৰ Assamese Literature নামৰ গ্ৰন্থখন (নেচনেল বুক ট্ৰাষ্ট, ইণ্ডিয়া) নতুন দিল্লীৰ বিজ্ঞান ভৱনত অনুষ্ঠিত সভাত উদ্বোধন কৰিছিল তেতিয়াৰ প্ৰধান মন্ত্ৰী লাল বাহাতুৰ শাস্ত্ৰীয়ে। উদ্বোধনী ভাষণত শাস্ত্ৰীয়ে ধেমালি কৰি কৈছিল, তেওঁ কিতাপ পঢ়িবলৈ ভাল পায়। কিন্তু সময় নাপায়; আৰু কৈছিল, "There does not appear to be much of a chance of my going to jail at the moment unless of course Mr. Hem Barua comes to power."

হেন বৰুৱাই তেতিয়া হাঁহি হাঁহি কৈছিল, "I will put you in jail."

তেতিয়াৰ শিক্ষামন্ত্ৰী শ্ৰীএম-চি চাগলাই সিদিনা সভাত ভাষণ প্ৰসঙ্গত কৈছিল, "Mr. Hem Barua always attacks me in Parliament, but I have a soft corner for him because he is a poet and there is an element of poetry in his attacks."

লাল বাহতুৰ শাস্ত্ৰীয়ে প্ৰধান মন্ত্ৰী হোৱাৰ পিছতে হেম বৰুৱাক কৈছিল, "আপুনি কংগ্ৰেছত যোগদান কৰক। আপোনাৰ সংগুণ কংগ্ৰেছৰ জৰিয়তে দেশৰ কামত লগাওক।" কিন্তু ৰাজনীতিৰ ক্ষেত্ৰত হেম বৰুৱাই জানো তেনে কৰিলে? এই ৰাজনৈতিক সততাই আছিল হেম বৰুৱাৰ শিৰৰ ভূষণ।

শ্ৰীমতী ইন্দিৰা গান্ধী প্ৰধান মন্ত্ৰী থকা সময়ত এবাৰ লোক সভাৰ উপাধ্যক্ষৰ নিৰ্বাচনৰ সময়ত শ্ৰীমতী গান্ধীয়ে শ্ৰীৰঘুৰামায়াৰ হতুৱাই হেম বৰুৱাক প্ৰাৰ্থী হবলৈ কৈছিল। তেওঁ প্ৰাৰ্থী হলে হয়তো কংগ্ৰেছে প্ৰাৰ্থী থিয় নকৰিবালেহেঁতেন।

যোৰহাটত বিদ্ৰোহী নগা কেইজন মানক আটক কৰি তেওঁ-লোকৰ হাতত আপত্তিজনক নথি-পত্ৰ পাইও পিছত মুখ্য মন্ত্ৰী চলিহাৰ নিৰ্দেশত মুক্ত কৰি দিয়া হয়। হেম বৰুৱাই সদনত এই কাৰ্য্য প্ৰকাশ কৰি হুলস্থূল লগাইছিল।

ভাৰত চৰকাৰে পাকিস্থানক কচ্ছ সমৰ্পণৰ প্ৰতিবাদত বিৰোধী দলৰ সদস্য সকল একেলগ হৈ ১৯৬৮ খৃষ্টাব্দৰ ১৭ এপ্ৰিলত গুজৰাটৰ ভূজত সত্যাগ্ৰহ কৰিছিল। এই সত্যাগ্ৰহৰ প্ৰথম দলৰ নেতৃত্ব বহন কৰিছিল হেম বৰুৱাই। এনে ভাবে হেম বৰুৱাৰ সংসদী জীৱন আছিল কৰ্মবহুল জীৱন। তেওঁ আছিল এগৰাকী সক্ৰিয়, সদা জাগ্ৰত সংসদী সদস্য।

হেম বৰুৱা আছিল ডক্টৰ সৰ্বপল্লী ৰাধাকৃষ্ণণৰো প্ৰিয়পাত্ৰ। উপৰাষ্ট্ৰপতি থকা কালছোৱাত লোক সভা আৰু ৰাজ্য সভাৰ উভয় সদনৰ যুটীয়া বৈঠকত ডক্টৰ ৰাধাকৃষ্ণণে পৌৰোহিত্য কৰিছিল। যুটীয়া সদনৰ বৈঠকতো সদস্য সকলে তৰ্কৰ জাউৰি তোলে। এনে তৰ্ক-বিতৰ্কত যেতিয়া কোনো সদস্যক আসন গ্ৰহণ কৰিবলৈ নিৰ্দেশ দিব লগা হয়, কিছুমান সদস্যৰ ক্ষেত্ৰত ডঃ ৰাধাকৃষ্ণণে বৰ বেছি নীতি-নিয়ম অনুসৰণ নকৰে। অধ্যক্ষ স্বৰূপে হয়তো তেওঁ কব লাগে, 'মাননীয় সদস্য গৰাকীয়ে এতিয়া আসন গ্ৰহণ কৰক।' ডক্টৰ ৰাধাকৃষ্ণণে তেনে স্থলত কোনো ধৰণৰ formality কে অনুসৰণ নকৰি কয়, "Down Hem, Down Bhupesh, Down Hiren." এইচাম ডেকা সদস্য তেওঁৰ ছাত্ৰ স্থানীয় আৰু মৰমৰ। আনহাতে সদস্য সকলৰো তেওঁৰ প্ৰতি অসীম শ্ৰদ্ধা। সেয়েহে যুঁজৰ কুকুৰা সদৃশ তল-ওপৰ লগোৱা এইচাম বিৰোধী সদস্যই ডক্টৰ ৰাধাকৃষ্ণণে বাওঁহাতখন দাঙি কোৱা এষাৰ কথাতে শান্ত লৰাৰ দৰে আসন গ্ৰহণ কৰে। হেম বৰুৱাই এনে ঘটনাৰ কাৰ্য্যৰ বসাল বৰ্ণনা দি কৈছিল, "বুঢ়াই আমাক সৌহাতখনেৰে বহুৱালেও হয়,

সদায় বাওঁ হাতখনেৰে বহুৱায়।”

ডক্টৰ ৰাধাকৃষ্ণণে হেম বৰুৱাক এবাৰ কৈছিল, “তুমি যে লিখা মই তাৰ বাবে ৰং পাইছো। লেখাৰ বাহিৰে আন একোৱেই চিৰস্থায়ী নহয়।” “I am glad that you write, nothing ultimately lasts except your writing.”

সংসদত পি-এছ-পি দলৰ ভূমিকা সম্পৰ্কে তেওঁ কৈছিল, “সংসদত তোমালোকৰ সংখ্যা তেনেই নগণ্য যদিও সকলোতকৈ তোমালোকৰ কাৰ্য্য-কলাপেই যথেষ্ট সাৰ্থকতাপূৰ্ণ হৈছে। শ্ৰীনাথ পাই আৰু তুমি শ্ৰেষ্ঠ বক্তা, কামাথ অতিশয় সজাগ আৰু সক্ৰিয়।”

অধ্যাপক হুমায়ুন কবীৰ আছিল হেম বৰুৱাৰ বিশ্ববিদ্যালয়ৰ শিক্ষাগুৰু। কবীৰৰো হেম বৰুৱা প্ৰিয়পাত্ৰ। এদিন কবীৰে লগ ধৰি কলে, “হেম, তোমাৰ কাছে আজ গুৰু দক্ষিণা চাই।” অৱশ্যে এই গুৰু দক্ষিণা একলব্যৰ হাতৰ আঙুলি নহয়, কাশ্মীৰ সম্পৰ্কে হেম বৰুৱাৰ এটি সুচিন্তিত বিবৃতিহে।

নতুন দিল্লীত হেম বৰুৱাৰ কৰ্মক্ষেত্ৰ অকল সংসদ ভৱনতে সীমাবদ্ধ নাছিল। নানান ৰাজহুৱা অনুষ্ঠান আৰু শিক্ষানুষ্ঠানৰ লগত হেম বৰুৱা নিবিড়ভাবে জড়িত আছিল।

নতুন দিল্লীৰ কলেজ সমূহলৈ মাজে মাজে একোগৰাকী বিশিষ্ট ব্যক্তিক একোটি বিশেষ বিষয় সম্বন্ধে বক্তৃতা দিবলৈ আমন্ত্ৰণ জনায়। হেম বৰুৱাই নিমন্ত্ৰণ ৰক্ষা কৰি ৰামদাস কলেজ, ছেণ্ট ষ্টিফেন্‌ছ কলেজ, দিল্লী স্কুল অব ইকনমিক্স প্ৰভৃতিত কেবাবাৰো ভাষণ দিছিল। হেম বৰুৱা বাৰাণসী হিন্দু বিশ্ববিদ্যালয়ৰ কোৰ্টৰ সদস্যও আছিল।

সুদীৰ্ঘ চৈধ্য বছৰ কাল সংসদী সদস্য স্বৰূপে কাৰ্য্যনিৰ্বাহ কৰা কাল ছোৱাত এনেদৰে হেম বৰুৱাই সকলো দিশতে এজন সাৰ্থক সংসদী সদস্য বুলি নিজকে প্ৰতিপন্ন কৰিব পাৰিছিল।

১৯৭০ খৃষ্টাব্দৰ শেষৰ ফালে সংসদ ভঙ্গ কৰি ১৯৭১ৰ ফেব্ৰুৱাৰী মাহত মধ্যবৰ্ত্তী নিৰ্বাচন পতা হয়। এই নিৰ্বাচনত হেম বৰুৱাই পৰাজয় বৰণ কৰে। এই নিৰ্বাচনত অকল হেম বৰুৱাই নহয় বিৰোধী দলৰ ভালেমান সৰ্বভাৰতীয় খ্যাতি সম্পন্ন নেতাই পৰাজয় বৰণ কৰিব লগা হ'ল।

দেশ ভ্ৰমণ আৰু পুথি অধ্যয়ন জ্ঞান আহৰণৰ বাবে প্ৰশস্ত পথ। হেম বৰুৱাৰ এই কথাৰ প্ৰতি দৃঢ় বিশ্বাস। এই দুয়োটাৰে সুযোগ হেম বৰুৱাই গ্ৰহণ কৰিছিল। সংসদী সদস্য নিৰ্বাচিত হোৱাৰে পৰা তেওঁ কেবাবাৰো বিদেশ ভ্ৰমণৰ সুযোগ গ্ৰহণ কৰিছিল। তেওঁ তাৰ পূৰ্বে ভ্ৰমণ কৰা দেশ ব্ৰহ্মদেশ আৰু আমেৰিকা যুক্তৰাজ্য। সংসদী সদস্য স্বৰূপে ভ্ৰমণ কৰা দেশ-সমূহ হ'ল ৰুছদেশ, ইজৰাইল, ইংলণ্ড, নেপাল, দক্ষিণ-পূব এচিয়াৰ টাইলেণ্ড, কম্বোডিয়া, মালয়ছিয়া, চিঙ্গাপুৰ আৰু টাইৱান। ভ্ৰমণ অভিজ্ঞতাৰে ৰচনা কৰা তেওঁৰ ভ্ৰমণ কাহিনী সমূহ মনোৰম, সুখপাঠ্য। 'সাগৰ দেখিছা', 'ৰঙা কৰবীৰ ফুল', 'ইজৰাইল', 'মেকং নৈ দেখিলো' তেওঁৰ ভ্ৰমণ অভিজ্ঞতাৰে ৰচনা কৰা গ্ৰন্থ। ইংলণ্ড আৰু টাইৱান ভ্ৰমণ অভিজ্ঞতাৰে দুখন ভ্ৰমণ কাহিনী ৰচনা কৰিছে তেওঁৰ পত্নী শ্ৰীমতী অনু বৰুৱাই। হেম বৰুৱাৰ ভ্ৰমণ কাহিনী সমূহ গতানুগতিক নহয়। যিখন দেশলৈকে গৈছে সন্ধানী দৃষ্টিৰে সেইখন দেশৰ অতীত ঐতিহ্যৰ পৰা শিক্ষা, সংস্কৃতি, ৰাজনীতিৰ চমু খতিয়ান দিবলৈ যত্ন কৰিছে। ভ্ৰমণ কাহিনী সমূহৰ প্ৰকাশ ভঙ্গী সহজ সৰল অথচ তথ্যবহুল।

নিৰ্বাচনত পৰাজয় বৰণ কৰি হেম বৰুৱা পুনৰ সপৰিয়ালে চাণক্যপুৰীৰ পৰা উভতি আহিল চেনিকুঠীলৈ। কিছুদিন পিছত উত্তৰ শৰণীয়াত সজা নিজা ঘৰখন সম্পূৰ্ণ কৰি এই ঘৰখনতে আৰম্ভ হ'ল এটি নতুন জীৱন। চেনিকুঠীৰ ঘৰখনত বহু বছৰ ধৰি

বাস কৰিছিল যদিও সেইখন আছিল ভাড়াঘৰ। পিছত সেইখন ঘৰলৈ অধ্যাপক যোগেশ দাস আহিল। বহু বছৰ সেইখন ঘৰেই হেম বৰুৱাৰো ঘৰ।

উত্তৰ শৰণীয়াৰ নিজা ঘৰলৈ আহিল যদিও এই কালছোৱাত হেম বৰুৱা মানসিক ভাবে বৰকৈ ভাগি পৰিছিল।

১৯৭১ খৃষ্টাব্দৰ ১৪ নবেম্বৰৰ পৰা 'আসাম এক্সপ্রেছ' নামৰ এখন দৈনিক ইংৰাজী কাকত প্ৰকাশ হ'ল। গুৱাহাটীৰ পৰা প্ৰকাশিত এই দৈনিক কাকতখনৰ সম্পাদনাৰ ভাৰ পৰিল হেম বৰুৱাৰ ওপৰত। অৱশ্যে সৰহ দিন তেওঁ সম্পাদনাৰ দায়িত্ব বহন কৰিব নোৱাৰিলে। শাৰীৰিক অসুস্থতা বশত সম্পাদনাৰ দায়িত্ব এৰিব লগা হ'ল।

১৯৭২ খৃষ্টাব্দৰ ৭ এপ্রিলৰ পৰা ধুবুৰীত সাহিত্য সভাৰ উন-চত্বাৰিংশ অধিবেশন অনুষ্ঠিত হয়। হেম বৰুৱা ধুবুৰী অধিবেশনৰ সভাপতি। সভাপতি স্বৰূপে কাৰ্য্যনিৰ্বাহক সভাত সভাপতিত্ব কৰাৰ বাহিৰে বিশেষ ভূমিকা তেওঁৰ নাই। শাৰীৰিক অসুস্থতাই আছিল ইয়াৰ ঘাই কাৰণ। শিক্ষাৰ মাধ্যম আন্দোলনে এই বছৰটোত অসমৰ জাতীয় জীৱনত এক সঙ্কটৰ সৃষ্টি কৰিছিল। মাধ্যম আন্দোলনৰ বাবে সাহিত্য সভা হ'ব লগা হৈছিল অধিক সচেতন।

সাহিত্য আৰু ৰাজনীতি চৰ্চা দুয়োটাকে হেম বৰুৱাৰ জীৱন জোৰা সাধনাৰ ফল বুলি একেষাৰতে ক'ব নোৱাৰি। হেম বৰুৱা আন বহুজনৰ দৰে ছাত্ৰ অৱস্থাত ছাত্ৰ সন্মিলনৰ সম্পাদক, স্কুল-কলেজৰ ছাত্ৰ সংস্থাৰ সম্পাদকৰ দায়িত্ব লৈ ছাত্ৰ আন্দোলনৰ গুৰি ধৰোতা 'ট্ৰেইনড়' নেতা নহয়। সাহিত্য ক্ষেত্ৰতো স্কুল-কলেজৰ আলোচনী সম্পাদনা কৰা, গল্প, কবিতা ৰচনা প্ৰতি-যোগিতাত পুৰস্কাৰ লাভ কৰি 'যি মূলা বাঢ়ে তাৰ দুপাততে চিন' আখ্যা লাভ কৰিব পৰা বিধৰ সাহিত্যিক নহয়। বোধহয়

সাহিত্য আৰু ৰাজনীতি উভয় ক্ষেত্ৰতে তেওঁৰ প্ৰবেশ আকস্মিক বুলি ক'লে ভুল কোৱা নহ'ব। আকস্মিক হলেও যিদিনাৰে পৰা সাহিত্য ক্ষেত্ৰ আৰু ৰাজনীতিত প্ৰবেশ কৰিলে সিদিনাৰে পৰা সাহিত্য চৰ্চা আৰু ৰাজনীতি চৰ্চা তেওঁৰ বাবে 'জিৰণিৰ মাজুলী নহয়'। সাহিত্য চৰ্চা আৰু ৰাজনীতি চৰ্চাত হেম বৰুৱাৰ দৰে সমানে তাল মিলাই চলিব পৰা ব্যক্তি অসমতে নহয় ভাৰতবৰ্ষৰ ৰাজনীতিবিদৰ মাজতেই বিৰল।

সাহিত্য ক্ষেত্ৰত হেম বৰুৱাৰ প্ৰতিভা বহুমুখী। তেওঁৰ প্ৰকাশিত গ্ৰন্থৰ সংখ্যা ডেৰকুৰিখন। হেম বৰুৱাৰ প্ৰথম প্ৰকাশিত ৰচনা 'হিয়াৰ মিলন' চুটি গল্প। অষ্টম বছৰ তৃতীয় সংখ্যা আৱাহনত (১৮৫৮ শক, ১৯৩৭) 'হিয়াৰ মিলন' প্ৰকাশৰ সময়ত তেওঁ কলিকতা বিশ্ববিদ্যালয়ৰ এম-এ মহলাৰ ছাত্ৰ আৰু সম্পূৰ্ণ নাম হেম কান্ত শৰ্মা বৰুৱা। কটন কলেজত পঢ়াৰ সময়ত কটনিয়ানৰ বাবে ৰচনা লিখিছিল যদিও ঠাইৰ অভাৱত প্ৰকাশ নহল। প্ৰথমতে তেওঁ আৱাহনতে প্ৰকাশ কৰিছিল এলানি সমালোচনামূলক প্ৰবন্ধ। বাঁহীতো তেওঁ প্ৰবন্ধ প্ৰকাশ কৰিছিল।

তেওঁৰ August Revolution in Assam Valley শীৰ্ষক এটি ইংৰাজী প্ৰবন্ধ Hindustan Standardত প্ৰকাশ হয়। পিছত তেওঁৰ August Revolution in Assam পুথিৰ আকাৰত ছপা হৈ ওলায়। তেওঁৰ 'বিয়াল্লিছৰ গণ-বিপ্লৱত অসম' ইংৰাজী গ্ৰন্থখনৰ অসমীয়া অনুবাদ।

'৫ জন নেতা' (১৯৪৭) হেম বৰুৱাৰ পৰিয়ালৰ লোকসকলে ৰচনা কৰা এখনি সৰু জীৱনী গ্ৰন্থ। গ্ৰন্থখনিত ভ্ৰাতৃদ্বয় শ্ৰীজীতেন্দ্ৰ কুমাৰ বৰুৱাই 'মহাত্মা গান্ধী', শ্ৰীপ্ৰফুল্ল কুমাৰ বৰুৱাই 'আবুল কালাম আজাদ' আৰু 'জয়প্ৰকাশ নাৰায়ণ', শ্ৰীমতী অনুৰূপা বৰুৱাই (অনু বৰুৱা) 'সুভাষচন্দ্ৰ বসু' আৰু হেম বৰুৱাই 'জৱাহৰলাল

নেহৰু'ৰ বিষয়ে লিখিছিল।

বিভিন্ন আলোচনী আৰু সংবাদ পত্ৰত প্ৰকাশিত তেওঁৰ ইংৰাজী, অসমীয়া প্ৰবন্ধ ৰাজিৰ ধাৰা দুটা—কিছুমান সাহিত্যৰ সমালোচনা বিষয়ক আৰু কিছুমান সংস্কৃতি, ৰাজনীতি বিষয়ক। তেওঁৰ প্ৰবন্ধৰাজি পাশ্চাত্য সাহিত্যৰ বহল আৰু গভীৰ অধ্যয়নেৰে সমুজ্জল। আলোচনী আৰু বাতৰি কাকতত প্ৰকাশিত প্ৰবন্ধ ৰাজিৰ কেইবাটাও সংকলন ইতিমধ্যে প্ৰকাশ হৈছে। 'আধুনিক সাহিত্য', 'সানমিহলি', 'সাহিত্য আৰু সাহিত্য', 'অঁাচুফুল', 'স্মৃতিৰ পাপৰি', 'সত্য আৰু অহিংসা: গান্ধীজী,' 'ছিন্নমূল', 'তলসৰা', 'পছোৱাৰ ৰেঙণি', 'ডাক পখিলী' তেনে সংকলন। 'বহাগতে পাতি যাওঁ বিয়া' যুৱীয়া বা দাম্পত্য জীৱন সম্পৰ্কে ৰচনা কৰা পুথি। 'কন্নকী' আৰু 'কিউপিড আৰু চাইকী' হেম বৰুৱাই ৰচনা কৰা দুখন মনোৰম কাহিনী। 'এই গাওঁ এই গীত' আন এখন পুথি।

হেম বৰুৱাই একাধিক ইংৰাজী ৰচনাৰেও অসমীয়া সাহিত্য চহকী কৰিছে। The Red River and the Blue Hills গ্ৰন্থত অসম সম্বন্ধে এটি থূলমূল পৰিচয় দাঙি ধৰিছে। Folk Songs of India, Assamese Literature, Lakshminath Bezbaroa তেওঁৰ আন আন ইংৰাজী গ্ৰন্থ। The Fairs and Festivals of Assam হেম বৰুৱা আৰু শ্ৰীজে-ডি বাৰেজাই যুটীয়াভাবে ৰচনা কৰা পুথি।

Modern Assamese Poetry হেম বৰুৱা সম্পাদিত ৰোমাণ্টিক যুগৰ পৰা সাম্প্ৰতিক যুগলৈকে ২৭ গৰাকী কবিৰ ৫০ টা অসমীয়া কবিতাৰ ইংৰাজী ভাঙনি।

অসমীয়া আধুনিক কবিতাৰ জন্ম লগ্নৰ লগতো হেম বৰুৱা জড়িত। প্ৰথমতে তেওঁেই আৱাহনত 'বান্দৰ' নামৰ কবিতা এটা প্ৰকাশ কৰি আধুনিক কবিতাৰ পাতনি মেলিছিল। বাঁহীত

প্ৰকাশিত ডক্টৰ মহেশ্বৰ নেওগৰ 'অন্ত্যজা' সমসাময়িক কালছোৱাৰে ৰচনা। 'বান্দৰ' আৰু 'অন্ত্যজা' ৰোমাণ্টিক কবিতাৰ গতানুগতিকতাৰ ব্যতিক্ৰমহে মাথোন। প্ৰকৃততে আধুনিক কবিতাৰ জয় যাত্ৰা সূচনা হয় চক্ৰেশ্বৰ ভট্টাচাৰ্য্য আৰু কমল নাৰায়ণ দেৱ সম্পাদিত জয়ন্তীৰ মাধ্যমেৰে। আধুনিক কবিতাৰ বিকাশৰ পথ মুকলি কৰি দিয়ে হেম বৰুৱা সম্পাদিত 'পছোৱা' আলোচনীয়ে। পছোৱা আলোচনীৰ আয়ুস নিচেই চুটি—১৯৪৮ খৃঃৰ জুনৰ পৰা ১৯৪৯ খৃঃৰ মে'লৈ। জয়ন্তীৰ মাজেৰে প্ৰকাশ পোৱা মানৱ জীৱনৰ সমস্যা আৰু সংগ্ৰামৰ ধ্বনিয়ে প্ৰকাশৰ যি নতুন পথ বা মাধ্যম বিচাৰি পাইছিল সি ক্ৰমে বেছি বহল পৰিসৰ লাভ কৰিব পাৰিছিল পছোৱাৰ মাধ্যমেৰে। ৰোমাণ্টিক কবিতাৰ গতানুগতিকতা ভাঙি, বিষয় বস্তুৰ উপস্থাপন ৰীতি, ছন্দ সজ্জা আৰু নতুন প্ৰতীক সৃষ্টিৰ ক্ষেত্ৰত এই নতুন কবিতা আন্দোলনে আনিছিল এক বিপ্লৱ। আধুনিক কবিতা আন্দোলনৰ হেম বৰুৱা আছিল একনিষ্ঠ পূজাৰী। 'বালিচন্দা' আৰু 'মন ময়ূৰী' তেওঁৰ দুখন আধুনিক কবিতাৰ সংকলন। হেম বৰুৱাই অনুবাদ কৰা গ্ৰন্থও কেবাখনো।

বিৰল সৰলতা হেম বৰুৱাৰ চৰিত্ৰৰ ভূষণ। আনহাতে তেওঁৰ জীৱনটো আন্ধাৰ আৰু পোহৰৰ সংমিশ্ৰন। মুখত সোণৰ চামুচ লৈ জন্ম লাভ কৰা নাছিল যদিও সোণৰ চামুচ মুখত দিয়াৰ সুযোগ তেওঁ বহুবাৰ পাইছিল। গাৱেঁ গাৱেঁ ঘূৰি ফুৰোঁতে ৰঙা কৰকৰা ভাত গৰৈ মাছ পোৰাৰে খোৱা হেম বৰুৱাই মস্কো, নিউ ইয়র্ক, লণ্ডন, নতুন দিল্লীত বিশ্বৰ বৰেণ্য নেতাসকলৰ লগত বিবিধ ব্যঞ্জনেৰে একেখন মেজতে ভোজন কৰাৰ ভাগ্যও ঘটিছিল। গাওঁ অঞ্চলৰ কোনোবা চাহ দোকানৰ দুছটা তামোল গছতে বাগৰি ৰাতিটো কটোৱা হেম বৰুৱাই বিশ্বৰ বহুতো প্ৰথম শ্ৰেণীৰ চহৰৰ শীত-তাপ নিয়ন্ত্ৰিত অত্যাধুনিক বৰ বৰ হোটেলতো বাস

কৰাৰ সুযোগ পাইছিল। হেম বৰুৱাৰ বক্তৃতাৰ পিছত দৰ্শক ভাগি যায় বাবে সভাৰ শেষৰজন বক্তা আছিল হেম বৰুৱা আৰু সেইজন ব্যক্তিয়ে এদিন জনতাৰ সমুখত থিয় হৈ কিবা কৰ বিচাৰি এষাৰ কথাও কৰ নোৱাৰি শিলামূৰ্ত্তিৰ দৰে থৰ হৈ থাকিব লগা হৈছিল। হেম বৰুৱাৰ জীৱনত যেনে অৱস্থাই নহওক, আদৰ্শত আছিল তেওঁ অচল অটল। স্বদেশ আৰু স্বদেশবাসীৰ কল্যাণৰ বাবে তেওঁ বামপন্থী নেতাৰ ভূমিকা গ্ৰহণ কৰিছিল, আৰু মৃত্যুৰ আগ মুহূৰ্ত্তলৈকে আছিল সেই ৰূপেই অচল অটল। ৰাজনৈতিক সততা আছিল তেওঁৰ শিৰৰ ভূষণ। হেম বৰুৱাৰ অসমীয়া জাতিলৈ সৰ্বশ্ৰেষ্ঠ দান হৈছে ৰাজনৈতিক সততা। আজি কেন্দ্ৰ আৰু ৰাজ্যত যি জনতা চৰকাৰ গঠিত হৈছে সি নিশ্চয় হেম বৰুৱাৰ নিচিনা এচাম বামপন্থী নেতাৰ নিস্বাৰ্থ দেশ প্ৰেমৰ ফল। সুখৰ বিষয় হেম বৰুৱাই তেওঁৰ আজন্ম সাধনা, ৰাজনৈতিক পৰিবৰ্ত্তন নিজ চকুৰে চাইহে মৃত্যুবৰণ কৰিব পাৰিলে।

শ্ৰীমতী অনু বৰুৱা হেম বৰুৱাৰ অকল সহধৰ্মিনীয়েই নহয়, সুখ-দুখৰ সমভাগী আৰু সাহিত্য সৃষ্টিত সহকাৰিণী। তেওঁলোকৰ ডেৰকুৰি বছৰীয়া দাম্পত্য জীৱনত অনু বৰুৱাৰ বাবে পোৱাতকৈ নোপোৱাৰ বেদনাই আছিল বেছি। হেম বৰুৱা অসুস্থ হোৱাৰে পৰা তেওঁৰ কাম আৰু বাঢ়িল। তেওঁক পৰিচৰ্য্যা কৰা, ধৰি-মেলি বাহিৰলৈ অনা নিয়া কৰা সকলোখিনিকে কৰিব লগা হ'ল অনু বৰুৱাই। শেষত তেওঁ নিজেও অসুস্থ হ'ল। অনু বৰুৱা নিজেও এগৰাকী লিখিকা। সাগৰ দেখিলো, সূৰ্য্যমুখী, দিল্লীৰ ডুখৰীয়া ছবি, অন্তৰা, আৰ্চ্ছিঘৰ, জাপানী সাধু, পখীৰ দেশত অঞ্জুমণি, এনিমেল ফাৰ্ম, প্ৰাচীন ভাৰতীয় সাধু প্ৰভৃতি অনু বৰুৱা ৰচিত গ্ৰন্থ।

মধ্যবৰ্ত্তী নিৰ্বাচনত পৰাজয় বৰণ কৰাৰ পিছৰে পৰা হেম

বৰুৱাৰ শাৰীৰিক আৰু মানসিক ভালেখিনি পৰিবৰ্তন পৰিলক্ষিত হয়। নিৰ্বাচনত তেওঁৰ বিৰুদ্ধে হোৱা নানান অপপ্ৰচাৰৰ বাবে মানসিক ভাবে তেওঁ হৈ পৰিছিল ক্ষুণ্ণ, হতাশাগ্ৰস্ত আৰু উদাসীন। ইয়াৰ উপৰিও আছিছিল আৰ্থিক চিন্তা। পূৰ্বৰ সদালাপী হেম বৰুৱা জন হৈ পৰিছিল চিন্তাগ্ৰস্ত, অল্পভাষী। অৱশ্যে পূৰ্বৰে পৰা ভুগি থকা বহুমূত্ৰ আৰু ৰক্তচাপেও তেওঁক কিছু জুৰুলা কৰিছিল।

গুৱাহাটীত নানান ধৰণৰ চিকিৎসা কৰি কোনো ধৰণৰ উন্নতি নোহোৱাত ১৯৭৩ চনৰ ১৮ জুলাইত তেওঁক চিকিৎসাৰ বাবে নতুন দিল্লীলৈ নিয়া হয়। হেম বৰুৱাক নতুন দিল্লীলৈ আনি চিকিৎসা আদি কৰাৰ ব্যৱস্থা কৰিছিল তেতিয়াৰ কেন্দ্ৰীয় মন্ত্ৰী শ্ৰীদেৱকান্ত বৰুৱাই। তথাপিও নতুন দিল্লীলৈ নি চিকিৎসা কৰিলে যদিও পূৰ্বৰ হেম বৰুৱা জন আৰু হৈ নুঠিল। দিনে দিনে তেওঁৰ সভা-গুৰনি শৰীৰো শুকাই খীণাই যাবলৈ ধৰিলে। স্বভাৱো হৈ পৰিল শিশুৰ দৰে।

সাহিত্য, সংস্কৃতি, সংসদী ৰাজনীতিৰ নানান সজীৱ কাহিনী, বোলছবি, ক্ৰিকেটৰ পৰা বিশ্ব-ৰাজনীতিলৈকে নানান ৰসাল সজীৱ আলোচনাৰে মুগ্ধ কৰি ৰখা আৰু উঠিব খুজিলেই 'আৰু পাঁচ মিনিট বঁহা' বুলি শেষ নোহোৱা আৰু বহুতো পাঁচ মিনিট বহুৱাই শুনি ভাল লগা অলেখ কাহিনীৰ বৰ্ণনা দিয়া, বচনে গুৰনি হেম বৰুৱাৰ কাষত ঘণ্টাৰ পিছত ঘণ্টা নিৰৱে বহি থাকিব লগাটো যে কি এক অসহ্য যন্ত্ৰণাৰ কথা তাক ভুক্ত ভোগীয়েহে জানে।

সঘনে হেম বৰুৱাৰ ওচৰলৈ গৈ থকা বা সদায় দেখি থকা সকলৰ বাবে তিল তিলকৈ মৃত্যুৰ মুখলৈ অগ্ৰসৰ হোৱা, জহি খহি যোৱা অৱস্থাটো একো নতুন বা আচহুৱা লগা নাছিল। কিন্তু বহুদিন নোযোৱাকৈ থাকি হঠাৎ এদিন গৈ দেখাসকলৰ কাৰণে হেম বৰুৱাৰ তেনে এটি অৱস্থা যেন এটা ভয় লগা

সপোন। বহুতে তেওঁৰ কাষৰপৰা উঠি আহি নিৰলে এটোপাল চকুলো টুকিছিল। বহুতেই হুমুনিয়া এৰি মাথোন কৈছিল Life is meaningless—নিয়তিৰ কি যে এক নিৰ্ম্মম পৰিহাস।

১৯৭৭ চনৰ ৯ এপ্ৰিল শনিবাৰে ৯-৩০ বজাত উত্তৰ শৰণীয়াৰ নিজা বাসভৱনত হেম বৰুৱাৰ জীৱন বন্তি নিৰ্বাপিত হ'ল। এটি তৰা খহি পৰিল। এটি সংগ্ৰামী জীৱনৰ অন্ত পৰিল।

বনজুইৰ দৰে হেম বৰুৱাৰ মৃত্যুৰ বাতৰি নিমিষতে চহৰত বিয়পি পৰিল। শোৱনি কোঠাৰপৰা হেম বৰুৱাৰ নশ্বৰ দেহ ড্ৰইং ৰুমলৈ বাইজৰ দৰ্শনাৰ্থে অনা হ'ল। চহৰৰ শ-শ গুণমুগ্ধ লোকেৰে ঘৰ ভৰি পৰিল। কোনোৱে চৰণ ছুই উচুপিলে, কোনোৱে টুকিলে দুটোপাল চকুপানী আৰু কোনোৱে এৰিলে এটি দীঘল হুমুনিয়াহ।

কিন্তু হেম বৰুৱাৰ সেইবোৰলৈ ভ্ৰূক্ষেপ নাই। অৰ্দ্ধ উন্মিলিত চকুৰে দেশৰ সকলো সমস্যা সকলো চিন্তাকে নিৰৱে আওকাণ কৰি টোপনিত লাল কাল। ফুলৰ মাজত এখন স্নিগ্ধ নিৰ্মল মুখ। কেউপিনে ধূপ ধুনাৰ সুগন্ধী পৰিবেশ। শ্ৰীতীৰ্থনাথ শৰ্মাৰ গীতা পাঠে সেই পৰিবেশ আৰু গহীন কৰি তুলিছিল।

পিছদিনা ১০ এপ্ৰিল দেওবাৰে ৰাতি পুৱাই আৰম্ভ হ'ল শ্মশান যাত্ৰা। নগৰ পৰিভ্ৰমণৰ অন্তত শৱদেহ নবগ্ৰহ শ্মশানলৈ অনা হ'ল। চলচলীয়া চকু আৰু মলিন মুখেৰে সমবেত হাজাৰ হাজাৰ জনতাই নৱগ্ৰহ শ্মশানত শেষবাৰৰ বাবে চাই ললে এই সংগ্ৰামী বীৰ জনাক। দুপৰীয়া বাৰ বজাৰ লগে লগে বেদ মন্ত্ৰৰ মাজেৰে চিতাত অগ্নি সংযোগ কৰিলে টুমন আৰু অঞ্জন পুত্ৰদ্বয়ে। চাওঁতে চাওঁতে এজনা জাগ্ৰত প্ৰহৰীৰ মানৱী দেহা ভস্মীভূত হ'ল। এটা যুগৰ পতন হ'ল।

# প্ৰীতিৰ হেমহাৰ হেম বৰুৱা

শ্ৰীকমল নাৰায়ণ চৌধুৰী

নানাবিধ ৰঙৰ সমাবেশত সুনিপুণ চিত্ৰকৰে 'কেন্‌ভাচত' বিভিন্ন বিষয়-বস্তুৰ চিত্ৰ আঁকে। সেই একেই চিন্তাৰ বশৱৰ্ত্তী হৈ ফটোগ্ৰাফাৰে ৰঙীন আৰু ক'লা-বগা ফিল্মৰ সহায়ত নানা তৰহৰ ছবি তোলে। চিত্ৰকৰে ছবি আঁকে, ফটোগ্ৰাফাৰে ছবি তোলে। বিশ্বৰ দুই-এজন চিত্ৰকৰে আকৌ নিজেই নিজৰ প্ৰতিকৃতি আঁকি থৈ গৈছে, তেনেদৰে ফটোগ্ৰাফাৰ দুই-এজনেও কেমেৰাৰ 'ছেল্ফ্‌-এক্সপোজাৰ'ৰ সহায়ত 'ছেলফ্‌ প্ৰট্ৰেইট্‌' তুলি থৈ গৈছে। হেম বৰুৱা দেৱেও ওপৰোক্ত শিল্পীসকলৰ দৰেই কলীয়া আখৰেৰে 'ছেলফ্‌ প্ৰট্ৰেইট্‌' আঁকি থৈ গৈছে। এই কথাৰ উমান আমি তেখেতৰ বিস্তৃত লিখনিসমূহৰ মাজত পাওঁহঁক। হেম বৰুৱাই কেইবাখনো অসমীয়া আৰু ইংৰাজী ছপা কিতাপ পঢ়ুৱৈ-সমাজলৈ বুলি এৰি থৈ গৈছে। তাৰে মাজৰ এখন হ'ল 'পছোৱাৰ ৰেঙণি'। এইখন কিতাপৰ আগকথা 'পছোৱাৰ এসোঁতা'ত হেম বৰুৱাই এঠাইত এনেদৰে ব্যক্ত কৰিছে,—'এই-খিনিতে একেষাৰ কথা মনত পৰিছে। এখন চহৰৰ এজন এজেণ্টে আলোচনীখনৰ প্ৰথম সংখ্যাৰপৰাই এটা ফুটা কড়িও দিয়া নাছিল। এবাৰ নিজে ধন আদায় কৰোঁ বুলি গাঠিৰ ধন ভাঙি বাছেৰে সেই চহৰখনলৈ গলোঁ। বাহিৰে বাহিৰে গৈ এজেণ্টৰ ঘৰত উপস্থিত হলোঁ। আদৰ-অভ্যৰ্থনা কৰি এজেণ্টে এঠা দৈৰে কোমল চাউলৰ জলপান এটা খাবলৈ দিলে। জল-

পানটোত এটা মালভোগ কলো আছিল। জলপানটো খাই ইমান তৃপ্তি পালোঁ যে বাকী থকা ধনৰ কথা এজেণ্টক আৰু ক'বলৈ নহ'ল। আকৌ বাছত উঠি নিজৰ বাসভূমি পালোঁহি।'......
এইখিনি কথাৰে, এইখিনি শব্দ সম্ভাৰেৰে হেম বৰুৱাই 'ছেলফ্ প্ৰট্ৰেইটত' জানো নিজকেই চিত্ৰিত কৰি থৈ যোৱা নাই?

হেম বৰুৱা আছিল মোৰ এজন বিশিষ্ট বন্ধু, 'কমৰেড্'। গুৱাহাটীৰ নৱগ্ৰহ শ্মশানত লেলিহান শিখাৰ জুইত হেম বৰুৱাৰ নশ্বৰ দেহ ভস্মীভূত হোৱাৰ শেষত অকলশৰে বিষাদক্লিষ্ট মন এটা লৈ ঘৰলৈ উভতি অহাৰ পৰত এটা প্ৰশ্ন জাগিছিল, 'বন্ধু কাক বোলে? প্ৰকৃত বন্ধুৰ সংজ্ঞা কি?' উত্তৰত পালোঁ ভাৰতীয় শিক্ষা সংস্কৃতিৰ অমৰণ, অভগন অমৃত বাণী!—

'উৎসৱে ব্যসনে চৈব
দুৰ্ভীক্ষে ৰাষ্ট্ৰ বিপ্লৱে
ৰাজদ্বাৰে শ্মশানে চ,
য তিষ্ঠতি স বান্ধৱঃ।'

হেম বৰুৱা মোৰ সুখৰ আৰু দুখৰ দিনৰ, সমাজবাদী আন্দোলনৰ, তেলশোধনাগাৰ আন্দোলনৰ সময়ত ৰাজদ্বাৰৰ, তথা কাৰাগাৰৰ সংগী আছিল। তেখেতৰ মৃত্যুৰ পূৰ্বতে মোৰ মৃত্যু হোৱা হলে নিশ্চয় হেম বৰুৱায়ো মোৰ দৰেই মৃত বন্ধুৰ শ্মশানত উপস্থিত থাকি প্ৰকৃত বন্ধুৰ পৰিচয় দিলেহেঁতেন বুলি মই বিশ্বাস কৰোঁ। ই মোৰ অন্ধবিশ্বাস নহয়, আত্মপ্ৰত্যয়হে। নহলেনো বাৰু এই পৃথিৱীত বহুতো গুণী, জ্ঞানী লোক থকা সত্বেও মোৰ দৰে এজন সামান্য মানুহক তেখেতৰ পুথি 'পছোৱাৰ বেঙণি'খন মোকেই উদ্দেশ্য কৰি আগবঢ়াই বাৰু যায়নে? হেম বৰুৱাৰ লৈতে গঢ় লৈ উঠা মোৰ বন্ধুত্বৰ স্থায়িত্ব প্ৰায় ত্ৰিশ বছৰৰো অধিক কালৰ হব। অৱশ্যে মহাকালৰ বিচাৰত তেখেতক মই আৰু

সোঁশৰীৰে দেখা নাপাওঁ যদিও মোৰ স্মৃতিৰ ৰূপোৱালী পটত হেম বৰুৱাক চিৰদিনলৈ বিচৰা মাত্ৰকেই দেখা পাম। এই মাত্ৰ মই অনুভৱ কৰিছোঁ, তেখেতে যেন মোৰ সমুখত থকা চকীখনত ভৰি তুলি আৰামেৰে বহি লৈ মই একান্ত মনে লিখি থকা মোকেই চাই আছে। মুখত এমোকোৰা তামোল। সমুখত পিতলৰ বটা, তামোল-পাণ আৰু চূণ-চাধাৰে পৰিপূৰ্ণ। পিন্ধনত শুভ্ৰ খদ্দৰ! মূৰৰ আগচুলি কেইডালে কপালত পৰি আমনি কৰাৰ কাৰণে খং নকৰি শান্ত, সংযতভাবে সোঁহাতখনেৰে পুনৰ মূৰৰ আগৰ ঠাইত থৈ দিছে মৰমেৰে, আলফুলকৈ! ঠিক যেন পাঠ দিয়াৰ সময়ত কলেজৰ শ্ৰেণীত বহি থকা অস্থিৰ মনৰ ছাত্ৰজনক মৰমেৰেহে কৈছে, "সোণা, কিয় তেনেখন কৰিছা? অলপ সংযত হোৱাচোঁন!"—পাণবজাৰৰ অমলালয়ৰ বাৰাণ্ডাৰ তক্তাপোছত বহি শিশুবাবুৱে সি দিয়া আঠুৰ সীমান্ত পাৰ হৈ ভৰিৰ কলাফুললৈকে ওলমি পৰা বগা খদ্দৰৰ পাঞ্জাবীটোৰ আঁগটোৰে চছমাজোৰৰ কাঁচ দুখন এবাৰ মচি লৈ আকৌ পিন্ধি ললে! ইতিমধ্যে মুখৰ তামোলখন শেষ হৈছে। বটাৰ পৰা আৰু এখন তামোল মুখত ভৰালে। বটাৰ কাষত থকা চাধা নললে। চোলাৰ তলৰ জেপৰ পৰা ৰূপৰ সৰু টেমা এটা বাহিৰ কৰিলে। তাত নগাৱঁৰ পৰা অনা অমূল্য মুখত খোৱা ধপাত আছে। খায়ো ভাল লাগে, চোকটোও অলপ বেছি! আগেয়ে হেম বৰুৱাই চিগাৰেট খাইছিল, পিছত এৰি পেলাইছিল। এতিয়া তামোলখনৰ এটা বঢ়িয়া পাগ উঠিছে! এসময়ৰ তেখেতৰ অতি প্ৰিয় চিগাৰেট 'ৰিজেণ্ট' এটা আজি জ্বলালে!…আহ! কি আৰাম!— মনে মনে নিঃশব্দে হয়তোবা তেখেতৰ প্ৰিয় কবি ইলিয়টৰ কবিতা আওৰাইছে!—

"Dawn points, and another day
Prepares for head and Silence,

but at sea the dawn wind
Wrinkles and slides."......

## আমাৰ প্ৰথম পৰিচয়

১৯৪৭ চনৰ কথা। মই কলিকতাৰ পৰা আহি গুৱাহাটী পায়েই শুনিলো বন্ধুবৰ নাট্যকাৰ শ্ৰীলক্ষ্যধৰ চৌধুৰীৰ খুব টান অসুখ হৈ গ'ল। এতিয়া অলপ ভাল। দুপৰীয়া ভাত-পানী খাই জিৰাই-সতাই আবেলি চাৰিমান বজাত উজান বজাৰ পালোঁ। বিছনাত চৌধুৰী দীঘল দি পৰি আছে। ওচৰতে থকা চকী এখনত বহি লাহে-ধীৰে কথা পাতি আছোঁ। এনেতে প্ৰবেশ কৰিলে খদ্দৰৰ ধুতি আৰু দীঘল চোলা পিন্ধা এজন ওখ-পাখ সুঠাম পুৰুষ। বয়স প্ৰায় চৌত্ৰিশ, পয়ত্ৰিশ হব, গতিকে যুবকেই বুলিব পাৰি। চকুত চচ্‌মা, মুখত তামোল, হাতত চিগাৰেট। লক্ষ্য চৌধুৰীয়ে উভয়কে উভয়ৰ সৈতে পৰিচয় কৰি দিলে— 'এখেত হেম বৰুৱা, এখেত কমল চৌধুৰী।' দুয়ো দুয়োৰে নাম আগৰ পৰাই জনা। গতিকে বন্ধুত্বৰ দুৱাৰ একপ্ৰকাৰ মুকলি হৈয়েই আছিল। অলপ পৰ কথা পতাৰ পিছতেই দুয়োৰে হৃদয়-মন্দিৰত সহৃদয়তাৰ দ্বৈত-সংগীতৰ মধুৰ সুৰ বাজি উঠিল। স্বাভাৱিকতেই আচম্বিতে এনেদৰে এজন সৎ, আমোদী বন্ধু লাভ হোৱাত বৰ আনন্দ লাগিল। বন্ধুৰ তালিকাত আৰু এটা সংখ্যা যোগ হোৱাত বন্ধুবৰ লক্ষ্য চৌধুৰীক ধন্যবাদ জনালোঁ। যিকেইদিন গুৱাহাটীত আছিলো, কেউদিনে হেম বৰুৱাৰ লগত দেখা সাক্ষাৎ হৈছিল। কেতিয়াবা তেখেতৰ ঘৰত, ছ'চিয়েলিষ্ট পাৰ্টিৰ অফিচত, বি-বৰুৱা কলেজৰ অফিচ ৰুমত, আৰু কেতিয়াবা পাণ-বজাৰৰ শিশুবাবুৰ দোকানত। সেই সময়ত কলিকতা আছিল মোৰ কৰ্মভূমি, গতিকে পুনৰ কৰ্মভূমিলৈ বুলি জন্মভূমিৰ মায়া এৰাই যাবলগীয়া হ'ল।

১৯৫০ চনৰ মে' মাহত কলিকতাৰ পৰা গুৱাহাটীলৈ আহিছিলোঁ। অৱসৰ বিনোদনৰ কাৰণে। অৱশ্যে ১৯৪৮ আৰু ১৯৪৯ চনত শ্ৰীপ্ৰবীণ ফুকনৰ 'মণিৰাম দেৱান', শ্ৰীলক্ষ্য চৌধুৰীৰ 'ৰক্ত কুমাৰ' ৰেকৰ্ড-নাট্য আৰু স্বৰ্গীয় তিলক দাস প্ৰযোজিত 'পাৰঘাট' ফিল্ম সংক্ৰান্ত কামত গুৱাহাটীলৈ আহোঁতে হেম বৰুৱাৰ লগত সাক্ষাৎ নকৰাকৈ থকা নাছিলোঁ। এইবোৰ কামতো হেম বৰুৱাই শিক্ষা, সাহিত্য আৰু ৰাজনীতিৰ ক্ষেত্ৰত দেখুওৱা নিষ্ঠা, একাগ্ৰতা আৰু সক্ৰিয় বৰঙনী আগবঢ়োৱাৰ দৰে সমানেই আগ্ৰহ প্ৰকাশ কৰিছিল। দুই এটা গ্ৰহণীয় পৰামৰ্শ আগবঢ়াই আমাৰ যথেষ্ট উপকাৰ সাধন কৰিছিল। হেম বৰুৱা আছিল প্ৰকৃতাৰ্থত এজন সংস্কৃতিপৰায়ণ ব্যক্তি। যি কেৰা গুণৰ কাৰণে ৰাজনীতিত সক্ৰিয় ভূমিকা গ্ৰহণ কৰিও পণ্ডিত-প্ৰবৰ প্ৰয়াত ৰাষ্ট্ৰপতি ৰাধাকৃষ্ণণৰ দৰে বিচক্ষণ ব্যক্তিৰপৰা পাইছিল হেম বৰুৱাই এডুখৰি অমূল্য মাণিক সদৃশ 'চেনেহৰ-আশীৰ্বাদ !'—যি ডুখৰি ৰত্ন অদৃশ্যমান ! অথচ প্ৰেৰণাৰ অফুৰন্ত উৎস ! সাৰ্থক জীৱনৰ অনন্ত পাথেয় !—যি পাথেয়ৰ বলত হেম বৰুৱাই জীৱন-নাটৰ শেষ দৃশ্যত জ্বলন্ত ধূপৰ অগ্নিশিখা বুকুত বান্ধি সৌৰভৰ ধোঁৱা অনন্ত বিশ্বৰ চৌদিশে বিলাই পৱিত্ৰ, সুন্দৰ আৰু স্বৰ্গীয় কৰি তুলিবলৈ সক্ষম হৈছিল। হেম বৰুৱা আজি ইহ সংসাৰত নাই সঁচা, কিন্তু তেওঁৰ আদৰ্শ ?—হেম বৰুৱাৰ আদৰ্শ অমৰ !—সেয়েহে তেওঁ চিৰ বৰ্তমান !—চিৰ আয়ুষ্মান !!

## এছাটি নতুন বতাহ

১৯৪৯ চনত 'পাৰঘাট' কথাছবি মুক্তি লাভ কৰাৰ সময়ত গুৱাহাটীলৈ আহিছিলোঁ। হেম বৰুৱাৰ সৈতে দেখা হৈছিল। অসমীয়া ফিল্মৰ স্থায়ী বুনিয়াদ গুড়ি উঠাৰ বাটত থকা অন্তৰায়

সমূহৰ বিষয়ে আমাৰ মাজত খোলা-খুলিকৈ আলচ হৈছিল। পৰম আগ্ৰহেৰে মোৰ পৰা হেম বৰুৱাই চিত্ৰজগতৰ ভিতৰ-চ'ৰাৰ তিতা-কেঁহা অভিজ্ঞতাবোৰ নিজৰ জ্ঞান-ভাণ্ডাৰত এপদ-দুপদকৈ সঞ্চয় কৰি থৈছিল। (সেইবোৰ যথাসময়ত উপযুক্ত স্থানত পৰবৰ্তী কালত প্ৰয়োগ কৰিছিল সংসদী সদস্যৰূপে। হেম বৰুৱাক এসময়ত চেন্সৰ-বোৰ্ড, ৰাষ্ট্ৰীয় বোলছবি পুৰস্কাৰ সমিতি আদিৰ সভ্যৰূপে ভাৰত-চৰকাৰে মনোনীত কৰিছিল।)

ধান খেৰৰ মাঘ মহীয়া মেজি দপ দপকৈ জ্বলি, দুই-এটা শব্দ কৰি পুনৰ নিতাল মাৰে। ছাই-ভস্মবোৰ পৰি ৰয়। তেনেকৈয়ে 'পাৰঘাট'ৰ প্ৰযোজকেও একমাত্ৰ ফিল্ম কৰি নিতাল মাৰিলে। এদিন অনাতাঁৰ কেন্দ্ৰৰ স্থায়ী চাকৰি আৰু উজ্জ্বল ভবিষ্যতক নেওচা দি অসমীয়া ফিল্ম নিৰ্মাণৰ পঞ্চবাৰ্ষিক-বিবৃতি ভংগ কৰাৰ মানসে অনিশ্চিত, বন্ধুৰ পথৰ পথিক হৈছিলোঁ। বহুতো আশা বুকুত লৈ।………কিন্তু আমাৰ ইয়াত কথাৰ ফুলজাৰী ফুলে, কৰ্মৰ যোগ সাধনা নহয়।—হেম বৰুৱাৰ আগত মনৰ কথা কৈ দুখ কৰোঁ। হেম বৰুৱাই সান্ত্বনা যাচে। অনুপ্ৰেৰণা যোগায়। ১৯৪৯ চনৰ ডিচেম্বৰ মাহত পুনৰ প্ৰবাসী হওঁ। কৰ্মভূমি কলিকতালৈ বুলি পুনৰ সংগ্ৰামৰ-ৰথত উঠি ৰাওনা কৰোঁ। কথাতে কয় বোলে, যিজনে কৰ্ম নকৰি অকল বহিয়েই থাকে, তেওঁৰ ভাগ্যইও বহিহে থাকে। যিজন গতিশীল, কৰ্মযোগী তেওঁৰ ভাগ্যও গতিশীল, লগে লগে থাকে। কলিকতা পায়েই ইয়াৰ হুবহু প্ৰমাণ পালো। কলিকতাৰ মোৰ আন এগৰাকী বন্ধু, ফিল্মবিদ ৺কল্যাণ গুপ্তই আহি মোক খবৰ দি গ'ল যে এখন ইংৰাজী ভাষাৰ টেক্‌নিকলাৰ ফিল্ম নিৰ্মাণ হ'ব কলিকতাৰ বৰাকপুৰ অঞ্চলৰ 'গোৱালিয়ৰ হাউচ'ত। তাত চাৰিজন সহকাৰী পৰিচালক থাকিব। সেই চাৰিজনৰ ভিতৰত ময়ো এজন।

পৰিচালক হ'ল পৃথিৱী বিখ্যাত কৰাচী দেশৰ স্বয়ং জঁ। ৰেণোৱাঁ।
কাহিনীকাৰ বিখ্যাত ইংৰাজী লেখিকা ৰুমাৰ গডেন্‌চ। ফিল্মৰ
নাম—'দি ৰিভাৰ'।—জন্মভূমি গুৱাহাটীত 'পাৰঘাট' কৰাৰ অন্তত
যি হতাশা আৰু আৰ্থিক দুৰ্গতিয়ে লভিছিল, কৰ্মভূমি কলিকতাত
'দি ৰিভাৰ'ৰ দয়াত সেই দুখ আঁতৰ হ'ল। এটা বহিৰ
উৎসাহ লৈ কৰ্মক্ষেত্ৰত জপিয়াই পৰিলোঁ। কি বিচিত্ৰ জগত!
পৃথিৱী বিখ্যাত শিল্পী খনিকৰৰ দলৰ এজন হৈ লভিলোঁ। নিতে
নব অভিজ্ঞতা! প্ৰায় ছয়মাহ কাল ধৰি 'ছুটিং' কৰাৰ পিছত
মোৰ কাম শেষ হ'ল। কলিকতাত থকাৰ সময়ত মোৰ ৰচিত
ৰেকৰ্ড নাটিকা 'শ্বহীদ টিকেন্দ্ৰজিৎ' আৰু কিছু সংখ্যক বৰগীত,
লোকগীতৰ ৰেকৰ্ড কৰি ১৯৫০ চনৰ মে' মাহৰ কোনোবা এটা
দিনত পুনৰ বিশ্ৰামৰ কাৰণে গুৱাহাটী আহি ওলালোঁহি।
গুৱাহাটীত কিছুদিন থকাৰ পিছত আকৌ কলিকতালৈ উভতি
যাব লাগিব। ইতিমধ্যে কলিকতাৰ ফিল্ম আৰু ৰেকৰ্ড-জগতত
এখন নিজৰ বিত্ত্তভূমি ৰচিত হৈছে। কিন্তু গুৱাহাটীত
কেইদিনমান থকাৰ পিছতে গাত এছাটি নতুন বতাহ লাগিল।
দেশৰ বুকুৰেদি প্ৰগতিৰ গংগাৰ বিমল সোঁত বৰলৈ ধৰিছে।
অজ্ঞানতাৰ-শিৱৰ জটাত আবদ্ধ হৈ থকা সমতাৰ বাৰিধাৰা
বসুমতীলৈ নমাই আনিছে দেশৰ এদল যুৱ-বাহিনীয়ে! এওঁলোক
হ'ল অসমৰ নৱ ভগীৰথৰ দল!......সমাজবাদৰ শঙ্খ ফুঁকাৰি,
নিনাদি, গৰজি দেশত নতুন বাতাবৰণ সৃষ্টিকাৰীসকলৰ মাজত
জিলিকি আছিল অসমৰ যুৱমানসৰ প্ৰতীক 'হেম বৰুৱা!'

১৯৫০ চনৰ আগষ্ট মাহ। ৬ তাৰিখৰ ৰাতিপুৱা লোকপ্ৰিয়
গোপীনাথ বৰদলৈৰ মৃত্যু হয়। লোকপ্ৰিয় আছিল এজন সৰ্ব-
ভাৰতীয় নেতা। এনেহেন এজন সুপুৰুষৰ অবিহনে অসমৰ
ৰাজনৈতিক বাতাৰ পুনৰ গুৱাঁয়াল লোহোৱা হৈ পৰিল।..........

বসুমতী অধীৰা, চঞ্চলা হ'ল। দেশত দুৰ্যোগৰ, অমংগলৰ বায়ু বলিবলৈ লাগিল। ঠিক এনেকৈয়ে প্ৰায় এশ বছৰ পূৰ্বতে অসমী আইৰ সুযোগ্য পুত্ৰ মণিৰাম দেৱানক হেৰুৱাই আই বসুমতী অপ্ৰকৃতিস্থা হৈ পৰিছিল।

'চালত মলণ্ডিলে চালে দৈ কোমোৰা
কলহত মলণ্ডিলে লোণ,
মাটিত মলণ্ডিলে মণিৰাম দেৱান ঐ
নেকান্দি থাকিব কোন ?'· · ··

গোপী বৰদলৈক হেৰুৱাই ৰাইজে কান্দিলে। প্ৰকৃতি দেৱীয়েও ৰণচণ্ডী মূৰ্তি ধাৰণ কৰিলে। মৃতকৰ প্ৰেতকাৰ্যৰ দিনা গিৰিৰাজ হিমালয়ৰ পূৰ্বশাখাৰ শৃংগবোৰ প্ৰলয়ংকৰী ভুঁইকঁপত চূৰ্ণ-বিচূৰ্ণ হৈ ছিটিকি পৰিল। শান্তনুকুলনন্দন অশান্ত হৈ পৰিল।···বৰ লুইত বলীয়া হ'ল।···এয়াও যেন নটৰাজৰ এক সুকীয়া প্ৰলয় নাচোন। সেই ক্ষয়ংকৰী ক্ষণত অসমৰ অশেষ ক্ষতি হ'ল। লোকপ্ৰিয় বৰদলৈৰ মহাপ্ৰস্থান আৰু '৫০ৰ বৰ ভুঁইকঁপ। মানুহ আৰু প্ৰকৃতিৰ ৰহস্যময় সাদৃশ্য ! মানুহ, 'বৰ-দলৈ।' প্ৰকৃতি 'বৰ-ভুঁইকঁপ' !! বৰদলৈ অবিহনে বিশ্বৰ বৰ সবাহত অসমক প্ৰতিনিধিত্ব কৰিব কোনে ? সেইযাৰ কথাকেই যেন প্ৰকৃতিদেৱীয়েও অসমীয়া মানুহৰ হৃদয়ৰাজ্যত মহাকম্পনৰ সৃষ্টি কৰি সকীয়াই দিলে, 'বৰদলৈৰ পিছত কোন ?' লোকপ্ৰিয় বৰদলৈ আছিল দূৰদৃষ্টিসম্পন্ন ৰাজনৈতিক নেতা। প্ৰকৃতাৰ্থত আছিল এজন লাচিত বৰফুকনৰ ভক্ত। যি জনে মনেপ্ৰাণে বিশ্বাস কৰিছিল 'দেশতকৈ মোমাই ডাঙৰ নহয়।' সেয়েহে তেখেতৰ উত্তৰাধিকাৰীৰ বিষয়ে জীৱদ্দশাতেই তেখেতে চিন্তা কৰিছিল। অসমৰ ভাৱীকালৰ নেতৃত্ব তৈয়াৰ কৰাৰ মানসে লোকপ্ৰিয়ই তেখেতৰ প্ৰিয় উত্তৰ-পুৰুষসকলৰ ভিতৰত এজন যুৱককেই প্ৰিয়তম বুলি বাছনি কৰিছিল আৰু সেইজনেই আছিল

হেম বৰুৱা। বিয়াল্লিছৰ আন্দোলনৰ সময়ত যোৰহাট-জেলত হেম বৰুৱাক বৰদলৈদেৱে নিচেই ওচৰৰ পৰা চোৱাৰ সুবিধা পাইছিল। হেম বৰুৱা আছিল তৃতীয় শ্ৰেণীৰ ফাটেকিয়াল, আৰু বৰদলৈ আদি শীৰ্ষস্থানীয় লোকসকল আছিল প্ৰথম শ্ৰেণীৰ বন্দী। হেম বৰুৱাৰ দায়িত্ব আছিল এইসকল নেতাক পৰিচৰ্যা কৰাৰ। পৰম আনন্দেৰে হেম বৰুৱাই এওঁলোকক সেৱা কৰিছিল। বৰদলৈ আছিল এজন প্ৰকৃত গান্ধীবাদী লোক। সত্যাগ্ৰহী। সেয়েহে হেম বৰুৱাৰ জেলৰ ভিতৰত শান্ত, সংযমী আচৰণত বৰদলৈ মুগ্ধ হৈছিল। পুত্ৰবৎ স্নেহ কৰিছিল। নিজৰ ভাগৰ ৰুটি, মাখন, কণী মৰমেৰে খাবলৈ দিছিল। পৰবৰ্তী কালত গোপীনাথ বৰদলৈয়ে হেম বৰুৱাক গুৱাহাটীলৈ আনি থিতাপি লগোৱাৰ ক্ষেত্ৰত কেনে দৰে আগভাগ লৈছিল সেই কথা আজি সৰ্বজনবিদিত।

লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ মৃত্যুৰ পিছত গুৱাহাটী বিধান সভাৰ শূন্য আসনৰ বাবে ১৯৫১ চনত উপ-নিৰ্বাচন পতা হয়। এইছোৱা সময়লৈকে হেম বৰুৱা মোৰ অকল এজন বন্ধুহে আছিল। তেতিয়ালৈকে মই সক্ৰিয় ৰাজনীতিত যদিও যোগদান কৰা নাছিলোঁ। তথাপিও হেম বৰুৱাৰ সাংস্কৃতিক আৰু ৰাজনৈতিক আদৰ্শৰ এজন মাথো নিষ্ক্ৰিয় সমৰ্থক হৈহে আছিলোঁ। এই উপনিৰ্বাচনক কেন্দ্ৰ কৰিয়েই ময়ো হেম বৰুৱাৰ দলৰ দহজনৰ এজন হৈ পৰিলোঁ। গুৱাহাটীৰ পৰা ১৯।২০ মাইল আঁতৰৰ ৰামপুৰ নামৰ ঠাইত শাসক দলৰ হৈ এখন ৰাজহুৱা নিৰ্বাচনী সভাৰ আয়োজন কৰিছিল। সেই সভাত কংগ্ৰেছ আৰু সমাজতন্ত্ৰী দলৰ অসংখ্য সমৰ্থক গোট খাইছিল। দুৰ্ভাগ্যক্ৰমে হেম বৰুৱা, হৰেশ্বৰ গোস্বামী আদি নিৰ্বাচনৰ কামত অন্য কেন্দ্ৰত আৱদ্ধ হৈ থকাৰ বাবে বিৰোধী পক্ষৰ ফালৰ কোনো এজনো বক্তাই সেই সভাত উপস্থিত নাছিল। সেয়েহে সমৰ্থকসকলৰ মাজত হতাশা আৰু উত্তেজনাই দেখা

দিছিল। ময়ো এজন সমাজতন্ত্ৰী দলৰ সমৰ্থক হিচাপেহে সেই সভাত উপস্থিত আছিলো। অগত্যা উপায় নাপাই সমৰ্থক-সকলে সমাজতন্ত্ৰী দলৰ প্ৰাৰ্থী হৰেশ্বৰ গোস্বামীৰ হৈ মোকেই আগবঢ়াই দিলে বক্তৃতা দিবলৈ। মোৰ জীৱনত আছিল সেয়েই ৰাজনৈতিক মঞ্চত উঠি দিয়া প্ৰথম বক্তৃতা। গতিকে বক্তৃতা দিয়াৰ আগমুহূৰ্তত এবাৰ মনে মনে প্ৰাৰ্থনা জনাইছিলোঁ।—'হে আই সৰস্বতী! সু-বক্তা হেম বৰুৱাক তুমি যেনেদৰে আশীৰ্বাদ জনাই আহিছা, তেনেপ্ৰকাৰে আজি এই নিৰ্বাচনী সংগ্ৰামৰ সন্ধি-ক্ষণত মোৰ কণ্ঠতো থিতাপি লৈ আমাৰ দলৰ সন্মান ৰক্ষা কৰা'। নকলেও হ'ব, সেই যাত্ৰাত আই সৰস্বতীয়ে কৃপা কৰিছিল। এই সফলতাৰ বাতৰি পাই গুৱাহাটীত পিছদিনাখন সাবটি ধৰি হেম বৰুৱাই মোৰ ডিঙিত প্ৰীতিৰ হেমহাৰ পিন্ধাই কৈছিল, 'চৌধুৰী! এতিয়াৰ পৰাই, আজিৰ পৰাই সমাজবাদী প্ৰচাৰৰ কামত মোৰ সংগী হওক। জনতাৰ মুক্তিৰ কাৰণে, সাংস্কৃতিক মুক্তিৰ কাৰণে আমাক বহুতো কৰ্মীৰ প্ৰয়োজন হৈছে।' সেই দিন ধৰি হেম বৰুৱাৰ ৰাজনৈতিক জীৱনৰ সৈতে এনেদৰে জড়িত হৈ পৰিছিলোঁ। যে মোৰ কলা সাধনা এক প্ৰকাৰ গৌণ হৈ পৰিছিল। গান্ধীজীয়ে কৈছিল, 'Show them truth first, they will find beauty afterwards.'—হেম বৰুৱাই কৈছিল,—প্ৰতিভা শানত দিয়া কথা এষাৰ আছে যদিও মানুহ, মানুহ বাবেই মহৎ। অন্তৰৰ সৎগুণৰাশিৰ উৎকৰ্ষ সাধন কৰিব নোৱাৰিলে কোনো মানুহ কেতিয়াও মহৎ হব নোৱাৰে।

হেম বৰুৱা আছিল মোৰ এজন প্ৰকৃত বান্ধৱ। কিন্তু এই বন্ধুত্ব চিৰদিন সজীৱ হৈ আছিল ৰাজনৈতিক পৰিক্ৰমাক কেন্দ্ৰ কৰিহে। দুখৰ বিষয় আজি আমাৰ স্বাধীন দেশ বিভিন্ন ৰাজ-নৈতিক চিন্তাধাৰাৰ প্ৰকোপত পুৰি শত শিবিৰত পৰিণত হৈছে,

সেই বাবে বিস্তৃত ৰূপত হেম বৰুৱাৰ সৈতে লাভ কৰা অভি-জ্ঞতাসমূহৰ বিৱৰণী দিয়াৰ পৰা বিৰত হৈ থকাৰ চেষ্টা কৰিলেও এটি সময়ৰ কিঞ্চিৎ বৰ্ণনা দিয়াৰ লোভ সামৰিব নোৱাৰিলোঁ। ইয়াক দলীয় ৰাজনৈতিক দৃষ্টিৰে পঢ়ুৱৈ সমাজে বিচাৰ নকৰি ঐতিহাসিক দৃষ্টিৰে দৃষ্টিপাত কৰিলে আমি ধন্য মানিম। যিহেতু বৰ্ণনাটিৰ প্ৰধান নায়ক জনতাৰ বিবেকসম জয়প্ৰকাশ নাৰায়ণ। তদুপৰি হেম বৰুৱা আছিল জয়প্ৰকাশৰ প্ৰিয়তম ব্যক্তি। সেয়েহে এই প্ৰয়াস।

১৯৫২ চন। সমগ্ৰ দেশৰ গাত সাধাৰণ নিৰ্বাচনৰ বতাহ লাগিছে। বিভিন্ন ৰাজনৈতিক দলে অসম ৰাজ্যতো নিৰ্বাচনী প্ৰচাৰ কাৰ্য প্ৰবল গতিত চলাইছে। নিৰ্বাচনী প্ৰতীক ট্ৰাক এখনত সজাই পৰাই পহিলা জানুৱাৰীৰ সন্ধিয়াৰপৰা আমাৰ দলৰো প্ৰথম নিৰ্বাচনী প্ৰচাৰ কাৰ্য আৰম্ভ কৰা হ'ল। সেই প্ৰচাৰ কাৰ্যৰ মুখ্য বক্তাৰ ভাৰ পৰিল মোৰ ওপৰত। নকলেও হ'ব যে ভাষণৰ Talking point অৰ্থাৎ বক্তব্যৰ মূল কথাবোৰ মোক হেম বৰুৱাই আগধৰি কৈ থৈছিল। মোৰ আজিও হেম বৰুৱাৰ এষাৰ কথা স্পষ্টভাৱে মনত আছে। তেখেতে কৈছিল, 'চৌধুৰী! সদায় মনত ৰাখিব—দেশতকৈ পাৰ্টি ডাঙৰ নহয়।' উত্তৰত মযো কৈছিলোঁ, 'আপোনাৰ এইষাৰ উক্তি লাচিত বৰফুকনৰ "দেশতকৈ মোমাই ডাঙৰ নহয়" অমৰ-বাণীৰেই নতুন সংস্কৰণ।' ইংৰাজী নতুন বছৰৰ প্ৰথম তাৰিখৰ পৰাই পূৰ্ণোদ্যমে দলৰ নিৰ্বাচনী প্ৰচাৰ কাৰ্য চলিবলৈ ধৰিলে। সেই সাধাৰণ নিৰ্বাচন উপলক্ষে জয়প্ৰকাশ নাৰায়ণো কেইদিনমানৰ কাৰণে অসমলৈ আহিছিল। জয়প্ৰকাশ নাৰায়ণক 'জে-পি' বুলিয়েই আনে সম্বোধন কৰিছিল। সেয়েহে হেম বৰুৱায়ো তেখেতক 'জে-পি' বুলি সম্বোধন কৰিছিল আৰু 'জে-পি'য়ে হেম বৰুৱাক 'হেম' নাইবা 'বৰুৱা' বুলি নামাতি

'হেমবৰুৱা' বুলিয়েই সম্বোধন কৰিছিল। সম্ভৱতঃ নামটো চুটি হোৱাৰ কাৰণেই তেনেদৰে মাতিছিল। জে-পি আৰু হেম বৰুৱা! এই দুজন মহাপ্ৰাণ ব্যক্তিৰ নিৰ্বাচনী সভাবোৰৰ সংগী হ'বলৈ পাই কি গৌৰৱ, আনন্দ আৰু শান্তি পাইছিলোঁ তাক ভাষাৰে বৰ্ণনা কৰিব নোৱাৰোঁ। মাথোঁ সি অনুভৱৰহে বস্তু, বৰ্ণনাৰ নহয়। সেই সভাবোৰত মোৰ মাথোঁ দুটা কাম আছিল। সভাস্থলীত 'মাইক-লাউদস্পীকাৰ' ঠিক ৰখা আৰু সভাৰ আৰম্ভণী গীত গোৱাৰ। গীতটি আছিল হিন্দী ভাষাৰ। মূল ৰচকৰ নামটো পাহৰিলোঁ। যদিও প্ৰথম শাৰী কথা মনত আছে, 'মেহনৎ কচ্. উঠ্. হোশমে আ, হাতমে ঝাণ্ডা লাল উঠা।' ইত্যাদি।

১৯২১ চনত মহাত্মা গান্ধী অসমলৈ আহিছিল। গুৱাহাটী, তেজপুৰ আদি ঠাইত মহাত্মাজীৰ হিন্দী ভাষণ অসমীয়াত অনুবাদ কৰি শ্ৰোতা-জনতাৰ মন মুহিছিল দেশভক্ত তৰুণ ৰাম ফুকনে। তেনেদৰে একত্ৰিছ বছৰৰ পিছত জয়প্ৰকাশৰ হিন্দী ভাষণ ৰাইজক অসমীয়াত অনুবাদ কৰি লগে লগে ৰাইজক সফলতাৰে কৈ গৈছিল হেম বৰুৱাই। শাৰীৰিক অসুস্থতাৰ বাবে জয়প্ৰকাশে মঞ্চৰ ওপৰত চকীত বহি বহিয়েই ভাষণ দিছিল সুমধুৰ হিন্দীৰে আৰু আন এটা মাইকৰ আগত থিয় হৈ একেই মধুৰতাৰে শুৱলা অসমীয়াত হেম বৰুৱাই ক'তো খোকোজা নলগাকৈ, সলসলীয়া ভাষাৰে, গলগলীয়া মাতেৰে ৰাইজক মন্ত্ৰমুগ্ধ কৰি ৰাখিছিল। হাজো, শোৱালকুছি আদি ঠাইৰ সভাবোৰত উপস্থিত থকাৰ বাবে সেই ঐতিহাসিক ঘটনাবোৰৰ কথা আজিও মোৰ জলজল-পটপটকৈ মনত আছে। মনত আছে—হেম বৰুৱাৰ কথা। জয়প্ৰকাশৰ কথা। সেই সময়ত গান্ধীজী, তৰুণ ফুকনৰ মণিকাঞ্চন যোগ হোৱাৰ দৰেই জয়প্ৰকাশ, হেম বৰুৱাৰো মণিকাঞ্চনযোগ হৈছিল অসমৰ মাটিত। পূৰ্বপুৰুষ তৰুণ ফুকনৰ শূন্য আসন পূৰ্ণ কৰাৰ

কাৰণে উত্তৰ পুৰুষৰ মাজৰপৰা হেম বৰুৱাক পাই গভীৰ আনন্দত গৰ্ববোধ কৰিছিলোঁ। ভাবিছিলোঁ অসমৰ মাটিত—'নল মৰি গজালি ওলাল।'

হেম বৰুৱা আছিল জয়প্ৰকাশৰ প্ৰিয়তম ব্যক্তি। সেয়েহে হেম বৰুৱাৰ ব্ৰহ্মদেশলৈ প্ৰথম বিদেশ যাত্ৰাৰ প্ৰাক্কালত জয়প্ৰকাশে কৈছিল—'হেমবৰুৱা! বিদেশত বক্তৃতা দিয়াৰ সময়ত ৰাষ্ট্ৰপিতা মহাত্মা গান্ধী আৰু সাংস্কৃতিক-পিতা গুৰুদেৱ ৰবীন্দ্ৰনাথৰ কথা কবলৈ নাপাহৰিবা। এই দুজন পিতৃৰ বাণীসমূহৰ মাজতেই ভাৰতীয় সমাজতন্ত্ৰী দলৰ মূল চিন্তা-দৰ্শন লুকাই আছে। ভাৰতৰ আত্মা নিহিত হৈ আছে।' হেম বৰুৱাই জয়প্ৰকাশৰ এই উপদেশ পৰৱৰ্তী কালত আখৰে আখৰে মৃত্যুৰ দিনালৈকে পালন কৰি মানৱীজীৱন সাফল কৰি গ'ল। নিকা জীৱন, নিকা বসন ভূষণ আৰু নিকা ৰাজনীতি কৰি এটা শুদ্ধ, বুদ্ধ, শুভ্ৰ জীৱন দৰ্শন সৰ্বক্ৰালৰ বাবে এৰি থৈ গ'ল।

১৯৫২ চনৰ সাধাৰণ নিৰ্বাচনত গুৱাহাটী বিধানসভাৰ ছ'চিয়েলিষ্ট প্ৰাৰ্থী স্বৰূপে হেম বৰুৱাই প্ৰতিদ্বন্দ্বিতা কৰিছিল। ধনবল আৰু জনবলৰ অভাৱত হেম বৰুৱা নিৰ্বাচনত ঘাটিল। ''ভোট গণনাৰ অন্তত গুৱাহাটীৰ উপায়ুক্ত মিঃ কাৰ্ভেলোৱে অতি দুখেৰে ফলাফল ঘোষণা কৰিছিল। তেওঁ দুখ কৰা দেখি জনৈক বিপক্ষৰ নেতাই প্ৰশ্ন কৰিছিল, 'আপুনি ৰাজকৰ্মচাৰী হৈ এনেদৰে হেম বৰুৱাৰ বাবে দুখ কৰাটো জানো ভাল হৈছে? ই জানো পক্ষপাতিত্বৰ কথা নহয়?' হাতত থকা বেতৰ লাঠীডালত ভৰ দি মিঃ কাৰ্ভেলোৱে উত্তৰ দিছিল, 'নিৰ্বাচনত বিজয়ী হোৱা জনক জানো মই কৰমৰ্দন কৰি অভিনন্দন কৰা নাছিলোঁ? আচল কথা কি জানে? মই হেম বৰুৱাৰ এজন গুণমুগ্ধ লোক।' উপায়ুক্তৰ অফিচৰ বাহিৰত আমি কেজনমানে হেম বৰুৱাৰ কাৰণে বাট চাই আছিলোঁ।

অৱশ্যে হেম বৰুৱাৰ পৰাজয়ৰ বাতৰি ইতিমধ্যে পাইছোঁ। মিঃ কার্ভেলোৱে হেম বৰুৱাক দুৱাৰমুখলৈ আগুৱাই দিলে। বাহিৰত আমাৰ মলিন মুখবোৰলৈ লক্ষ্য কৰি মিঃ কার্ভেলোৱে আমাক সান্ত্বনা বাচিলে—'You have fought well. Be prepared for the next fight.' মহৎহৃদয়ৰ মিঃ কার্ভেলো আছিল গোৱাৰ এজন খৃষ্টিয়ানধর্মী লোক। আজি নাজানো তেখেত ক'ত? তথাপিও তেখেত য'তেই নাথাকক কেলেই হেম বৰুৱাৰ মৃত্যুৰ বাতৰি ৰেডিঅ', বাতৰি কাকতত পাই যে মিঃ কার্ভেলোৱে দুখ কৰিছিল সেই বিষয়ে কোনো সন্দেহ নাই। কাৰণ মিঃ কার্ভেলো আছিল হেম বৰুৱাৰ এজন প্ৰকৃত গুণমুগ্ধ লোক!

'হাৰিয়া জিনয় কেহো জিনিয়া হাৰয়।
কোনো কালে ক্ষত্ৰিয়ৰ নাহি পৰাজয়॥'

১৯৫২ চনৰ সাধাৰণ নির্বাচনত এবাৰ পৰাজয় স্বীকাৰ কৰিলেও হেম বৰুৱাই বিপদত ক্ষত্ৰিয়ৰ দৰে আচৰণ কৰাৰ মনোবল সঞ্চয় কৰি দ্বিতীয়বাৰৰ কাৰণেও পৰাজয় বৰণ কৰিছিল। অৱশেষত ১৯৫৭ চনত নির্বাচনী যুদ্ধত আমি জয়ী হলোঁ। হেম বৰুৱাৰ ডিঙিত প্ৰফুল্লিত বাইজে জয়মাল্য পিন্ধাই দিলে। হেম বৰুৱা বিৰোধীদলৰ সংসদী সদস্য হৈ দিল্লীলৈ যাত্ৰা কৰিলে। বৰঝাৰ বিমান কোঠত আমি মুষ্টিমেয় কর্মীয়ে হেম বৰুৱাক আগবঢ়াই থোৱাৰ সময়ত আমাৰ মনোৰাজ্যত কি যে এক অনির্বচনীয় সুখ অনুভব কৰিছিলোঁ কি কম? সেই মধুস্মৃতি আজিও মোলান পৰা নাই। সুদীর্ঘ চৈধ্য বছৰকাল হেম বৰুৱাই লোকসভাৰ মজিয়াত সংসদী সদস্যৰূপে কেনে বিধৰ ভূমিকা গ্ৰহণ কৰিছিল, তাৰ কথা সংসদৰ ইতিহাসত সোণালী আখৰেৰে লিপিবদ্ধ হৈ আছে।

এসময়ত মই আছিলো প্ৰবাসী হৈ আৰু হেম বৰুৱা আছিল গৃহবাসী হৈ। এতিয়া হেম বৰুৱা হ'ল প্ৰবাসী আৰু মই হলো গৃহবাসী। এই সুদীৰ্ঘকাল ছোৱাৰ সময়ত আমাৰ মাজত নিয়মিত-ভাবে চিঠিৰ আদান-প্ৰদান হৈছিল। তাৰে কিছুমান চিঠি আজিও মই সযত্নে ৰাখি থৈছো। সেই চিঠিবোৰত নিহিত হৈ আছে হেম বৰুৱাৰ পবিত্ৰ জীৱনৰ, দেশভক্তিৰ, গণভক্তিৰ উজ্জ্বল ইতিহাস! সজ্ঘ-প্ৰীতিৰ, বন্ধুপ্ৰীতিৰ কোমল কবিতা!!

'আজি ৰাম ৰজা হ'ব কালি অধিবাস।
কিন্তু কোনে জানিছিল হ'ব বনবাস॥'

বিধি আৰু বিধিৰ বিধান! তাক স্বয়ং শ্ৰীৰামচন্দ্ৰইও খণ্ডন কৰিবলৈ অপাৰগ হৈছিল। মানুহ কোন চাৰ? হেম বৰুৱাৰো বিধিলিপি বিধাতাই আগধৰি ৰচনা কৰি থৈছিল। ১৯৭১ চনৰ নিৰ্বাচনত অভাৱনীয় ভাবে হেম বৰুৱাৰ পৰাজয় ঘটিল। তথাপিও হেম বৰুৱাই ৰাইজৰ ৰায় গণতন্ত্ৰত বিশ্বাসী লোকৰ দৰে মানি লৈছিল যদিও হিয়াৰ গভীৰতলিৰ পৰা এটা বেদনাৰ সুৰ নিৰ্গত হৈছিল। সেই দিনাৰ কথা আজিও মনত পৰে। শিলপুখুৰীৰ পাৰ্টি অফিচত আমি কেইজনমান কৰ্মীবন্ধুৱে মন মাৰি বহি আছো। ৰাতি সাতমান বজাত ক'লা কোট আৰু ৰুগীয়া দেহমন লৈ হেম বৰুৱাই দুৱাৰ মুখত থিয় হৈ যিখিনি কথা ক'লে, মনত পৰিলে এতিয়াও অন্তৰ দহি যায়! বেজাৰৰ চকুলো ওলাব খোজে! হেম বৰুৱাই কৈছিল—'আপোনালোকে মোৰ হৈ যথেষ্ট খাটিলে। ৰাইজে নিবিচাৰিলে কি কৰিব? জীৱনযুদ্ধত জয়-পৰাজয় আছেই, কিন্তু কিছুমান আমাৰেই সমগোত্ৰীয় তথাকথিত বিৰোধী শিল্পী-ৰাজনীতিজ্ঞই মোৰ নামত, মোৰ পৰিয়ালৰ নামত মিছা অপবাদ ৰটনা কৰি লেতেৰা ৰাজনীতি কৰাৰ বাবেহে দুখ পাইছো!' ব্যথিত, দুঃখিত হেম বৰুৱাক দুখৰ বিননি শুনি মোৰ মনলৈ

আহিছিল সীতা গোসানীৰ বিলাপৰ কথা !

'এহি বুলি মহামৰ্মে গোসানী জানকী ।
পৃথিবীত পৰিয়া কান্দন্ত মকমকি ॥
সীতাৰ সন্তাপে দেখন্তাৰো মৰ্ম চৰে ।
হুমহুমি কান্দে শোকে লোতক নিগৰে ॥
কোপে অপমানে আতি চিত্ত গুহি থিৰ ।
হিয়াত পশিল শাল নোহ্লাই গোসানীৰ ॥'.........

......ইমানপৰে বগা কাগজত কলীয়া আখৰেৰে, অতীতৰ মধুস্মৃতি ৰোমন্থন কৰি ক্লান্তি আহিছে। হাতৰ কলম খন্তেকৰ বাবে থমকি ৰৈছে ! পূৰ্বতেই অনুভৱ কৰা হেম বৰুৱাৰ উপস্থিতি নোহোৱা হৈ আহিছে ! মোৰ সমুখৰ চকীখন শুদা ! বটাত তামোল-পাণ নাই ! হেম বৰুৱাও নাই ॥......কোঠালিৰ চৌপাশে উৰি ফুৰিছে শুভ্ৰ, সুগন্ধী কিছুমান ধোঁৱা !.........ধূপৰ ধোঁৱা ! সুগন্ধী ধোঁৱা বিলাই ধূপকাঠিৰ জ্বলি থকা অকমানি জুইখিনি দেখি মোৰ হেম বৰুৱাৰ জ্বলন্ত জীৱনৰ দৰে লাগিল !......... হেম বৰুৱাৰ প্ৰীতিৰ হেমহাৰডালৰ অদৃশ্য পৰশত পুলক জাগিল ! জ্বলন্ত ধূপৰ ধোঁৱাত অফুৰন্ত সুগন্ধ ! মাথোঁ সুগন্ধ !! বন্ধুপ্ৰীতিৰ অমৃতলোকৰ পৰা বিলোৱা চিৰ-আনন্দময় অমৃতবাণী !!.........

'মুক্তিৰ উষা কিৰণত স্নান কৰি হোৱা মহীয়ান।'

# ব্যক্তিত্বৰ মোহ

### শ্ৰীমহিম বৰা

স্কুলীয়া দিনতে 'আৱাহনত' "কন্নকীৰ কাহিনী" পঢ়ো। লিখক শ্ৰীযুত হেমকান্ত বৰুৱা, এম, এ। 'আৱাহনৰ' এজন গ্ৰাহক, তেওঁৰ পৰা 'আৱাহন' নানান কৌশলেৰে আৰু বাটেৰে আহি মোৰ হাতত পৰোতে তিনি মাহ লাগে। তেতিয়া গো-গ্ৰাসে গিলো। ৰমা দাস, কৃষ্ণ ভূঞা, মালিক, স্বৰ্গীয় মহীচন্দ্ৰ বৰা, স্বৰ্গীয় হলীৰাম ডেকা আদিৰ গল্প পঢ়াৰ পিছত, ধাৰাবাহিক উপন্যাস পঢ়াৰ পিছতহে 'কাহিনী'লৈ যাওঁ। এই মানুহজনে গল্প বা উপন্যাস লিখা হ'লে! তথাপি এম এ,—সাহিত্যচৰ্চালৈ এম এ এজন আহিছে। সেই বয়সত মোৰ সেইটোৱে ডাঙৰ সান্ত্বনা— অসমীয়া সাহিত্যৰ ভৱিষ্যত উজ্জ্বল।

কাৰণ সেই সময়ত এম এ পাছ কৰা অসমীয়ানো কেইজন? বঙলা 'বসুমতী' আদিত কিমান ডিগ্ৰীধাৰী, সংস্কৃতৰ উপাধিধাৰী ডাঙৰ পণ্ডিতে লিখে। আমাৰ যি দুই-এজন আছেও—তেওঁলোকে অসমীয়া সাহিত্যৰ চৰ্চা নকৰে।

সেই কাৰণেই এই লিখকজনৰ প্ৰতি শ্ৰদ্ধা আছিল।

১৯৪৫ চনত গুৱাহাটীত অসম ছাত্ৰ কংগ্ৰেছৰ অধিৱেশনত প্ৰতিনিধি স্বৰূপে গৈ প্ৰথম বৰুৱাদেৱক ওঁতৰৰ পৰা দেখো। তেতিয়া মই কলেজৰ ছাত্ৰ। হেম বৰুৱাযে 'আমাৰ' ফালে আছে [ছাত্ৰ ফেডাৰেছনৰ ফালে নহয়!] সেয়ে আছিল মোৰ অন্তৰৰ গৌৰৱ। তেতিয়াই জানিব পাৰিলো তেখেত বি, বৰুৱা কলেজৰ অধ্যক্ষ, ইংৰাজীৰ এম এ।

১৯৪৭ চন। মই কটনৰ তৃতীয় বাৰ্ষিকৰ ছাত্ৰ। অসমৰ আকাশত সংকটৰ কৰাল ছাঁ। অসম গ্ৰুপিঙত যাব, অসমক বলি দি ভাৰতে স্বাধীনতা লব। ইয়াৰ কাৰণেই আমাৰ হেজাৰ হেজাৰ ডেকা-গাভৰুৱে, অগণন জনতাই বিয়াল্লিছৰ আন্দোলনত সৰ্ব্বস্ব ত্যাগ কৰিলেনে?

কেন্দ্ৰীয় কংগ্ৰেছী নেতা, জৱাহৰলাল নেহৰু সকলো অনমনীয়। জংলী আচাম যাওক -তেওঁলোক প্ৰত্যেকে একোজন চাহানছাহ হব। অসমৰ তৰুণদল ক্ষুব্ধ, হতাশ, ম্ৰিয়মান। ছাত্ৰ কংগ্ৰেছৰ নেতা দুই-এজনৰ লগত কথাপাত গম পালো তেওঁলোক কিংকৰ্ত্তব্য বিমূঢ়। [শ্ৰীবিশ্ব গোস্বামী, শ্ৰীগোলোক ৰাজবংশী আৰু দুই-এজন— যাৰ লগত ব্যক্তিগত পৰিচয় মোৰ নাছিল!] অসমৰ সমস্যাৰ গভীৰতা কি, বাহিৰৰ কোনেও নাজানে। জনাওঁতাও কোনো নাই। ৰাইজৰ আশা একমাত্ৰ গোপীনাথ বৰদলৈ দেৱ, সকলোৱে তেখেতৰ মুখলৈ চাই আছে। সেই সময়ত আমাক উদ্ধাৰৰ কাৰণে আগবাঢ়ি আহিল প্ৰকৃত মহামানৱ, মহাত্মা গান্ধী। বৰদলৈ দেৱক কৈ পঠিয়ালে অসম গ্ৰুপিঙত নবহিব। যদি গ্ৰুপিঙৰ বিৰোধিতা নকৰে তেন্তে বুজিব লাগিব অসমত মানুহ নাই, মানুহ নামধাৰী প্ৰাণী কিছুমানহে আছে—[ Manikins ]। কিন্তু তেতিয়াও বাহিৰত জনমত গঠনৰ কাম থাকি গ'ল। কোনে এই দায়িত্ব ল'ব? ইংৰাজীত প্ৰবন্ধ লিখি বাহিৰৰ কাকতত প্ৰকাশ কৰিব লাগিব। তেতিয়াই সেই গুৰু দায়িত্ব বহন কৰিবলৈ আগবাঢ়ি আহিল হেম বৰুৱা দেৱ। এই মানুহজন মোৰ হিৰো হৈ উঠিল। দেশৰ এই সন্ধিক্ষণতে শুনিবলৈ পালো তেখেতৰ বিয়া। তেখেতক গুৱাহাটী ৰেলষ্টেচনত আগবঢ়াই দিবলৈ কেবাজনো তেখেতৰ লগত ঘনিষ্ঠতা থকা ছাত্ৰ গৈছিল। তেনে এটা দলৰ লগতে আলেঙে আলেঙে মযো গলো। বিয়াখন আৰু

এমাহমানৰ পিছত পতা হ'লে ! বৰুৱাদেৱ গুৱাহাটীত নথকা সময়খিনিতে যদি অসম কংগ্ৰেছে গ্ৰুপিং মানি লয় !! তেতিয়া আমাক কোনে নেতৃত্ব দিব ? সোনকালেই শুভকাম সমাধা কৰি তেখেত গুৱাহাটীলৈ আহক। এই কামনাৰে আঁতৰৰ পৰা ৰেলৰ ভিতৰত বহি থকা হেম বৰুৱা দেৱক জুমৰ মাজেদি চালো। মন কৰিলো তেখেতৰ মুখত চিন্তাৰ ছাপ নাই। অন্তৰখন অলপ লঘু লাগিল। আমাৰ কিজানি বিপদৰ সম্ভাৱনা নাই।

তেতিয়াও তেখেতৰ ওচৰ চপাৰ, চিনাকি হোৱাৰ সাহস নহ'ল। সদায়ে আত্ম-বিশ্বাসহীন, নাৰ্ভাছ, অথচ আনৰ প্ৰতি ঈৰ্ষাকাতৰ।

গ্ৰুপিঙৰ বিপদ গ'ল। হেম বৰুৱা মোৰ মানত ছিৰো হৈ গ'ল।

'জয়ন্তী গ্ৰুপ'ৰ সাহিত্য মোৰ প্ৰিয় নাছিল। বৰুৱা দেৱৰ 'পূজা', 'বান্দৰ', 'গুৱাহাটী-৪৪' আদি কবিতা পঢ়িছিলো। বোধহয় কবিতা কেইটা ভাল পাইছিলো, কিন্তু কবিৰ প্ৰতি কৌতুহলৰ সৃষ্টি হোৱাকৈ ভাল পোৱা নাছিলো—( বুজা নাছিলো )।

১৯৫১ চনত এম এ পঢ়ি থকা অৱস্থাত 'ৰামধেনু'ত ওলোৱা 'বসন্তৰ বাট পথাৰৰ গান' কবিতাটোৱে সৰুস্বৰা কোঢ়াল এটাৰ সৃষ্টি কৰিলে। ফাগুনীক 'জাকুৱালী' বোলাৰ কাৰণে এই কোঢ়াল। এদিন গোলোক ৰাজবংশীয়ে সুখবৰটো দিলে—হেম বৰুৱা চাৰে মোৰ কবিতাটো বৰ ভাল পাইছে। তেওঁ প্ৰায়ে তেখেতৰ ওচৰলৈ যায়,—মই তেওঁক লাগিলো, যেনে-তেনে মোক চিনাকি কৰি দিয়ে যেন। তেওঁ লোকৰ কামত সদায়ে আগৰণুৱা। ল-হোষ্টেলত মোক ছীট দিয়াৰ গুৰিতে তেওঁ। কিন্তু মোৰ নাই সময়—ৰেডিঅ' ষ্টেচনত সদায় মোৰ পাৰ্ট টাইম কাম—গাৰ্লীয়া স্কাইজৰ পৰিচালনাৰ দায়িত্ব। সময় মিলাব নোৱাৰাত সেই কাম হৈ নুঠিল। কেইমাহমানৰ পিছত অসমীয়া আধুনিক কবিতাৰ এটা সৰু আলোচনা আগ্ৰহেৰে পঢ়িলো—বৰুৱাদেৱৰে লিখা। নাই, 'ইত্যাদি'

বা 'অন্যান্য'—ক'তো মোৰ নাম নাই! তাহানিৰ প্ৰশংসা শুনি বেলুনৰ দৰে ফুলি উঠা অন্তৰখন ধুপ্ কৰে ফাটি ছিটিকি গ'ল। হেম বৰুৱাদেৱৰ প্ৰতি খঙত, বেজাৰত মন ভৰি পৰিল। কি গৰজ পৰিছিল মোৰ কবিতা ভাল পোৱা বুলি আনক ক'বলৈ?

ইয়াৰো কেইমাহমানৰ পিছত [বছৰ চেৰেকৰ পিছতো হব পাৰে] সস্তুৱ যোগেশক বিচাৰি যাওঁতে বৰুৱা দেৱৰ লগত চিনাকি হ'লো। 'ছাৰ' বুলি সম্বোধন কৰি মোৰ কবিতাটোৰ কথা উনুকিয়ালো আৰু বাকী কবিতা পঢ়িছেনে সুধিলো। ৰাজবংশীৰ আগত মোৰ কবিতা ভাল পোৱা বুলি কৈ কিয় আলোচনাত মোৰ নামটোকে উল্লেখ নকৰিলে তাৰ এটা ব্যাখ্যা (?) দাবী কৰিলো!

তেখেতে স্বীকাৰ কৰিলে, সময়ত মোৰ নামটো বা কবিতাটোৰ কথা মনত নপৰিল। মোৰ কপালক দূষিলো মনতে। মই যদি চিনাকি হৈ থাকিলোহেঁতেন! ফুটাই কলো, "গল্পৰ আলোচনাতো কেবাজনেও মোৰ নাম উল্লেখ কৰা নাই, বেয়া লিখক বুলি কলেও এটা সান্ত্বনা থাকে, আমি কি প্ৰেৰণাত লিখিম?"

"সেই কাৰণে সংকলন লাগে। সংকলন এটা হ'লে উল্লেখ কৰাৰ সুবিধা হয়। আলোচনীৰ পাতত পঢ়িলে মনত নাথাকে। আপোনাৰ কবিতাটো ভাল পাইছিলোঁ, মনত পৰিছে।" মোৰ শিশুসুলভ অভিমানক আহত নকৰাকৈ ছাৰে উত্তৰ দিলে।

[পিছৰ কালত 'মডাৰ্ণ আচামীজ পয়েট্ৰিত' মোৰ দুটা কবিতাকো তেখেতে স্থান দিছে।]

মোৰ গল্পৰ প্ৰকাশক নাই। 'পপুলাৰ' নহয় বুলি কয়। উপন্যাস লাগে, আৰু গল্প হ'লেও থী ডায়মনচনেল প্ৰেমৰ কথা থাকিব লাগে। মনতে কলো।

১৯৫৫ চন। 'পুথিঘৰ'ৰ মালিক শ্ৰীকমলচন্দ্ৰ বড়াদেৱক কৈ

মেলি "অৰুণাচল" নামৰ সাহিত্য-সংকলন প্ৰকাশ কৰিবলৈ মান্তি কৰালো। নগাওঁ কলেজত সোমোৱাৰ বেছি দিন হোৱা নাই। অকলেই প্ৰবন্ধ-পাতি সংগ্ৰহ কৰিছিলো। যোগেশৰ গল্প আৰু হেম বৰুৱা ছাৰৰ কবিতা আনিবলৈ নিজে গলো। কবিতাটোত এঠাইত 'শুক্ৰ-কীট' শব্দটো আছে। মই শব্দটো কাটি দিবলৈ নাইবা আন প্ৰকাৰে ভাবটো প্ৰকাশ কৰিবলৈ টানি ধৰিলো।

তেখেতে হাঁহি ক'লে, "কিয় ? আপত্তিটো ক'ত ? ইংৰাজী কবিতাতো পাব, মিলিয়ন মিলিয়ন স্পাৰমটোজোৱা।"

"ইংৰাজ পাঠক আৰু অসমীয়া পাঠকৰ মনৰ পৰিধিৰ কথাও ভাবক ছাৰ।"

"বাৰু বৰাই কৈছে যেতিয়া—নে কি কোঁৱা যোগেশ ?"—ওচৰতে থকা যোগেশ দাসে তেওঁৰ পোহনীয়া হাঁহিটো মাৰিলে। হাঁহিটো কাৰো গাত নালাগে সঁচা, কিন্তু সেই মুহূৰ্ত্তত মোক সামান্য ভাৱে সচেতন কৰিলে। মোৰ এয়া আস্পৰ্দ্ধা নহয় জানো ?

তেখেতে শব্দটো সলাই দিলে।

পিছত শ্ৰীনৱকান্ত বৰুৱাৰ ওচৰলৈ কবিতা বিচাৰি যাওঁতে এই কথা কোৱাত মোলৈ অবাক হৈ চাই ক'লে, "তুমি হেম ককাইদেউৰ কবিতাতো কেঁচি চলালা ? আমাৰ কা-কথা ! ভয়ে লাগে তোমাক কবিতা দিবলৈ।" কিন্তু জানে মই আঁকৰা-মৈত-উঠা। কবিতা দিলে।

মোৰ কবিতা বা লিখাৰ ওপৰত যদি কোনোবাই তেনে আপত্তি জনালেহেঁতেন, তেতিয়াই তেওঁক বিদায় দি কবিতাটো ৰাখি থলোহেঁতেন ! বৰুৱা ছাৰ কি বিৰাট ব্যক্তিত্বৰ অধিকাৰী ! মোৰ জীৱনৰ বহুত মূৰ্খামিৰ ভিতৰত ইয়ো এটা। আৰু সেই সময়টোত তেখেতৰ চাৰিওফালে জয় জয়কাৰ !

এই ঘটনাৰ পিছত আৰু এবাৰ লগ পাওঁ। সম্ভৱ "কাঠনি-

ঘাৰীঘাট" সংকলনটোৰ প্ৰথম প্ৰকাশৰ এখন কিতাপ তেখেতক উপহাৰ দিবলৈ যাওঁতে। প্ৰকাশক নোলাল, বন্ধুবৰ অধ্যাপক (মোতকৈ জুনিয়ৰ), সাহিত্যিক শ্ৰীভদ্ৰ বৰাৰ চেষ্টাত প্ৰকাশিত হ'ল। তেখেতক এটা অভিনন্ত দিবলৈ ক'লো। তেতিয়া ১৯৬১ চন। মই সাহিত্যৰ প্ৰসঙ্গ ওলাওঁতে কলো, তেখেতৰ অসমীয়া লিখা মই বেয়া পাওঁ। সেয়া অসমীয়াই নহয়, ইংৰাজীৰ লিটাৰেল ট্ৰেনশ্লেচন।

এনে এটা আকস্মিক আক্ৰমণৰ কাৰণে তেখেত প্ৰস্তুত নাছিল। কবিতাৰ আলোচনাত মোৰ নাম নিদিয়াৰ পোহনীয়া উষ্মাৰেই মই খৰংখচ্‌কৈ কৈছিলো।

তেখেতৰ হাঁহি থকা বা সদা প্ৰসন্ন মুখখন সামান্য ভাবে জঁয় পৰা যেন লাগিল। মাতটো সৰু কৰি ক'লে "সঁচা, বৰা। মই কষ্ট কৰি অসমীয়া লিখিবলৈ শিকিছিলো। কন্নকীৰ কাহিনীত বৰ কষ্ট হৈছিল।"

মই সমান উষ্মাৰেই কৈ গলো, "আপোনাৰ কৱিতা বেয়া পাওঁ। দুই-এটাহে তাহানি ভাল লাগিছিল। বহুতবে তথাকথিত আধুনিক কৱিতা মই বেয়া পাওঁ।" [অৰ্থাৎ মোৰ কৱিতাহে ভাল!]

"সঁচাকৈয়ে বৰা"—অনুচ্চ, গহীন সুৰত তেখেতে উত্তৰ দিলে, "আমি লিখিহে গৈছো, পাঠকৰ ৰিএকচন্ কি জানিব পৰা নাই।"

ব্যক্তিগত সান্নিধ্যলৈ খুব কমই আহিছিলো, কিন্তু প্ৰত্যেক বাৰতে সৰু-সুৰা একোটা খাৰঘৰ জ্বলিছিল। পিছত তেখেতৰ অসমীয়া ৰচনা উন্নত হৈছিল।

১৯৬০ চনত, ১৯৬২ চনত হেম বৰুৱা মোৰ তাহানিৰ হিৰো হৈ উঠিল।

চীনা আক্ৰমণৰ পিছত সদনত তেখেত গৰ্জি উঠিছিল সিংহ

গৰ্জ্জনেৰে নেহৰুৰ ওপৰত, "হিষ্টৰি'জ ভাৰ্দিক্ট উইল বি ষ্টাৰ্ণ এগেনষ্ট ইউ।"

তেনে এটা সময়তে নগাৰলৈ আহোতে কেইমিনিটমানৰ কাৰণে লগ পাইছিলো। 'ভাৰতীয়' শাসনত আমাৰ অস্তিত্ব ৰক্ষা পৰিবনে, মোৰ এনে মনোভাৱ। তেখেতে ক'লে, "চীনা যুদ্ধত নিহত-আহত-সন্ধানহীনৰ তালিকাত এটাও অসমীয়া মানুহ নাই, এই প্ৰশ্ন যেতিয়া মোক বাহিৰত সোধে উত্তৰ দিব নোৱাৰো।" .........আন এটা প্ৰসঙ্গত ক'লে, "জনসংখ্যাও প্ৰয়োজনীয়। আমাৰ জনসংখ্যা কম হোৱাটোও এটা দ্ৰবেক। গুণগত উৎকৰ্ষও নাই।"

প্ৰথমবাৰ সদনলৈ নিৰ্বাচিত হোৱাত মই ওলগ জনাই লগতে কৈছিলো, তেখেত ৰাজনীতিলৈ নমা ভাল পোৱা নাই। আমাৰ সাহিত্যৰ ক্ষতি হ'ব। তাতে বিৰোধী পক্ষ। তেখেতে কি উত্তৰ দিলে মনত নাই। কিন্তু কাৰ্য্যেৰে প্ৰমাণ কৰিলে মোৰ ধাৰণা ভুল। শেষ বয়সত সুৰুঙা পাই মই ১৯৪৬-৪৭ চনৰ তেখেতৰ বিয়াৰ সময়ৰ মোৰ মানসিক অৱস্থাৰ কথা জনালো। সংক্ষেপে। তেখেতে অলপ অভিভূত হোৱা যেন ধৰিব পাৰিলো। মই জনালো, তেখেত তেতিয়াৰ পৰাই মোৰ কাৰণে হিৰো।

এতিয়া আমাৰ জনসংখ্যা বাঢ়িল। 'দেশী' আৰু বিদেশীৰ চৰণীয়া পথাৰ হৈ পৰিছে অসম। গোষ্ঠীগত বিভেদ, আত্ম কলহ, ব্যক্তিগত লোভত আমি আজি জুৰুলা। অসমৰ অঙ্গছেদ হ'ল। যদি চেতনা জাগে, তেন্তে আমাৰ অস্তিত্বৰ শেষ শৰাইঘাট আহিব লাগিছে। তেতিয়া কোন হ'ব আমাৰ নেতা, কোনে দিব আমাক প্ৰেৰণা? নিশ্চয় হেম বৰুৱা দেৱৰ অমৰ দেশপ্ৰেমে:

'আকৌ এবাৰ ৰঙা কৰি মৰো আহাঁ
লুইতৰ বগা পানী।'

—[ যাত্ৰাৰ শেষ নাই। ]

অসুস্থ অৱস্থাত তেখেতক চাবলৈ গৈ জানিলো তেখেত দিল্লীত চিকিৎসাৰ কাৰণে। আৰু এবাৰ তেখেত গ'ল ডিব্ৰুগড়লৈ। তেখেতৰ ৰোগ-পীড়িত দেহটো নেদেখি মই শান্তিত আছিলোঁ। মোৰ কল্পনাত তেখেত তাহানিৰ ওখ-পাখ, দীঘল পাঞ্জাবীৰ, মোটোহা খদ্দৰৰ, অযত্নত পিছলৈ পেলাই থোৱা ধুনীয়া একোঁচা চুলিৰে, বুকুত সিংহৰ সাহস, চকুত স্বপ্ন আৰু মানৱতাৰ ভৱিষ্যতৰ প্ৰতি আশা লৈ খোজকাটলত স্বাভাৱিক গাম্ভীৰ্য্য আৰু আভিজাত্য লৈ ব্যক্তিত্বৰ সম্মোহনী বায়ুমণ্ডল এটা লৈ বিচৰণ কৰি ফুৰা, ১৯৪৭ চনৰ সেই হেম বৰুৱা হৈয়ে ৰৈ গ'ল।

# পত্নীৰ দৃষ্টিৰে

শ্ৰীমতী অণু বৰুৱা

এজন ৰাজনীতিজ্ঞ, এজন সাহিত্যিকৰ স্ত্ৰী হ'বলৈ পোৱাটো যেনেকৈ সৌভাগ্যৰ কথা সেইদৰে কষ্টকৰও। বৃটিছৰ দিনৰ চৰকাৰী চাকৰিয়ালৰ জীয়ৰী হৈ এটা সম্পূৰ্ণ বেলেগ পৰিৱেশত ডাঙৰ হৈ, এজন ৰাজনীতিজ্ঞৰ জীৱন সঙ্গিনী হবলৈ আগবাঢ়ি আহোঁতে কিমানখিনি অসুবিধাৰ সন্মুখীন হ'ব লগা হৈছিলো, সেইটো সহজেই অনুমেয়। সময়ে সময়ে উজুটিও যে খোৱা নাছিলো, এনে নহয়। কিন্তু যিমান কঠিন হ'ব বুলি ভাবিছিলো, সিমান নহ'ল। তাৰ কাৰণ, মোৰ স্বামীৰ এটা সহানুভূতিশীল মন, এখনি সংবেদনশীল অন্তৰ।

আমাৰ বিয়া হৈছিল ১৯৪৭ চনত। ১৯৪২ চনৰ আন্দোলনৰ কথা, জেলত বন্দী হৈ থকাৰ সময়ৰ কঠোৰ জীৱনৰ কথা, কুশল কোঁৱৰৰ ফাঁচী আদি ঘটনাবোৰ পোনতে মানুহজনৰ মুখত শুনি স্তম্ভিত হৈছিলো। সেই আন্দোলনক কেন্দ্ৰ কৰি আচম্বিতে আহি পৰা ঘৰুৱা থানথিত নোহোৱা অৱস্থাৰ কথা যেতিয়া মানুহজনৰ মুখত শুনিছিলো, তেতিয়া নিজৰ জীৱনৰ এৰি অহা উনৈশটা বছৰ একেবাৰে অৰ্থহীন যেন লাগিছিল। কলেজৰ শিক্ষা সাং কৰাৰ পিছৰে পৰা বিয়াল্লিছৰ গণ-আন্দোলনৰ কালছোৱাত হোৱা নিৰাপত্তাহীন ঘটনাবহুল দিনবোৰকে ধৰি চাকৰি জীৱনত থানথিত লাগিব নোৱাৰা সময় ছোৱালৈকে মানুহজনৰ জীৱন নানা ধৰণৰ

তিতা-মিঠা অভিজ্ঞতাৰে ভৰা। অৱশ্যে মিঠা অভিজ্ঞতাতকৈ তিতা অভিজ্ঞতাই বেছি। কেতিয়াবা এই তিতা অভিজ্ঞতাবোৰৰ কথা আমাৰ আগত সোঁৱৰণ কৰে। কিন্তু তেনে তিতা অভিজ্ঞতাৰ লগত জড়িত থকা একোজন মানুহক যেতিয়া এখেতে হাঁহি মুখেৰে, অকপটভাৱে ব্যৱহাৰ কৰা দেখোঁ, তেতিয়া আচৰিত নহৈ নোৱাৰোঁ। এনেবোৰ কথা দেখি-শুনি তেখেত যে প্ৰকৃততে গান্ধীবাদী আছিল, আজি মই ডাঠি কব পাৰোঁ।

ৰাজনীতিজ্ঞৰ জীৱন কষ্টকৰ। তাৰোপৰি মানুহজনে সোণৰ চামুচ মুখত লৈ জন্ম লোৱা নাছিল। আনহাতে বিৰোধী দলত থাকি ৰাজনীতি কৰিবলৈ গলে যে পদে পদে কিমান বাধা পাব লাগে, সেই কথা সহজেই অনুমান কৰিব পাৰি। ৰাজনীতি আৰু সাহিত্য দুয়োটাৰে ভাৰসাম্য ৰক্ষা কৰাটো যে কিমান কঠিন, সেইয়া স্বচক্ষেই দেখিলোঁ। এবাৰ তেখেতে দিল্লীৰ পৰা অসমৰ এগৰাকী স্বনামধন্যা লেখিকালৈ চিঠিত লেখিছিল: "মই পাৰ্লা-মেণ্টৰ কাম আৰু সাহিত্য-চৰ্চা দুয়োটাৰ কাম কেনেদৰে চলাইছোঁ, দেখিলে আপোনাৰ পুতৌ উপজিব। নিশা এঘাৰ বজালৈকে পাৰ্লামেণ্টৰ কাম কৰি অঁতাই দুই, আঢ়ৈ বজালৈকে বহি যি পাৰোঁ সাহিত্য-চৰ্চা কৰোঁ।" কথাষাৰ আখৰে আখৰে সঁচা। স্কুলীয়া ল'ৰা-ছোৱালীয়ে দিনটোৰ পাঠ যুগুতোৱাৰ দৰে দিনত সংসদত কি কি কৰিবলগীয়া থাকে, সেই বিষয়ে নিজকে সাজু কৰি নিব লাগে। পুৱা উঠি বাতৰি কাকতখন শেন দৃষ্টিৰে চাই কি প্ৰশ্ন কৰিব পাৰি, চালি-জাৰি চোৱাই হ'ল প্ৰথম কাম। মুখৰ আগত দি থোৱা চাহ পিয়লাও চেঁচা হৈ যায়। শৰীৰত আড়ষ্টতা নাই, চকুত টোপনিৰ জাল নাই। শেন দৃষ্টিৰে কেৱল বাতৰি কাকতখন চাইছে আৰু চাইছে। প্ৰয়োজন অনুসৰি প্ৰশ্ন টাইপ্ কৰাৰ পৰা সকলো কাম নিজেই কৰে। তেখেতৰ

প্ৰাইভেট চেক্ৰেটৰী নাছিল—মাহে দুশ, আঢ়ৈশ টকা দি এজন চেক্ৰেটৰী ৰখাৰ সামৰ্থ্যও নাছিল। গতিকে ময়েই যি পাৰোঁ, মোৰ সাধ্যানুসৰি তেখেতক সহায় কৰিছিলো। সন্ধিয়া সংসদৰ পৰা উভতি আহিও সেই একেই ব্যস্ততা। এটোপা চাহ বিচৰাৰ পৰিবৰ্তে বিচাৰে দিনৰ ডাকত অহা চিঠিবোৰ। চিঠিবোৰৰ উত্তৰো ততালিকে লেখি পেলায়। পোনতে গোট গোট আখৰেৰে ধুনীয়াকৈ নিজেই চিঠিবোৰ লেখিছিল। পিছলৈ কিন্তু হাতখন কঁপিবলৈ লোৱাৰ কাৰণে ময়েই এই কামত সহায় কৰিছিলো। দিল্লীত থকা সময়ত তেখেতলৈ অসমৰ পৰা যোৱা চিঠি-পত্ৰৰ উত্তৰ কোনেও কিজানি "নাই পোৱা" বুলি কব নোৱাৰিব। সৰু-ডাঙৰ সমস্যাৰে ভৰা চিঠিৰ পুঙ্খানুপুঙ্খৰূপে উত্তৰ দিয়াৰ উপৰিও, এনে কিছুমান চিঠি পাইছিল, তাৰ উত্তৰো তেখেতে আগ্ৰহেৰে দিছিল: এনে চিঠি আহিছিল সাধাৰণতে স্কুল-কলেজীয়া ল'ৰা-ছোৱালীৰ পৰা। নানা ধৰণৰ প্ৰশ্ন যেনে, 'সাহিত্য-চৰ্চা কৰিবলৈ হলে পোনতে কি কৰা উচিত?' 'ভাল ইংৰাজী লেখিবলৈ কি পন্থা লোৱা উচিত?' মই মন কৰিছিলো, এনেবোৰ প্ৰশ্নৰ উত্তৰ দিবলৈ পালে তেখেতৰ মুখমণ্ডল এক বিমল আনন্দত উদ্ভাসিত হৈ উঠিছিল। সেইদৰে একোজন তীক্ষ্ণবুদ্ধিৰ উদীয়মান যুৱকক সৎভাৱে কাম কৰি যোৱা দেখিলে বৰ ভাল পাইছিল। এবাৰ কেন্দ্ৰীয় গৃহ মন্ত্ৰী দপ্তৰৰ উচ্চ পদস্থ অসমীয়া ডেকা এজনক দেখি তেখেতে মোক কৈছিল: "এনে ধৰণৰ ল'ৰা দেখিলে, মই অন্তৰত কিবা এটা উদ্দীপনা পাওঁ।" এনে একোজন ব্যক্তিলৈ আঙুলিয়াই তেখেতে আমাৰ ল'ৰাহঁতেকো উপদেশ দিয়ে। সদায় মই দেখিছিলো, উদাহৰণ আৰু আদৰ্শৰে ল'ৰা দুটাক গঢ় দিবলৈ যত্ন কৰিছিল। চোকা শাসন, মাৰধৰ কৰা মই দেখা নাছিলো। কেতিয়াবা কিবা কথাত সিহঁতৰ ওপৰত অসন্তুষ্ট হলে, সেই

অসন্তুষ্টিৰ ভাবখিনি তেখেতৰ মুখত প্ৰকট হৈ উঠিছিল, যেন কিবা এটা গভীৰ দুখত, হতাশাত তেখেত ভাগি পৰিছে। দুদিন মানলৈ মৌন হৈ আছিল। মই লক্ষ্য কৰিছিলো, এই মৌনতাই ল'ৰাহালৰ অন্তৰত বাৰুকৈয়ে ৰেখাপাত কৰিছিল।

মানুহজনৰ অন্তৰখন আছিল অতি কোমল। কোনোবা মানুহ বিপদত পৰা দেখিলে তেখেতৰ অন্তৰখনে কান্দি উঠে। তাৰ কিবা এটা প্ৰতিকাৰ কৰিব নোৱাৰালৈকে মনটো অশান্ত হৈ থাকে। সংসদৰ অধিবেশন ওৰ পৰাৰ লগে লগে ঢাপলি মেলে অসমলৈ। গুৱাহাটীত থকা পাৰ্টিৰ শ্ৰীবিশ্ব গোস্বামীলৈ আগতীয়াকৈ চিঠি দিয়ে সমষ্টিলৈ যাবলৈ কাৰ্য্য-তালিকা কৰিবলৈ। গুৱাহাটী পায়েই সেই কাৰ্য্য-তালিকা মতে সমষ্টিলৈ গৈ ৰাইজৰ অভাৱ-অভিযোগৰ ভু লয়। বানপানী, দুৰ্ভিক্ষ-অনাটন আদি হলেতো কথাই নাই। যদি সামৰ্থ্যই কুলায়, খাদ্য সামগ্ৰী লৈ পীড়িত অঞ্চললৈ গৈ যিমান দূৰ পাৰে ৰাইজৰ দুখ মোচন কৰিবলৈ যত্ন কৰে। নোৱাৰিলে, এষাৰ মাত দি মানুহক সান্ত্বনা দিয়েগৈ। এইদৰে সমষ্টিত ঘূৰি ফুৰোঁতে সন্মুখীন হোৱা কিছুমান করুণ ঘটনাৰ কথা আমাক পিছত বিবৰি কয় আৰু আৰ্থিক সাহায্য পঠাবলৈ তৎপৰ হৈ পৰে। তেনে উদাহৰণ বহুতো আছে। সেই বুলি আমি দিল্লীত থকা কালছোৱাত নানা প্ৰকাৰে ঠগিবলৈ ওলোৱা কিছুমান লোকক তেখেতে অকণো প্ৰশ্ৰয় নিদিছিল। তেনেকৈ বিমুখ কৰাত সময়ে সময়ে সেই ধৰণৰ মানুহৰ কটু কথাও শুনিব লগাত পৰিছিল। অৱশ্যে তেনেটো প্ৰবঞ্চনাৰ বলি যে আমি নোহোৱাকৈ আছিলো, তেনেও নহয়।

মানুহজনৰ জাতিবিচাৰ সমূলি নাছিল। তেখেতৰ চকুত কেৱল মানুহজন সৎ হব লাগে। সকলোকে সমান চকুৰে চোৱাটো তেখেতৰ জন্মগত স্বভাৱ আছিল। সৰু-বৰ ধনী-দুখীয়াৰ ভেদাভেদ

পাহৰি সকলোকে সমভাৱে ব্যৱহাৰ কৰিব পাৰিছিল বাবেই জনসাধাৰণৰ মনৰ মাজত তেখেতে সোমাই যাব পাৰিছিল।

দিল্লীত থকা কালছোৱাত আমি আবেলি সদায় ফুৰিবলৈ ওলাই গৈছিলো। এঘণ্টা সময় আমি খোজ কাঢ়িছিলো। তেখেতৰ স্বাস্থ্যৰ প্ৰতি লক্ষ্য ৰাখিয়েই এই নিয়ম কৰিছিলো। মানুহজনে কোনো এটা কাম ভাল বুলি হাতত ললে, কেতিয়াও সেই কামত ক্ষতি নকৰিছিল। এবাৰ শ্ৰীবিপিন পাল দাস দৰং কলেজৰ অধ্যক্ষ হৈ থাকোঁতে দিল্লীলৈ গৈ আমাৰ ওচৰৰে ঘৰ এটাত আছিল। সন্ধিয়া প্ৰায়ে তেখেত .আমাৰ ঘৰলৈ আহিছিল। আগতে একেটা দলতে আছিল কাৰণেই হবলা তুয়ো তুয়োকো তয়ঁাহয়ঁাকৈ মাতিছিল। স্বৰ্গীয় হৰেশ্বৰ গোস্বামীৰ লগতো একে সম্বন্ধই আছিল। শ্ৰীদাসে তেতিয়াই এখেতক যোগাসন কৰিবলৈ উপদেশ দিছিল। .আনকি যোগাসনৰ বিষয়ে এখন কিতাপো আনি দিছিল। মানুহজনে সেইযে যোগাসন কৰাৰ অভ্যাস কৰিলে, সেই অভ্যাস উনৈশ শ বাসত্তৰ চনলৈকে নিজে চলিমেলি ফুৰিব পৰালৈকে নেৰিলে। মানুহজনৰ মুখত প্ৰায়ে এষাৰ কথা শুনিছিলো। তেখেতে কৈছিল : "যি কামকে কৰা, একাগ্ৰচিত্তেৰে কৰি যাবা। কোনো কামতে ফাঁকি নিদিবা। কামত ফাঁকি দিয়া মানুহ কেতিয়াও মহৎ হব নোৱাৰে। একাগ্ৰচিত্তেৰে কাম কৰিলে, আজি নহলেও দহ বছৰৰ অন্তত সুফল নিশ্চয় পাবা।" এতিয়া লৰাহঁতে যেতিয়া দেউতাকৰ আহি আগত ৰাখি কামত ফাঁকি নিদি একাগ্ৰচিত্তেৰে কাম কৰি যোৱা দেখোঁ, তেতিয়া মোৰ অন্তৰখন আনন্দত নাচি উঠে।

এইদৰে আবেলি ফুৰিবলৈ যাওঁতে আমি লিখাপঢ়াৰ বিষয়ে আলোচনা কৰিছিলো। তেখেতে কেনেকৈ কি লিখাৰ কথা ভাবিছে মোক কয়, কেনে হব পৰামৰ্শ বিচাৰে। তেখেতক পৰামৰ্শ

দিব পৰা ধৃষ্টতা মোৰ নাই। তথাপি মই উদগনি দিওঁ। মহো কি লেখিম, কেনেকৈ লেখিম আদি কথা আলোচনা কৰো, পৰামৰ্শ বিচাৰোঁ। কোনো এটা নতুন কথা শিকাৰ প্ৰতি গোড়ামি তেখেতৰ মুঠেই নাছিল। নতুন শব্দ এটা শুনিলে সেই শব্দ সৰুৰ পৰাই হওক, নাইবা কোনো নিৰক্ষৰ এজন মানুহৰ মুখৰ পৰাই হওক—কথা নাই, ততালিকে শিকিছিল। ১৯৭২ চনত সাহিত্য সভাৰ স্বৰ্গীয় বেণুধৰ ৰাজখোৱা আৰু স্বৰ্গীয় কনকলাল বৰুৱা শতবাৰ্ষিকী উৎসৱত ধেমাজিলৈ যাওঁতে, কলেজীয়া ছাত্ৰী গোমা আগৰৱালাৰ মুখত "পচলা খাওঁতেই দাঁত ভাগিব" কথাষাৰ শুনি বৰ ৰং পাইছিল। বাৰে বাৰে কথাষাৰ আওৰাইছিল। জৰ্জ অৰ্‌ৱেলৰ "এনিমেল ফাৰ্ম" খন অনুবাদ কৰি থাকোঁতে মই "মুখ শুকাই চুমৈ যেন হল" বুলি এটা বাক্য লেখিছিলো। 'চুমৈ' শব্দটো তেখেতে বৰ ভাল পাইছিল। সেইদৰে স্কুলীয়া ছাত্ৰ অৱস্থাত বুঢ়ীমাকৰ পৰা "তোৰ নাকত তুলা দি থাতু চাম" কথাষাৰ শিকি থৈছিল। পিছত আমাক তাৰ গূঢ়াৰ্থ বুজাই কৈছিল। 'পাতিহাঁহক পালেং' খণ্ডবাক্যটিও তেখেতে শিকিছিল। এইদৰে শিকিবলৈ পালে বৰ ৰং পাইছিল।

অধ্যয়নে মানুহৰ মন পুষ্ট কৰে। মানসিক শক্তি বিকশিত হয়, এইষাৰ কথা তেখেতে মনে-প্ৰাণে বিশ্বাস কৰিছিল। অধ্যয়নৰ প্ৰতি প্ৰবল ধাউতি তেখেতৰ পঢ়াকালৰ পৰাই আছিল। কলিকতাত এম. এ. পঢ়ি থাকোঁতে কেনেবাকৈ ডুপইচা ৰাহি কৰিব পাৰিলে, ভাবে কিতাপ এখন কিনিব পাৰিলেহে তেখেতে শান্তি পাইছিল। জে. বি. কলেজত কাম কৰি থকাৰ সময়ত এদিন সন্ধিয়া জহান্ বয়াৰৰ "গ্ৰেট হাঙ্গাৰ" নামৰ কিতাপখন পঢ়িবলৈ আৰম্ভ কৰি শেষ কৰোঁতে পুবত ঢল ফাঁট দিলে। ওৰে ৰাতি হেনো শুবলৈকে নহল। সংসদী সদস্য হৈ থাকোঁতেও সংসদৰ লাইব্ৰেৰীৰ এটা

চুক তেখেতৰ বাবে আছুতীয়াকৈ আছিলেই। সংসদত বিশেষ কাম নাথাকিলে, লাহেকৈ লাইব্ৰেৰীৰ সেই ঠাইডোখৰ পায়হি। তেখেতে সকলো ধৰণৰ কিতাপ পঢ়িছিল। তেখেতৰ মতে, "জ্ঞানৰ সীমাবিভাগ নাই। কেৱল যিমান পাৰি জ্ঞান আহৰণ কৰিব লাগে।" স্বৰ্গীয় ফিৰোজ গান্ধীয়েও হেনো এনে কাম কৰিছিল। অতি কথাচহকী আছিল যদিও, ফিৰোজ গান্ধীয়ে দিনটো আড্ডা দি নাথাকি, ছেগ বুলি ফালৰি কাটি লাইব্ৰেৰী পাইছিলহি।

মোৰ ব্যক্তিগত জীৱনত মামুহজনৰ প্ৰভাৱ এটা উল্লেখযোগ্য ঘটনা। চোকা শাসন, বাধ্যবাধকতাৰ চিন ক'তো লেশমানো নাই। মামুহজনৰ অফুৰন্ত কৰ্মক্ষমতা, কিতাপ পঢ়াৰ প্ৰতি ধাউতি, একাগ্ৰতা আদিয়ে মোক যেনেকৈ প্ৰভাৱান্বিত কৰিছিল, গোটেই ঘৰখনকো তেনেকৈ কৰিছিল। দিল্লীত, ঘৰুৱা অৱস্থাৰ কাৰণে পঢ়াশুনা এৰিবলগীয়া হোৱা পঞ্চমমান শ্ৰেণীত পঢ়া লৰাটোৱে মোৰ লৰাহঁতৰ পুৰণা কিতাপ আজৰি সময়ত পঢ়ি শেষলৈ সি ইংৰাজীতে আমালৈ চিঠি লেখিবলৈও পৰা হল। আনকি সিদিনা মামুহজনৰ মৃত্যুৰ বাতৰি পাই দিয়া তাৰ চিঠিখনে মোৰ হৃদয়তন্ত্ৰী কঁপাই তুলিলে। সেইদৰে আমাৰ ঘৰত বৰ্তমান থকা শ্ৰীমান নৰেনেও এই আদৰ্শকে আগত লৈ অধ্যয়নৰত হৈ আছে। ভগবানে তেওঁৰ নিশ্চয় কল্যাণ কৰিব।

মোৰ লেখামেলাৰ ক্ষেত্ৰতো তেখেতৰ উৎসাহ-উদ্দীপনাই মূলধন। কেতিয়াবা কিবা এটা লেখোঁ বুলি ভাবো, সমল গোটায়ো থওঁ। কিন্তু কাৰ্য্যত হৈ নুঠে। আলহীৰ জঞ্জাল, তেখেতৰ লেখামেলাৰ কাম, তাৰোপৰি ঘৰুৱা যাবতীয় কামবন বোৰ থাকেই—তাৰ মাজত নিজাকৈ কিবা এটা কৰিবলৈ শক্তিয়েও নাটে, এলাহো লাগে। কিন্তু তাৰ মাজতে যদি কেনেবাকৈ

মোৰ মনৰ পৰিকল্পনাটো তেখেতৰ আগত প্ৰকাশ কৰোঁ, তেন্তে ৰক্ষা নাই। ধৰুৱাই ধৰাৰ দৰে মোৰ হতুৱাই কামটো কৰাইহে এৰিব। মোৰ "দিল্লীৰ ডুখৰীয়া ছবি", "অন্তৰা", "সাগৰ দেখিলোঁ", "সূৰ্যমুখী" আদি কিতাপ তেখেতৰ তাগিদাতেই সৃষ্টি হোৱা বস্তু। "পখীৰ দেশত অঞ্জুমনি" বোলা কিতাপখন যুগুত কৰোঁতেও সংসদৰ লাইব্ৰেৰীৰ পৰা বহুতো কিতাপ-পত্ৰ আনি মোক সহায় কৰি দিছিল। দুখৰ কথা, জীৱনৰ শেষলৈ তেখেতৰ পৰা এনেধৰণৰ তাগিদা তো নাপাইছিলোৱেই, কিবা এটা লেখি পঢ়ি শুনাব খুজিলেও শুনাৰ বৰ আগ্ৰহ এটা দেখা নাছিলো।

আবেলি ফুৰিবলৈ ওলাই আমি কেতিয়াবা শ্ৰীসমৰ গুহৰ ঘৰ পাইছিলোগৈ। শ্ৰীগুহ সংসদী সদস্য আৰু এজন সাহিত্যিকো। বঙ্গালী সাহিত্যলৈ তেখেতৰ অৱদান লেখত লবলগীয়া। আমি শ্ৰীগুহৰ লগত সাহিত্য বিষয়ে আলোচনা কৰিছিলো। তেওঁৰ ভ্ৰমণ কাহিনী "উত্তৰাপথ" মই অসমীয়ালৈ অনুবাদ কৰিছিলো। আন এজন সংসদী সদস্য শ্ৰীসমৰেন্দু কুণ্ডু। এওঁ অতি কম বয়সতে ৰাজনীতি কৰাৰ উপৰিও সাহিত্য জগতত সুনাম অৰ্জন কৰিছিল। বিশেষকৈ গল্প লেখে। বৰ্ত্তমান জনতা চৰকাৰৰ এওঁ বৈদেশিক ৰাজ্যমন্ত্ৰী। এওঁৰ লগতো আমি উৰিয়া সাহিত্যৰ বিষয়ে আলোচনা কৰিছিলো। শ্ৰীকুণ্ডুৱে মোক কেবাটাও গল্পৰ প্লট দিছিল।

কেতিয়াবা আমাৰ ঘৰতো এইদৰে সাহিত্যৰ আলোচনা হৈছিল। আটাইকেইজন ৰাজনীতিবিদ গোট খাইছিল যদিও সেই সময়ত ৰাজনীতিৰ আলোচনা মুঠেই নহৈছিল। সেই কাৰণেই সম্ভৱতঃ আলোচনাবোৰ বেছি সৰস হৈ পৰিছিল। এই আলোচনালৈ আৰু এজন সদস্য আহিছিল,— তেখেত হল তেতিয়াৰ ৰাজ্যসভাৰ সদস্য ডঃ গোপাল সিং। ডঃ গোপাল সিং পাঞ্জাৰী সাহিত্যৰ এজন

খ্যাতনামা লেখক। তেখেতে স্বৰচিত কৱিতাৰ পুথি এখন এখেতক উপহাৰ দিছিল। ডঃ সিঙৰ কেইটামান গল্প মই অসমীয়ালৈ অনুবাদ কৰিছিলো। ডঃ সিং ক্ৰুছেলছ্‌লৈ ৰাষ্ট্ৰদূত হৈ যোৱাৰ পিছত তেখেতক লগ পোৱাৰ সৌভাগ্য আমাৰ আৰু নহল।

এবাৰ আমি ডঃ কৰণ সিঙৰ ঘৰলৈ ৰাতিৰ সাজ খাবলৈ নিমন্ত্ৰণ পাইছিলো। তেখেতৰ প্ৰকাণ্ড সুসজ্জিত ড্ৰইংৰুমৰ এটা কোনত তবলা, চেতাৰ আদি বাদ্যযন্ত্ৰ ধুনীয়াকৈ সজাই থোৱা দেখি পোনতে ভাবিছিলো, তেখেতৰ ল'ৰা-ছোৱালীয়ে শিকে বুলি। কিন্তু পিছত যেতিয়া ডঃ কৰণ সিঙে সুললিত কণ্ঠেৰে উচ্চাঙ্গ সঙ্গীত গোৱা শুনিলো, তেতিয়া স্তব্ধ নহৈ নোৱাৰিলো। এজন মন্ত্ৰীৰ দায়িত্ব বহন কৰিও তেখেতে এই চৰ্চা কেনে নিখুঁত ভাৱে কৰি আছে, আচৰিত নহৈ নোৱাৰি। তেখেতৰ পৰিবাৰো এগৰাকী ভাল গায়িকা। আন এগৰাকী সংসদী সদস্যা শ্ৰীমতী তাৰকেশ্বৰী সিন্‌হায়ো সেইদিনা ধুনীয়া বঙালী গান এটা গাইছিল। সেইদিনা ঘৰলৈ উভতি আহি বাৰে বাৰে এখেতে কৈছিল, "ভগৱানে মোৰ কণ্ঠত সুৰ নিদিলে।" এইখিনি অভাৱ তেখেতে মোৰ মাজত পূৰণ কৰিবলৈ বিছাৰিছিল। দুখৰ কথা, এটা অপাৰেচনৰ পিছত মযো এই কণ শক্তি হেৰোৱালো।

মানুহজনৰ কণ্ঠত সুৰ নাছিল সঁচা, কিন্তু তেখেতে অতি শুৱলাকৈ কৱিতা আবৃত্তি কৰিছিল। জীৱনানন্দ দাসৰ কৱিতা, ৰবিঠাকুৰৰ কৱিতা তেখেতে মাজে মাজে আবৃত্তি কৰি আমাক শুনায়। সেই আবৃত্তিৰ মাজেৰে এখন নিখুঁত ছবি আমাৰ চকুৰ আগলৈ আনিবলৈ তেখেত সক্ষম হৈছিল। কলেজত পঢ়াই থকা কালত শ্ৰেণীত Skylark কৱিতা বুজাই থাকোতে নিজেই যেন এজনী স্কাইলাৰ্ক চৰাই হৈ আকাশৰ বুকুলৈ উৰা মাৰিব, এনে এটা ভাবত কৱিতা আবৃত্তি কৰিছিল, ছাত্ৰছাত্ৰীৰ চকুলৈ এখন ছবি

আনি দিছিল। তেওঁলোকেও চকুৰ আগত ধৰা দিয়া কল্পনাৰ ছবিখন চাই তন্ময় হৈ পৰিছিল। সেইদৰে "ধনবৰ আৰু ৰতনী" কৱিতা আবৃত্তি কৰি ধনবৰৰ অন্তৰৰ বেদনা খিনি ইমান ধুনীয়াকৈ ফুটাই তুলিছিল যে সমবেদনাত সকলোৰে অন্তৰ সিক্ত হৈ পৰিছিল ।

প্ৰথমবাৰ, ১৯৬৭ চনত আমি বিদেশ ভ্ৰমণলৈ ওলাইছিলো। বিদেশ ভ্ৰমণৰ অভিলাষ মোৰ কোনো দিনে নাছিল। সেই কাৰণে যাবলৈ মনটো অকণো সাজু কৰিব পৰা নাছিলো। তেখেতে তেতিয়া বাৰে বাৰে কৈছিল: "ওলোৱা। তুমি লগত থাকিলে মোৰ ভাল লাগে, সাহস পাওঁ।" পিছলৈ পাটীত পৰি থাকোতে তেখেতে ঘনাই মোক এইষাৰ কথা কৈছিল। এবাৰ এজন ভাতৃ প্ৰতিম বন্ধুৱে মোক কৈছিল, "ছাৰ মানুহজন শকত আৱত প্ৰকাণ্ড মানুহ হলেও, অন্তৰখন এটা সৰল শিশুৰ দৰে। ছাৰৰ অন্তৰখনে এটা অৱলম্বন বিচাৰে, নহলে তেখেত বৰ অসহায়।" এইষাৰ কথা সঁচা। তেখেতৰ মানত মই আছিলো সময়ে সময়ে অভিভাৱক, সময়ে সময়ে বন্ধু, সময়ে সময়ে মাতৃ স্বৰূপা—যেন মই নহলে তেখেতৰ ঢাকোন নোহোৱা চকুৰ লেখীয়া অৱস্থা হব। এবাৰ মঙ্গলদৈৰ এখন সভাৰ অন্তত 'বলা মা' বুলি মোক কোৱা কথাষাৰে সভাৰ ভালেমান মানুহক আকৃষ্ট কৰিছিল। আমাৰ লগে লগে থকা তেখেতৰ এজন ছাত্ৰই তেখেতসকলৰ আগত এই বিষয়ে ব্যাখ্যা দিব লগা হৈছিল।

সংসদী সদস্য এইচ. ভি. কামাথ, সুৰেন্দ্ৰ নাথ দ্বিবেদী, এন. জি. গোৰে, এইসকলৰ ওচৰত এখেত আছিল এটা যেন অবাধ্য দুষ্ট লৰা, যেন তেখেতসকলে এখেতক শাসন কৰি পাৰ পোৱা নাই, এখেতক সোৰোপা বুলিও ভাবিছিল। কেতিয়াবা তেখেত-সকলে মোৰ ওচৰত খেমালিছে গোচৰো কৰিছিল। আমি

কামাথ, দ্বিবেদী আৰু গোৰেক 'দাদা' বুলি মাতিছিলো। তেখেত-সকলেও আমাক নিজৰ ভায়েক-ভাই বোৱাৰীয়েক জ্ঞান কৰিছিল। আমি বিদেশলৈ যাওঁতে কামাথ দাদা সেই সময়ত লণ্ডনত আছিল। আমি গৈ পোৱাৰ গম পায়েই লণ্ডনৰ হৃদপিণ্ড পিকাডেলী ছাৰ্কাছত থকা 'ভিগা' নামৰ এখন ভিজিটেৰীয়েন ৰেষ্টোৰাঁলৈ আমাক তেখেতে লৈ গৈছিল দুপৰীয়া খাবলৈ। এই বিষয়ে মোৰ ভ্ৰমণ কাহিনী "সাগৰ দেখিলোঁ"ত বিতংভাৱে লেখিছো। গোৰে দাদাহঁতৰ লগত আমি ছাউথ এভিনিউত একেলগে ওচৰাওচৰিকৈ আছিলো। সন্ধিয়া খোৱা-বোৱাৰ পিছত আমাক কফি খাবলৈ ফোন কৰি মাতি নিয়ে। ভাবীজীয়ে (মিছেছ গোৰেই) আমাক ক্ৰীম দিয়া গৰম কফি কৰি খুৱায়। সেই সময়ত তেখেতসকলৰ ওচৰত আমাৰ নিজকে সৰু ল'ৰা-ছোৱালী এহাল যেন লাগে, কেতিয়াবা আকৌ তেখেত সকলে ফোন কৰে মোৰ হাতৰ ৰন্ধা খাব বুলি। আটাইতকৈ বিপদত পৰিছিলো কামাথদাদাই খাব বুলি কলে। তেখেত হল নিৰামিষাহাৰী! ইপিনে মই যে খুব কমেই জানো নিৰামিষ ৰন্ধাবঢ়া। তথাপি তেখেত সদাশিৱৰ দৰেই আশুতোষ। যিহকে কাঁহীত সজাই দিওঁ, তাকেই শলাগি শলাগি খায়। এই সকলৰ মৰমসনা একোখনি চিঠি যেতিয়া আজিও পাওঁ, তেতিয়া মই অভিভূত নহৈ নোৱাৰোঁ। তেখেত-সকলৰ ওচৰত মোৰ নিজা চিনাকি কিয়েই বা আছে? তথাপি মৰমৰ এনাজৰী গছি ছিঙিব পাৰিছে জানো?

এখেতৰ লগত নাথ পাইৰ সম্বন্ধ শুকীয়া আছিল। এনে এজন সহৃদয় বন্ধুক ইমান সোনকালে, ইমান আচম্বিতে হেৰুৱাই আমি সঁচাকৈয়ে ভাগি পৰিছিলো। কেতিয়াবা নাথ পায়ে ফোন কৰে: Anu, what about your illustrious husband? Is he still sleeping? মুয়ো কথাষাৰ জমাবলৈকে কওঁ:

"হয়, তেখেত শুই আছে।" মোৰ উত্তৰ শুনি তেখেতৰ কথাৰ ফুলজাৰি কোনত উফৰি আহে। সঁচাকৈয়ে নাথ পাইৰ মুখত ইংৰাজী ভাষাটোৱে চমৎকাৰ ৰূপ লয়, এবাৰ শুনিলে শুনি থাকিবৰে মন যায়। সেইজন প্ৰতিভাশালী ব্যক্তি ইমান সোন-কালে হেৰাই গ'ল, ভাবিলে আজিও মই বিচলিত হৈ পৰোঁ। নাথ পাইৰ পৰিবাৰ এগৰাকী বিদেশী মহিলা। এগৰাকী উচ্চ শিক্ষিতা মহিলা, অথচ তাৰ চিন কণো লেশ মানো নাই। এবাৰ তেখেতে দুখ কৰি মোক কৈছিল: "চাওক মিছেছ বৰুৱা, আমি খুব যত্ন লওঁ কাৰণেই কিজানি আমাৰ নাথ পাই, আপোনাৰ মিঃ বৰুৱা ইমান অসুখীয়া। বহুতো এম-পি অকলে আছে, অকলে থাকে, ক'তা, তেখেতসকলৰতো কোনো অসুখ হোৱা শুনো।" কথাষাৰ মই মৰ্মে মৰ্মে উপলব্ধি কৰিছিলো। বম্বেৰ এখন মিটিঙত ভাষণ দিয়াৰ পিছত হঠাতে নাথ পাই অসুস্থ হৈ পৰে, সেই নিশাই বম্বেতে তেখেতৰ মৃত্যু হয়। পুৱতি নিশা যেতিয়া এই আকস্মিক দুঃসংবাদটো আমি পাইছিলো, তেতিয়া মানুহ গৰাকীৰ এইষাৰ কথাই মোৰ অন্তৰত তোলপাৰ লগাইছিল। তেওঁতো অন্তিম সময়তো নাথ পাইক নাপালে—নিয়তিৰ কি ইচ্ছা!

আমাৰ যুৰীয়া জীৱনটো, আচলতে কবলৈ গলে, এখন মুকলি কিতাপ। স্ত্ৰী হিচাবে মই তেখেতৰ বিষয়ে যিথিনি কথা জানো—আমাৰ অন্তৰঙ্গ বন্ধুবৰ্গই—যাৰ লগত আমি এটা পৰিয়ালৰ দৰে আছিলো তেওঁলোকেও জানে। কোনো কথা লুকঢাক কৰিব লাগে বুলি আমি কাহানিও নাভাবিছিলো। যাৰ জীৱনটো ইমান নিকা, ইমান পোনপটীয়া—সেইজনৰ জানো কিবা লুকুৱাবলগীয়া কথা থাকে? অতি অন্তৰঙ্গ বন্ধুজনকো অন্যায় কথাত পোন-পটীয়াকৈ নিৰাশ কৰিব পাৰিছিল। সংসদী সদস্য হৈ থকা কাল-

ছোৱাত এবাৰ এজন বন্ধুৱে কিবা এটা মন্ত্ৰীৰ হতুৱাই কৰাই দিবলৈ অনুৰোধ কৰি, বিনিময়ত এখন নতুন এম্বেছেডৰ গাড়ী উপহাৰ দিব খুজিছিল। এখেতে এই অনুৰোধ একে আষাৰে প্ৰত্যাখ্যান কৰিলে। এবাৰ এজন ব্যক্তিয়ে দহ হেজাৰ টকাৰ চেক্ এখন হাতত গুজি দিছিল। মানুহজনে নিজৰ গাড়ীৰে আনি ঘৰত নমাই থৈয়ো গৈছিল। ঘৰ সোমায়েই মোক কথাষাৰ কৈছিল আৰু মোক পৰীক্ষা কৰিবলৈকে হয়তো মোক কৈছিল: "দহ হেজাৰ টকা তোমাক লাগে নেকি কোৱা, লাগে যদি কাইলৈ খুজি আনি দিম।" মই একে আষাৰে কৈছিলো: "নালাগে, সেই দহ হেজাৰ টকা নহলেও আমাৰ চলিব।"

সেইদৰে এবাৰ সংসদৰ উপাধ্যক্ষ পদলৈ যেতিয়া এজন বিৰোধী পক্ষৰ সদস্য নিযুক্ত কৰাৰ কথা উঠিল, তেতিয়া তদনান্তীন প্ৰধান মন্ত্ৰী শ্ৰীমতী ইন্দিৰা গান্ধীয়ে তেখেতৰ মন্ত্ৰীসভাৰ দুজন মন্ত্ৰী শ্ৰীদীনেশ সিং আৰু শ্ৰীৰঘুৰামায়াৰ হতুৱাই সুকীয়া সুকীয়াকৈ এখেতক এই পদ লবলৈ কোৱাইছিল। তেতিয়াও এখেতে মোক পৰীক্ষা কৰিছিল: "কোৱা, তুমি যি কোৱা মই তাকে কৰিম।" অৱশ্যে তেখেতে কি কৰিব, ঠিক কৰিয়েই থৈছিল। কেৱল মোক পৰীক্ষাহে কৰিছিল। তেতিয়া মই কৈছিলো: "চাওক, আপুনি উপাধ্যক্ষ হলে আমি ডাঙৰ ঘৰ পাম, গাড়ী পাম, বহুত টকা পাম। সুখেৰে থাকিম, সন্দেহ নাই। কিন্তু আপুনি যে ৰাইজৰ মৰমৰ পৰা বঞ্চিত হব। ৰাইজৰ মৰমৰ বাবেইতো আপুনি আজি সংসদৰ সদস্য হৈছে।" সঁচাকৈয়ে আমি দুয়ো মনে প্ৰাণে উপলব্ধি কৰিছিলো, মানুহৰ মৰমেৰেই আমি জীয়াই আছো। আজিও মই ভাবো মানুহৰ মৰমেই মোক জীয়াই থকাৰ প্ৰেৰণা দিছে।

এনে এটা নিকা জীৱন যাপন কৰাৰ পিছত, মধ্যকালীন নিৰ্বা-

চনৰ সময়ত কেইজনমান মানুহে যেতিয়া কিছুমান জঘন্য অপপ্ৰচাৰ কৰিলে, তেতিয়া তেখেতে খুব আঘাত পালে। এদিন মোক কৈছিল: "নিৰ্বাচনত প্ৰাৰ্থী হ'বলৈ গণতান্ত্ৰিক অধিকাৰ সকলোৰে আছে। সেই বুলি মোৰ বিষয়ে এনে অপপ্ৰচাৰ কৰিব নালাগিছিল।" এই কথাটোৱে মানুহজনক ভিতৰি ভিতৰি পীড়ি পেলালে। ফলত অসুস্থ হৈ পৰিল। লাহে লাহে অসুস্থ হৈ ১৯৭৩ চনৰ মাজ ভাগৰ পৰা একেবাৰে অচল হৈ পৰিল। শ্ৰদ্ধেয় শ্ৰীদেৱকান্ত বৰুৱাৰ সহায়ত দিল্লীৰ মেডিকেল ইন্‌ষ্টিটিউটত চিকিৎসা কৰোৱা হল যদিও মানুহজনৰ স্বাস্থ্যৰ কোনো উন্নতি নহল। ১৯৭৩ চনৰ মাজ ভাগৰ পৰা ৭৭ চনলৈকে এইছোৱা কাল—মোৰ জীৱনৰ এটি অবিস্মৰণীয় কৰুণ অধ্যায়। এই কালছোৱাৰ প্ৰতিটো সৰু ডাঙৰ কথাই আজি মোক আমনি কৰে। সেই প্ৰকাণ্ড সভা শুৱনি মানুহজনে খোজকাঢ়িব নোৱাৰা হ'ল, কথা কব নোৱাৰা হ'ল—শেষত গৈ খাবও নোৱাৰা হ'ল। প্ৰকাণ্ড মানুহজন লোণ পমাদি পমি গ'ল। শেষলৈ তেখেতক চাবলৈ বহুত মানুহ আহিছিল। তিৰোতা মানুহৰ কথা নকওঁৱেই, মতা মানুহেও চকুত ৰুমাল লৈ ওলাই গৈছিল। কোনো কোনোক সান্ত্বনাও দিছিলো। সান্ত্বনা দিছিলো যদিও সেই সময়ত মোৰ মনটোৱে কিমান হাঁহাকাৰ কৰি উঠিছিল, আনে নুবুজিব।

শৰীৰৰ অৱস্থা দিনে দিনে কাহিল হৈ পৰিছিল যদিও মনটো কিন্তু সবল, সতেজ হৈ আছিল। তাৰ প্ৰমাণ পাইছিলো যোৱা নিৰ্বাচনৰ সময়ত। চাৰিওপিনে যেতিয়া নিৰ্বাচনৰ বতাহ বলিছিল, তেতিয়া আমাৰ কথাবতৰাৰ পৰাই হওক, নাইবা ৰেডিঅ'ত শুনিয়েই হওক—মনটো কিজানি সাজু কৰিছিল, নিজকে প্ৰাৰ্থী কৰিবলৈ। মোক কৈছিল: "অনু মই নিৰ্বাচনত উঠিব পাৰো নহয়।" কথাষাৰ শুনি মই প্ৰলম হোৱা বুলি কোৱাত অস্ফুট

স্বৰেৰে কৈছিল: "বিধান সভালৈ উঠিব পাৰো নহয়!" শৰীৰত শক্তি নাছিল। এটা কথা কোৱাৰ শক্তি নাই, এটা খোজ দিবলৈ শক্তি নাই—সেইজন মানুহে যেতিয়া নির্বাচনত প্রার্থী হৈ ৰাইজৰ কাম কৰিবলৈ উদ্যত হয়,—ইয়াতকৈ হৃদয় বিদাৰক কথা কিবা হব পাৰেনে? চকু মুদি ভগবানক সোঁৱৰো—"ভগবান, এয়ে তোমাৰ বিচাৰনে?"

অন্তৰখন ভাঙ্গি ডোখৰ ডোখৰ হৈ যায়। বাহিৰত প্রকাশ নকৰি প্রবোধ দিওঁ, "এতিয়াও বিধান সভাৰ নির্বাচনলৈ সময় আছে নহয়, আপুনি গাটো ভাল পাই লওকচোন।" কিন্তু মই বঢ়িয়াকৈ জানো সেইজন মানুহ আৰু কেতিয়াও ভাল হৈ উঠিব নোৱাৰে।

সুখৰ কথা, যোৱা নির্বাচনৰ ফলাফল তেখেতে সম্পূর্ণকৈ জানি গৈছে। প্রতিক্রিয়া অৱশ্যে জানিব নোৱাৰিলো। সেই সময়ত কেৱল মুখেৰে এটা শব্দহে ফুটি ওলাইছিল। অন্তৰৰ অব্যক্ত বেদনাখিনি সেই শব্দৰেই প্রকাশ পাইছিল।

"মোৰ দেশ" বিশেষ সংখ্যাটোৰ প্রত্যেকটো কবিতা, প্রবন্ধ মই পঢ়ি শুনাইছিলো। সেই সংখ্যাতে ওলোৱা মোৰ চিঠিখনত এটা বাক্য মই লেখিছিলো: "দত্ত, আমাৰ এই দুখৰ ৰাতি নুপুৱাব নেকি?" এই বাক্যটো শুনি তেখেতে শব্দ কৰি কান্দি উঠিছিল। দুচকুৰে দুধাৰি চকুলো বৈ আহিছিল।.........অন্তিম সময়তো চকুপানী বৈ আহিছিল—মই সেই চকুলো মচি দিছিলো। মই বুজিব পৰা নাছিলো—সেইয়া যে আছিল তেখেতৰ শেষ চকুলো, বিদায়ৰ চকুলো। সদায় যোৱাৰ দৰে মই গৈছিলো গোঁসাইৰ আগত চাকি এগছি জ্বলাবলৈ। যি সময়ত মই গোঁসাইৰ আগত চাকিগছি জ্বলালো—সেই সময়তে হয়তো তেখেতে নশ্বৰ দেহা ত্যাগ কৰি অনন্তধামলৈ গুছি গ'ল, মোক যাওঁ বুলি এষাৰ মাত

দিবলৈকে বাট নাচালে। "তুমি লগত থাকিলে সাহস পাওঁ" বুলি কোৱা মানুহজনে মোক অকলশৰীয়াকৈ এৰি থৈ গুছি গ'ল। হয়তো এই প্ৰস্তুতি তেখেতৰ আগৰ পৰাই আছিল, নহলেনো "এখন চিঠিত" লেখেনে?

"সৰ্ব্বশেষত, তোমাক একেষাৰ অনুৰোধ কৰোঁ:
এইযে আমাৰ লৰা দুটা, সিহঁতক কেতিয়াও
পিতৃৰ অভাৱ অনুভৱ কৰিবলৈ নিদিবা।

সিহঁতক মাথোন একেষাৰ কথাকে কবা:
যি মৃত্যুৱে দহক জীৱন দিয়ে
সেই মৃত্যু আত্মাৰ দৰেই অবিনশ্বৰ।"

# হেম বৰুৱা ছাৰৰ স্মৃতি

শ্ৰীপৱনাথ শৰ্মা

স্বৰ্গীয় হেম বৰুৱা ছাৰ এসময়ত আমাৰ শিক্ষক আছিল আৰু আছিল ৰাজনীতিৰ ক্ষেত্ৰত আমাৰ বৰেণ্য নেতা। ছাৰক লগ পোৱাৰ পিছত এখন মনোৰম আৰু মহৎ গ্ৰন্থ অধ্যয়ন কৰাৰ দৰে লাগিছিল। তেখেতৰ ৰসাল, খোলা অন্তৰৰপৰা কোৱা কথাবোৰলৈ প্ৰায়েই মনত পৰে।

১৯৪১ চনত যোৰহাট জগন্নাথ বৰুৱা কলেজৰ প্ৰথম বাৰ্ষিক শ্ৰেণীত পঢ়োঁতে হেম বৰুৱা ছাৰে আমাক ইংৰাজী আৰু অসমীয়া কবিতা পঢ়াইছিল—সুৰ-ছন্দ ৰাখি এনে ৰসালকৈ পঢ়াইছিল যে আমি সেই শ্ৰেণীত উপস্থিত নথকাকৈ নোৱাৰিছিলোঁ। অসমীয়াৰ শ্ৰেণীত ছাৰে দেৱ বৰুৱাৰ 'সাগৰ দেখিছা' আৰু 'দেৱদাসী' এই কবিতা দুটা প্ৰায়েই শুৱলাকৈ পঢ়ি শুনাইছিল আৰু ছাত্ৰ-ছাত্ৰীকো পঢ়িবলৈ দিছিল। ইয়াৰপৰা আমি অনুমান কৰিছিলোঁ দেৱকান্ত বৰুৱা তেখেতৰ প্ৰিয় কবি আছিল। ইংৰাজীৰ শ্ৰেণীত জৱাহৰলাল নেহৰুৰ আত্মজীৱনীৰপৰা কিছুমান বৰ্ণনা আৰু বিশেষকৈ কমলা নেহৰুৰ অন্তিম অৱস্থাৰ বৰ্ণনাও আমাক পঢ়ি শুনাইছিল। তেতিয়ালৈকে হেম বৰুৱা ছাৰক সভা-সমিতি বা ৰাজনীতিৰ আলোচনাত যোগ দিয়া দেখা নাছিলোঁ যদিও তেওঁ মনে-প্ৰাণে জাতীয়তাবাদী আছিল আৰু নেহৰুৰ অনুৰক্ত ভক্ত যে আছিল ইয়াকো লক্ষ্য কৰিছিলোঁ তেখেতৰ তৰাজানৰ পকী ঘৰটোৰ

আগেদি আমি থকা ককাদেউতাহঁতৰ বাসস্থানলৈ অহা-যোৱা কৰোঁতে ছাৰক প্ৰায়েই বাটত লগ পাইছিলো। সেই একেই দীঘল বগা খদ্দৰৰ পাঞ্জাবী, ধুতি আৰু ভৰিত ছেণ্ডেল—মুখত সেলেঙী লগাকৈ এমোকোৰা তামোল। বন্ধৰ দিনত আবেলি-পুৱা ঘৰৰ সন্মুখত থকা গছ জোপাৰ তলত ঘণ্টাকৈ ঘণ্টা বহি একান্ত মনে কিতাপ পঢ়া দেখিছিলো। সদায় পঢ়োতে এখন পকা নোটবুকত জোঙা কপিং কাঠপেন্সিলেৰে ধুনীয়া ধুনীয়া আখৰেৰে আৱশ্যকীয় উদ্ধৃতিবোৰ টুকি থোৱাও দেখিছিলো। সন্ধিয়া কিতাপৰ দোকানলৈ আৰু সাধাৰণতে যোৰহাটৰ এসময়ৰ বিখ্যাত বৰকটকী কোম্পানীলৈ গৈ সকলো ধৰণৰ একোজাপ কিতাপ আনি পঢ়ি থৈৰাই দিয়াৰ কথা স্বত্বাধিকাৰী শ্ৰীগৌৰী বৰকটকীদেৱে আমাক কৈছিল। অতি সাধাৰণ কিতাপ একোখনো পঢ়া দেখি বৰকটকীদেৱে সোধাত তেখেতে কৈছিল—"একোখন কিতাপত একো নেপালেও এটা ভাল বাক্য বা নতুন নজনা শব্দ এটাতো বিচাৰি পাম!" ই আছিল তেখেতৰ ভৱিষ্যতৰ কাৰণে প্ৰস্তুতিৰ সময়।

আবেলি পৰত সমনীয়াৰ লগত আৰু কেতিয়াবা চতুৰ্থ বাৰ্ষিক শ্ৰেণীৰ দুজনমান ছাত্ৰৰ লগত হাঁহি-ধেমালি কৰি ফুৰা দেখিছিলো। ছাৰৰ স্বভাৱসুলভ সৰল আৰু ৰসাল কথা আৰু মনমোহা আচৰণত আকৃষ্ট হৈছিলো যদিও নিম্ন শ্ৰেণীৰ ছাত্ৰ হিচাপে ভয়-সঙ্কোচ থকাত সেই সময়ত ওচৰ চাপি খোলা মনেৰে কথা পাতিব নোৱাৰিছিলো; তথাপি অন্তৰেৰে বৰ শ্ৰদ্ধা-ভক্তি কৰিছিলো। কলেজত সকলোৰে প্ৰিয় শিক্ষক আছিল হেম বৰুৱা।

১৯৪২ চনৰ গণ-আন্দোলনত যোৰহাট তল-ওপৰ। ছেপ্তেম্বৰ মাহৰ মাজ ভাগত শিৱসাগৰ জেলৰপৰা আমাক নি যোৰহাট জেলৰ বিৰাট লোহাৰ গেটখন খুলি যেতিয়া ভিতৰলৈ সুমুৱাই

দিলে অসমৰ মুখ্য নেতাসকলৰ লগতে হেম বৰুৱা ছাৰক একে-বাৰে ওচৰতে পালো। দেশৰ প্ৰধান নেতাসকলক হয় প্ৰথম শ্ৰেণীত নহয় দ্বিতীয় শ্ৰেণীত কাৰাদণ্ড বিহা হৈছিল। পিছে যোৰহাটৰ এজন প্ৰথম শ্ৰেণীৰ হাকিমে কিবা এটা ব্যক্তিগত আক্ৰোশৰ কাৰণে হেম বৰুৱা ছাৰক তৃতীয় শ্ৰেণীৰ এবছৰ সশ্ৰম কাৰাদণ্ড বিহি যোৰহাট জেললৈ পঠাইছিল। লোকপ্ৰিয় বৰদলৈ আদি নেতাসকলে জেইলাৰক অনুৰোধ জনোৱাত তেখেতক শ্ৰীকামাখ্যা প্ৰসাদ ত্ৰিপাঠী, বাগ্মীবৰ নীলমণি ফুকন আদিৰ কোঠাত থাকিবলৈ অনুমতি দিলে। আমাৰ লগত ছাত্ৰ নেতা-সকলৰ ভিতৰত আছিল স্বৰ্গীয় যোগেন শইকীয়া, নৰেন শৰ্মা, আনন্দ ফুকন, শ্ৰীচাৰু গোস্বামী, শ্ৰীপুলিনবিহাৰী বৰঠাকুৰ (তেতিয়া স্কুলীয়া ছাত্ৰ) আৰু বহুতো। আমি প্ৰায়েই আবেলি-পুৱা ছাৰৰ ওচৰলৈ গৈ সাহিত্য-সংস্কৃতিৰ বক্তৃতা শুনো আৰু আলোচনা কৰো। আমাৰ ছাত্ৰসকলৰ আলোচনা-চক্ৰত শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী, শ্ৰীকামাখ্যা প্ৰসাদ ত্ৰিপাঠীয়েও বিভিন্ন বিষয়ত বক্তৃতা দিছিল আৰু নানা শ্ৰেণীৰ মানুহৰ লগত ভাৱৰ আদান-প্ৰদান কৰিবলৈ আৰু আলোচনা-চক্ৰত যোগ দিবলৈ সুযোগ পোৱাটো আমাৰ সৌভাগ্য বুলি ভাবিছিলো। সেই কাৰণে জেলখানা নহৈ আমাৰ কাৰণে ই এখন তীৰ্থক্ষেত্ৰ যেন লাগিছিল।

যোৰহাট জেলৰ ভিতৰতে বন্ধুবৰ শ্ৰীভোলা ফুকন আৰু আমাৰ যুটীয়া সম্পাদনাত 'মুক্তি' নামৰ এখন হাতেলিখা আলোচনী প্ৰকাশ কৰিছিলো। কাগজৰ অভাৱত অসম গেজেটৰ পাত (সেই সময়ত গেজেটখন এপিঠিত ছপা হৈছিল) বান্ধি লৈছিলো। বৰুৱা ছাৰে 'সাহিত্যত প্ৰগতিবাদ' নামৰ প্ৰবন্ধ এটা নিজৰ ধুনীয়া আখৰেৰে তাত লিখি দিছিল—প্ৰবন্ধটোৰ মাজে মাজে ইংৰাজী-বঙালী কবিতাৰ উদ্ধৃতি যেনে 'এত মৃত-মূক-ম্লান মুখে

দিতে হবে ভাষা, এসব ভগ্ন শুষ্ক বুকে ধ্বনিয়া তুলিতে হ'বে আশা' তুলি দিছিল তেখেতে স্মৃতি শক্তিৰ পৰাই দিছিল। ছাৰৰ চলন-ফুৰণ, কথা-বতৰা, গভীৰ অধ্যয়নশীলতা আৰু জাকত-জিলিকা চেহেৰা দেখি তেতিয়াই আমি অনুমান কৰিছিলো এনে এটা দিন আহিব এইজন মেধাবী ব্যক্তিয়ে আত্মপ্ৰকাশ কৰিব। আলোচনা-বিলোচনা, ৰং-ধেমালিৰ মাজত কেতিয়াবা আমি ইজনে-সিজনে হাত চোৱা-চুই কৰি সময় কটাইছিলো। এইদৰে ধেমালি কৰি থাকোঁতে ছাৰে মোলৈ সোঁ হাতখন আগ-বঢ়াই দি চাবলৈ ক'লে। হাতৰ ৰেখা চাব জনা দুই-এজন সতীৰ্থৰপৰা হাতৰ দুডালমান ৰেখা চাবলৈ শিকিছিলো। ছাৰৰ হাতখনলৈ চাই দেখিলো তলুৱাৰ সোঁমাজেদি অহা এডাল ৰেখা মাজৰ আঙুলিৰ পাদদেশ চুইছেগৈ—দেখিয়েই একে আষাৰে ক'লো —"ছাৰ এই ৰেখাডালৰ পৰা কওঁ, আপুনি দেখোন ৰজা হ'ব লাগে।" কথাষাৰ শুনি তেখেতে পাৰেমানে হাঁহিলে। সঁচাই, পিছলৈ তেখেতে ৰজা-মন্ত্ৰী নহলেও দেশে-বিদেশে ৰাজসন্মান পোৱা দেখি আমাৰ ভৱিষ্যদ্বাণী ফলিওৱা যেন লাগিছিল। এনে সন্মান কেইজন অসমৰ নেতাৰ ভাগ্যত ঘটিছে বাৰু?

জেলৰপৰা ওলাই দুদিনমান অনাই-বনাই ফুৰি পিছ বছৰত দ্বিতীয় বাৰ্ষিকত আকৌ নাম লগালো যদিও হেম বৰুৱা ছাৰক শিক্ষক হিচাপে কলেজত নেপালো। তেখেতে অধ্যাপক যজ্ঞেশ্বৰ শৰ্মাৰ (পিছলৈ নগাওঁ কলেজৰ অধ্যক্ষ) ঠাইত এবছৰৰ কাৰণে আছিল। জেলৰপৰা ওলাই বৰুৱা ছাৰে প্ৰায়েই গুৱাহাটীলৈ অহা-যোৱা কৰি আছিল—ঘৰলৈ আহিলে লগ ধৰো। ১৯৪৬ চনত আমাৰ কলেজত পতা বাণী সন্মিলনত বিশিষ্ট অতিথি হিচাপে তেখেতে কলা-সংস্কৃতিৰ বিষয়ে এনে এটা পাণ্ডিত্যপূৰ্ণ বক্তৃতা দিলে ছাত্ৰছাত্ৰীৰ লগতে বাহিৰৰপৰা অহা অধ্যাপকসকলৰ মুখত ভূয়সী

প্ৰশংসা কৰা শুনিবলৈ পাইছিলো। মাজনিশা একে বাটেদি ঘৰ-মুৱা হওঁতে মই কৈছিলো, “ছাৰ আপুনি ৰাজনীতিত নমাতকৈ সাহিত্য-সংস্কৃতি চৰ্চা কৰিলে বহুতো মূল্যবান অবদান দিব পাৰিব। ৰাজনীতি বৰ শুকান বস্তু।” মোৰ কথাৰ উত্তৰত তেখেতে কৈছিল, “বুজিছা—মই ৰাজনীতি আৰু সাহিত্য সমানে চৰ্চা কৰি আছো—আৰু দুয়োটাকে সমানে চলাই থাকিম।” মোৰ কথা কেনেকৈ মিছা আৰু তেখেতৰ কথা কেনেকৈ সঁচা হ'ল দেশবাসীয়ে স্বচক্ষে প্ৰমাণ পালে। ৰাজনীতি আৰু সাহিত্য দুয়ো ক্ষেত্ৰতে সমানে খ্যাতি লাভ কৰিব পৰা হেম বৰুৱাৰ দৰে লোক সঁচাকৈয়ে বিৰল, এক ব্যতিক্ৰম।

১৯৪৪ চনত যোৰহাটৰ ছাত্ৰনেতাসকলৰ লগত গৈ গুৱাহাটীৰ ছাত্ৰসকলৰ লগ লাগি জাতীয়তাবাদী যিখন ছাত্ৰ ইউনিয়ন গঠন কৰিছিলো সিয়েই অসম ছাত্ৰ কংগ্ৰেছলৈ ৰূপান্তৰিত হৈছিলগৈ। আলোচনাৰ কাৰণে সন্ধিয়া হেম বৰুৱা ছাৰৰ ওচৰলৈ গৈছিলো। তেতিয়া তেখেত স্বৰ্গীয় বিৰিঞ্চি কুমাৰ বৰুৱাৰ উজান বজাৰত থকা দুমহলীয়া কাঠৰ বঙলাৰ তলৰ কোঠা এঠাত মেছ পাতি আছিল। তেতিয়া দেখিছিলো—তেখেতৰ প্ৰিয় কবি দেৱকান্ত বৰুৱাৰ লগত একেখন লেপৰ তলত সোমাই কিতাপ পঢ়ি আছে। দুয়োজন নেতাই সংগঠনৰ ক্ষেত্ৰত আমাক বহুতো লাগতিয়াল পৰামৰ্শ দিলে। দেশ স্বাধীন হোৱাৰ আগে-পিছে জিলাই জিলাই ছাত্ৰ কংগ্ৰেছ স্থাপন হৈ বিৰাট ৰূপ ধাৰণ কৰিলে। ১৯৪৮ চনত নাজিৰাত বহা শিৱসাগৰ জিলা ছাত্ৰ কংগ্ৰেছৰ দুদিনীয়া অধিবেশনলৈ তেখেত পৌৰোহিত্য কৰিবলৈ আহিছিল। দুয়ো দিন বিৰাট জনসমাগম হৈছিল—দুয়ো দিনাই গুৰুলা বক্তৃতাৰে শ্ৰোতাৰ মন তেখেতে মুহি পেলাইছিল। তেতিয়াৰেপৰা নাজিৰালৈ ১৯৫২, ১৯৫৭ আৰু ১৯৬২ চনত নিৰ্বাচনী সভাবোৰলৈ হেম বৰুৱা অহা

শুনিলে নাজিৰাত হাজাৰ-বিজাৰ মানুহৰ সমাগম হৈছিল।

১৯৫২ চনত শিক্ষক প্ৰশিক্ষণৰ কাৰণে যাওঁতে গুৱাহাটীৰ উজান বজাৰৰ সেই দুমহলীয়া ঘৰটোতে আমাৰ মেছ আছিল। হেম বৰুৱা ছাৰ কেতিয়াবা আমাৰ মেছলৈ আহি ৰসাল কথা পাতেহি। বন্ধৰ দিনত তেখেতৰ চেনিকুঠীৰ ঘৰটোলৈ মযো প্ৰায়েই যাওঁ আৰু নানা বিষয়ৰ কথা-বতৰা পাতো। এদিন টাইপ মাৰি নবীন বৰদলৈৰ বিষয়ে এটা ইংৰাজী প্ৰবন্ধ সাজু কৰোঁতে কৈছিল—আমাৰ ভাষা-সাহিত্য সংস্কৃতিৰ বিষয়ে ইংৰাজী কাকত আৰু আলোচনীত প্ৰচাৰ কৰিব নোৱাৰিলে আমাৰ বিষয়ে বাহিৰৰ লোকৰ ভুল ধাৰণাবোৰ কেতিয়াও আঁতৰিব নোৱাৰে আৰু আমাৰ সমস্যাৰ কথা দেশনেতাসকলেও ভালকৈ উপলব্ধি কৰিব নোৱাৰে। এবাৰ কেন্দ্ৰীয় শিক্ষা বিভাগৰ এজন উচ্চ পদস্থ বিষয়াই অসমলৈ আহোঁতে সুধিছিল—"অসমলৈ গ'লে বোলে মানুহ ভেৰা হয়?" হেম বৰুৱাই ৰসিকতা কৰি তেওঁক কৈছিল, "অসমত সেই যাদু বিদ্যা এতিয়া নাই। পিছে শ্বিলঙলৈ কেতিয়াও নেযাবা – তাত এতিয়াও যাদু আছে।" ১৯৬৮ চনত বিষয়া দুজনক শ্বিলঙলৈ ফুৰাবলৈ নিওঁতে তেওঁলোকে আমাক এই কথা কৈছিল। সাঁথৰটোৰ মই ভেদ ভাঙি নিদি পেটে পেটে হাঁহিছিলো।

এবাৰ উত্তৰ প্ৰদেশৰ এজন ইংৰাজী অধ্যাপকে (পন্তৰ পৰিয়ালৰ) অসমৰ কৃষ্টি-সভ্যতাৰ সম্পৰ্কে বিৰূপ মন্তব্য দিয়াত "ৰেড ৰিভাৰ এণ্ড ব্লু হিলচ্" এখন উপহাৰ দিয়াত পঢ়ি চাই পিছত অসমৰ কথাত পঞ্চমুখ হোৱা দেখিছিলো। সেইদৰে মাদ্ৰাজৰ শিক্ষক বন্ধু এজনকো সেইখন কিতাপ উপহাৰ দিয়াত তেওঁ তাৰপৰা প্ৰকাশিত 'ফ্ৰী ইণ্ডিয়া' সাপ্তাহিক আলোচনীখনত এটা সুন্দৰ সমালোচনা প্ৰকাশ কৰি অসমলৈ পঠাইছিল। চীনৰ আক্ৰমণৰ সময়ত এইখন কিতাপৰপৰা উত্তৰ-পূব অঞ্চলৰ বৰ্ণনা আৰু ভৱিষ্যৎ

বাণীৰ বিস্তৃত বিৱৰণ এটা এই আলোচনীত বৰ বৰ হৰফেৰে প্ৰকাশ কৰা দেখিছিলোঁ। এই কিতাপখনে অসমক জনা আৰু বুজাত বাহিৰৰ লোকক কেনেকৈ সহায় কৰিছিল তাৰ প্ৰমাণ এই দুটা সাধাৰণ কথাৰ পৰাই জানিব পাৰি। 'ইলাষ্ট্ৰেটেড্ উইক্লি', 'হিন্দুস্থান ষ্টেণ্ডাৰ্ড' আদি কাকতত প্ৰকাশ পোৱা প্ৰবন্ধৰ যোগেদিও তেখেতে অসমৰ গৌৰৱ প্ৰচাৰ কৰি গৈছে। ডেকা বুদ্ধিজীৱী এজনে হেম বৰুৱাই ভুল ইংৰাজী লিখে বুলি যি তুলুঙা মন্তব্য দিছিল তেখেতে তালৈ ভ্ৰূক্ষেপ কৰা নাছিল।

বিয়াল্লিছৰ আন্দোলনত যোৰহাট জেলত অসমৰ মুখিয়াল নেতাসকলৰ লগতে শিৱসাগৰ আৰু নগাঁৱৰ ৪০০ মান ৰাজনৈতিক বন্দী আছিল। তেওঁলোকৰপৰা হেম বৰুৱা ছাৰে আন্দোলন আৰু পুলিচৰ নিৰ্য্যাতনৰ ভু-ভা লৈছিল। স্বৰ্গীয় মহাদেৱ শৰ্মাই এনে লোকসকলৰ মৌখিক বিৱৰণী এখন বহীত লিপিবদ্ধ কৰা দেখিছিলোঁ। তাত গহপুৰৰ কনকলতা, বৰহমপুৰৰ ভোগেশ্বৰী ফুকননী আৰু বাৰপুজীয়াৰ তিলক ডেকাই দেশৰ কাৰণে আত্মোৎসৰ্গ কৰা তেজৰঙা কাহিনীও অন্তৰ চুই যোৱাকৈ তেখেতে লিখিছিল। মই ভাবোঁ, হেম বৰুৱা ছাৰে এইবোৰ কাহিনীৰ আধাৰত জেলৰ পৰা ওলাই আহি ইংৰাজী আৰু অসমীয়া বাতৰি কাকত আৰু আলোচনীত বহুতো প্ৰবন্ধ লিখিছিল। তেখেতৰ August Revolution in Assam (1946) পুথিৰ আধাৰো ইয়েই আছিল বুলি অনুমান কৰোঁ।

নিজৰ পুৰণি ছাত্ৰ আৰু অনুৰক্ত ভক্ত হিচাপে ছাৰে আমাক অন্তৰেৰে মৰম কৰিছিল আৰু ঘৰুৱাভাৱেই সকলো কথা হিয়া উবুৰিয়াই কৈছিল। কেতিয়াবা ৰসিকতাও কৰিছিল। নতুন দিল্লীৰ ঠিকনাত চিঠি-পত্ৰ দিলে দুই-এদিনৰ ভিতৰতে অতি ব্যস্ততাৰ মাজতো নিজ হাতেৰে লিখি উত্তৰ দিছিল। সভা-সমিতিৰ কাৰণে

দেশৰ ইমুৰ-সিমুৰ ফুৰেতে আমাৰ পজাটোলৈয়ো ভুবাৰমান আহিছিল —কন্তেক পৰৰ ভিতৰতে ঘৰে-পৰে সকলোকে আপোন কৰিব পৰা গুণটো অনন্যসাধাৰণ আছিল। ১৯৬৩ চনত নাজিৰাত বহা অসম সাহিত্য সভাৰ উপলক্ষে এখনি স্মৃতি-গ্ৰন্থ সম্পাদনা কৰি উলিওৱাৰ দায়িত্ব আমাৰ কেইজনমানৰ ওপৰত পৰিছিল। একেটা অনুৰোধত তেখেতে ঢৌতে থৰ মাৰি সেই গ্ৰন্থৰ কাৰণে এটা প্ৰবন্ধ পঠাইছিল আৰু সাহিত্য সভাৰ সকলো কাৰ্য্যৰ খা-খবৰ লৈ আছিল। অধিবেশনৰ পিছত স্মৃতি-গ্ৰন্থ, বিভিন্ন ভাষণাৱলীৰ টোপোলা এটাৰ লগতে আমাৰ দ্বাৰা প্ৰকাশিত ডক্টৰ সৰ্বপল্লী ৰাধাকৃষ্ণণৰ সৰু জীৱন চৰিত এখনো শ্ৰদ্ধাৰ চিন স্বৰূপে তেখেতলৈ পঠোৱাত প্ৰাপ্তিস্বীকাৰ কৰি আমালৈ লিখিছিল,—"নতুন দিল্লী, —৫ মে, ১৯৬৩—ইতিমধ্যে তুমি পঠোৱা টোপোলাটো পাইছো। আলোচনীত ওলোৱা মোৰ প্ৰবন্ধটোও পঢ়িলো। ছপাৰ ভুল কেইবাটাও আছে। তথাপি ছপা আদি ভাল পাইছো।······

তোমাৰ 'ডক্টৰ ৰাধাকৃষ্ণণ' কালি নিশা এক বজালৈকে পঢ়িলো।······মানুহজনৰ সমূহ ব্যক্তিত্বটো কিতাপখনত বঢ়িয়াকৈ ওলাই পৰিছে। ভাষাটোও ভাল হৈছে।"

ৰাষ্ট্ৰপতি ডক্টৰ সৰ্বপল্লী ৰাধাকৃষ্ণণক তেখেতে সপৰিয়ালে এবাৰ দেখা কৰোঁতে কৈছিল, "I am glad that you write. Nothing ultimately lasts except your writings, Hem."

এইষাৰ কথা কিমান সঁচা তাক সময়ে প্ৰমাণ কৰিব।

# ছাত্ৰ আৰু সতীৰ্থৰ দৃষ্টিৰে

**ডঃ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য**

হেম বৰুৱা, অসম গৌৰৱ শিক্ষাবিদ্, শিক্ষাব্ৰতী সাহিত্যিক আৰু সংসদী ৰাজনীতি বিশাৰদ এজন আগশাৰীৰ অসমীয়া লোক বুলি বৰেণ্য আৰু স্বীকৃত হৈছে। হেম বৰুৱাৰ গুৱাহাটীয়া কাৰ্য্যকালৰ বিদ্যায়তনিক পৰিবেশৰ ১৯৪৪ চনৰ প্ৰথম দলৰ অন্যতম ছাত্ৰৰূপে জহৰ বন্ধৰ বিৰতিৰ পিছত বি· বৰুৱা কলেজৰ পুৰণি কামৰূপ একাডেমীৰ দখিণ ফলীয়া কোঠাত কুৰিজন মাত্ৰ ছাত্ৰই (ছাত্ৰী তেতিয়া নাই) সন্ধিয়া পেট্ৰোমাক্স লাইটৰ পোহৰত কলিকতা বিশ্ববিদ্যালয়ৰ আই-এ মহলাৰ ইংৰাজী নাটক মাইল্‌ষ্টোন্‌জ্‌খন পঢ়া দৃশ্যটি সুঁৱৰিছোঁ। লগতে ১৯৫১ চনৰ ছেপ্টেম্বৰৰ এক তাৰিখে সেইখন বি· বৰুৱা কলেজতে (তেতিয়াও নৈশ মহাবিদ্যালয় ৰূপে চলি থকা) পুৰণি কামৰূপ একাডেমী ভৱনতে অধ্যক্ষ হেম বৰুৱাৰ নিজহাতে টাইপ কৰা নামখোদিত লিপিপত্ৰৰ নিযুক্তি পত্ৰ মতে উত্তৰফলীয়া সমুখৰ কোঠাটিত শিক্ষক ৰূপে মোৰ যোগদানৰ কথাও মনলৈ আহিছে।·········ইতিপূৰ্বে বৰুৱা ছাৰ ঢুকাবৰ দিনাৰে পৰা লিখাৰ চেষ্টা সত্তে কৰিও সফল হব পৰা নাছিলোঁ। মাজতে 'কি ফুলে ফুলালা'ৰ জ্বৰে এৰিলেও কৰ্পটিয়ে নেৰা মৰমৰ অত্যাচাৰ আৰু এতিয়া অসম সাহিত্য· সভাৰ আগ্ৰহভৰা অনুৰোধৰ তাড়নাত বিসঙ্গতিৰ মাজত এয়া লিখিলোঁ। দায়-দোষ মৰিষণৰ আশাৰে: পঙ্কীসৰ উৰয় পথা অনুসাৰে। ব্যক্তিগত উল্লেখবোৰৰ অহমিকা ৰীতি সাপেক্ষে নধৰ্তব্য।

## ১৯৪৪-১৯৪৫ ইং চনৰ হেম বৰুৱা

গুৱাহাটী তেতিয়া নগৰী : মহানগৰীৰ স্বপ্ন দেখা নাই। দীঘলীপুখুৰীয়ে আহোম ৰাজঘৰীয়া স্মৃতিকে বহন কৰি দ্বিতীয় মহাযুঁজৰ জাপানী-মাৰ্কিণ আৰু নিগ্ৰো সামৰিক বতাহো কম-বেছি পৰিমাণে অনুভৱ কৰিছে। পাণবজাৰৰ হেজাৰ সন্ধিয়াত ব্লেক আউটে বেমেজালি পাতিছে। জীপ্‌কাৰত উঠি অলিয়ে-গলিয়ে ধৰ্ষিতা বনিতা মিলিটেৰী আৰু তেওঁলোকৰ দালালৰ কৰায়ত্ত হোৱা সৰ্বসাধাৰণ কাহিনীবোৰ নোকোৱাই ভাল। এফালে যুদ্ধৰ বজাৰ, বস্তুৰ জুই-ছাই দাম; লগে লগে কণ্টৰ্‌ল, কোপাৰেটিভ্ ষ্টোৰ : এম্-ই-এছ, গেৰিছন থিয়েটাৰ, এ-আৰ্-পি, ট্ৰেঞ্চ, ট্ৰেক্টৰ আৰু এণ্টি-এয়াৰক্ৰেফট গান, বন্দুক-বাৰুদ, ৰেডক্ৰুছ, ভান্.........আন ফালে বিয়াল্লিছৰ গণ বিপ্লৱৰ ঢৌ, উখল-মাখল তথা অন্তৰ্নিহিত ফল্গুৰ দৰে হিংসাত্মক কাৰ্য্য, পশ্চাদ্‌ঘাত, পুলিচ-মিলিটেৰীৰ দমন নীতিমূলক গুলী-চালনা, গ্ৰেপ্তাৰ, আত্ম-গোপন : নেতাজী সুভাষচন্দ্ৰ বসুৰ নেতৃত্বত আজাদ হিন্দ ফৌজ গঠনৰ ৰহস্যময় কাহিনী আৰু উত্তৰ-পূব ভাৰতৰ কহিমা, মণিপুৰ আদিত চাঞ্চল্যকৰ প্ৰবেশ, বোমা বৰ্ষণ আদিয়ে প্ৰাক্ স্বৰাজ কালৰ গুৱাহাটী তথা অসম আৰু ভাৰতবৰ্ষৰ জন-জীৱন মহাত্মা গান্ধীৰ নেতৃত্বাধীন কংগ্ৰেছৰ গৰিমাৰে বৃটিছ সিংহৰ লঘিমা সাধনতে সততে ব্ৰতী আৰু ছলে-বলে-কলে-কৌশলে ভাৰতবৰ্ষৰ মুক্তি লাভৰ বাবে কম-বেছি পৰিমাণে উঠি অহা ছাত্ৰ-ছাত্ৰী আৰু প্ৰবীণ নেতাসকল বদ্ধ-পৰিকৰ।......এই যুগৰ চিত্ৰ পিছৰ বহু ৰচনাত সাহিত্যিক স্বীকৃতি পাইছে যদিও এয়া প্ৰাক্ স্বৰাজ যুদ্ধকালীন যুগটি বাতৰি-কাকত আৰু আলোচনীৰ ফালৰপৰা কন্দা-কটা নিষ্পেষণৰ সুহুৰিহে। পণ্ডিত কমল নাৰায়ণ দেৱ, চক্ৰেশ্বৰ ভট্টাচাৰ্য্য, ভবানন্দ দত্ত, অমৃত ডেকা আদিৰ যত্নত বিহগী কবি ৰঘুনাথ

চৌধাৰী আতাৰ 'জয়ন্তী' যুগৰ সাহিত্য-চৰ্চা ক্ষীণভাৱে গুৱাহাটীত চলি আছিল। এনে পটভূমিত ১৯৪২ চনৰে পৰা শ্ৰেণী আৰম্ভ কৰিবলৈ লৈও দ্বিতীয় মহাৰণৰ বিননিত এবছৰ পিছুৱাই, কলিকতা বিশ্ববিদ্যালয়ৰ অনুমতিক্ৰমে সাউদ ভোলানাথ বৰুৱাৰ স্মৃতি যুগ-মীয়া কৰিবলৈ তেওঁৰে পৰিয়ালৰ কেশৰকান্ত বৰুৱাৰ দানৰ ওপৰত ভিত্তি কৰি কামৰূপ একাডেমীত ১৯৪৩ চনত বি· বৰুৱা কলেজৰ আই-এ (কমাৰ্চ) শ্ৰেণীৰ প্ৰথম বাৰ্ষিক প্ৰায় একুৰি ছাত্ৰৰে (লোকপ্ৰিয়) গোপীনাথ বৰদলৈৰ সন্মানিত অধ্যক্ষ তথা পৰিচালক সভাৰ সভাপতিৰ যুটীয়া দায়িত্বৰ মণি-কাঞ্চন সংযোগত শুভাৰম্ভ হয় জহৰ বন্ধৰ পিছৰ এটি ৰসাল সন্ধিয়াত হেছাক লেম্প আৰু পেট্ৰমাক্সৰ যৌথ প্ৰচেষ্টাত। ১৯৪৪ চনত বৰদলৈদেৱে কাৰাবাসৰ পৰা নবাগত হেম বৰুৱাক ইংৰাজীৰ অধ্যাপনা আৰু উপাধ্যক্ষ তথা কাৰ্য্যবাহী অধ্যক্ষৰ কাম চলাবলৈ আনে ঃ ইয়াৰ আগতে হৰ গোবিন্দ শৰ্মাদেৱ আৰু সুৰেন্দ্ৰমোহন দাস ডাঙৰীয়াই অন্যান্য শিক্ষক প্ৰেমধৰ চৌধুৰী, ৰমেশচন্দ্ৰ দত্ত, দেৱেশ্বৰ পাঠক, যাদৱ নাৰায়ণ দাস, বনমালী শৰ্মা আদিৰ সহায়ত কলেজখনৰ প্ৰথম বাৰ্ষিকৰ শ্ৰেণীবোৰ চলাই আছিল। বি· বৰুৱা কলেজলৈ হেম বৰুৱাৰ আগমন বৰদলৈ ডাঙৰীয়াৰ দুৰদৃষ্টি আৰু দৃঢ় সিদ্ধান্তৰ ফলশ্ৰুতি। কেৰাণী কলেজৰপৰা বুঢ়া-বুঢ়ীৰ কলেজৰ পৰিক্ৰমা পাৰ হৈ বি· বৰুৱা কলেজ বৰ্তমানে নতুন পৰিবেশত কম সংখ্যক ঘৰ আৰু বেছি পৰিমাণৰ বাৰান্দাৰে এখন প্ৰথম শ্ৰেণীৰ কলা-বিজ্ঞানৰ মহাবিদ্যালয় কৰাৰ পথত হেম বৰুৱা আৰু সুৰেন্দ্ৰমোহন দাসৰ কঠোৰ সাধনা পৰিশ্ৰমপটু হাতখনৰ ইপিঠি-সিপিঠি ঃ এই কথা মোৰ নিজৰ নহয়—সকলো বি· বৰুৱা কলেজ পৰিয়ালেই স্বীকাৰ কৰিব লাগিব।

## শ্ৰেণীতঃ নাটক কি?

"হোৱাট ইজ্ এ' ড্ৰামা? —ড্ৰামা ইজ্ এ' কন্‌ফ্লিক্ট্, 'টিজ্ এ' কন্‌ফ্লিক্ট্ বীট্‌উইন্ গুড্ এণ্ড্ ইভিল্·········"—ৰোল্‌কল্‌ৰ পিছতে প্ৰথম শ্ৰেণীৰ বক্তৃতা দিবলৈ গৈ ইংৰাজীৰ প্ৰবক্তা অধ্যাপক হেম বৰুৱাই ১৯৪৪ চনৰ দ্বিতীয় বাৰ্ষিক আই-এ (কম্) বি. বৰুৱা কলেজৰ ছাত্ৰ কুৰিজনমানৰ আগৰ ইংৰাজ-চাহাবৰ বক্তৃতাৰ লেখীয়া স্বাসাঘাত-ধ্বনিৰে ৰূপকল্পৰ সৃষ্টি কৰে। সুৰেন্দ্ৰমোহন দাসৰ পঢ়াশলীয়া ইংৰাজী শিক্ষা দানৰ লগত হেম বৰুৱাৰ শিক্ষাদানৰ পদ্ধতি, ৰীতি আৰু তুলনামূলক উদ্ধৃতি, অনুসঙ্গ-প্ৰসঙ্গ বিস্তাৰ-ক্ৰমৰ যথেষ্ট পাৰ্থক্য আছে। প্ৰথম বক্তৃতা শুনি নতুনত্বৰ মাজেদি কঠোৰ, কষ্টসাধ্য লাগিছিল। দাস ছাৰৰ তুলনাত বেয়া যেন লাগিছিল যদিও সেয়া লাহে লাহে সহজ, সাধ্য, কাম্য আৰু ভোগ্য হৈ পৰিছিল। হেম বৰুৱাই অকল ইংৰাজী ভাষা-সাহিত্যৰ শ্ৰেণী লৈয়ে ক্ষান্ত থকা নাছিল। শ্ৰীযাদৱ নাৰায়ণ দাস ধুবুৰীৰ ভোলানাথ কলেজৰ অধ্যাপনা-অধ্যক্ষতাৰ বাবে যাবলগীয়া হোৱা কাৰণে বৰুৱাই ইংৰাজীৰ উপৰিও অসমীয়াৰ শ্ৰেণীও লৈছিল: তেতিয়া কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত অসমীয়া মাতৃভাষাৰ মূল্যাঙ্ক এশ: পাঠ্য-পুথিৰ ক্ৰম কবিতা-কুঞ্জ, কথা-সাহিত্য, আৰু ব্যাকৰণ-ৰচনা (আৱশ্যক-সুবিধামতে)। বৰুৱাই কবিতা, নাটক পঢ়ুৱাবলৈ বেছি ভাল পাইছিল: প্ৰবন্ধ-নিবন্ধ, ব্যাকৰণ, ছন্দ-অলঙ্কাৰ আদি সুৰেন্দ্ৰমোহন দাসে সাধাৰণতে বেছিকৈ লৈছিল। বৰুৱাৰ এটা গুণ আছিল—ছাত্ৰসকলে কোনো শিক্ষক নাহিলে, কাৰ্য্যালয়ত আহি কলে আৰু সেই কথা গম পালে, বৰুৱাই নিজে গৈ সেই শ্ৰেণীত উপস্থিত হৈ সেই বিষয় নহলে অন্য এটি সুবিধাজনক প্ৰসঙ্গৰ ওপৰত আলোচনা কৰি সময়ৰ সদ্ব্যৱহাৰ কৰিছিল। তেতিয়াৰ দৈনিক শ্ৰেণীৰ প্ৰায় চাৰি ঘণ্টা-

চাৰে চাৰি ঘণ্টা সময়ৰ বাহিৰে কলেজ কাৰ্য্যালয়ত্তে পুৱাৰ পৰা দুপৰীয়ালৈকে (বন্ধত ব্যতিক্রম হব পাৰে) আৰু অন্যান্য সময়তো পুথি-আলোচনী পঢ়া, লেখা, তামোল-চিগাৰেট দুয়োটাকে প্ৰায় এৰা-ধৰাকৈ বা নেৰানেপেৰাকৈ ব্যৱহাৰ কৰা, লগে লগে বিবিধ বিষয়ৰ আলোচনা, তৰ্কজাল বিস্তাৰ কৰা, সভা-সমিতি পালে উদ্দীপ্ত প্ৰাণবন্ত শব্দৰ মোহিনী বাণেৰে বিদ্ধ কৰা ভাষণ দিয়া ……আৰু মানুহক ভাল পোৱা, 'মানবেৰ মাঝে আমি বাঁচিবাৰে চাই' মনোভাৱেৰে চলি থকা হেম বৰুৱাক পাহৰিব নোৱাৰি।…

## চিৰন্তন ছাত্ৰ-শিক্ষকৰ প্ৰতীক

হেম বৰুৱাক মই চিৰন্তন ছাত্ৰ-শিক্ষকৰ যুগল প্ৰতীক বুলি গণ্য কৰোঁ। ইয়াৰ কাৰণ তেওঁ সদায়ে লিখা-পঢ়া কৰিছিল। মুখত তামোলৰ সেলেঙী লগাই কথাৰ জাউৰিৰ মাজতো বুদ্ধিদীপ্ত ছাত্ৰৰ দৰে জনাৰ ধাউতি, কেতিয়াবা প্ৰবীণ শিক্ষকৰ দৰে কঠোৰ মন্তব্য আৰু অনুশাসন। তেওঁ যিটো জানিছিল, উপলব্ধি কৰিছিল, সাহসেৰে-দৃঢ়তাৰে কব পাৰিছিল, কাৰ্য্যত পৰিণত কৰিছিল। সদায়ে ছাত্ৰৰ দৰে বিনয়ী আৰু নিয়মানুবৰ্ত্তিতা তেওঁৰ চৰিত্ৰ-আচৰণৰ উল্লেখযোগ্য বৈশিষ্ট্য। লাহ-বিলাহৰ গোন্ধ নোলোৱা মোটা খদ্দৰৰ হলো চোলা পিন্ধা নিজকে অশুৱনি বুলি বৰ্ণোৱা বৰুৱা ডাঙৰীয়াৰ সভা-শুৱনি ৰূপ আৰু বচন যিয়ে এবাৰ শুনিছে যে সেয়া ছাত্ৰই হওক, ৰাইজেই হওক—অন্তৰ ছুই যোৱা, পাহৰিব নোৱাৰা এটি ৰূপক চিত্ৰপট। অধ্যক্ষৰ আসনতে বহি ৰাজনীতি, সাহিত্য-চৰ্চা, সমাজ-বিশ্লেষণ, দৈনন্দিন মহাবিদ্যালয়ী প্ৰশাসন আদি চলোৱা বিবিধ আৰু বহুমুখী চিন্তা-জ্ঞান-কৰ্মৰ ত্ৰিধাৰা বৰুৱাক প্ৰায় ত্ৰিশ বছৰ (১৯৪৪-১৯৭৪) কাল ধৰি বহুজনে ভাল পালেও, দুই-চাৰিজনে আগবয়সত আৰু বেছি সংখ্যকে ৰাজনৈতিক

বিপৰ্য্যয়ৰ আগে আগে তেওঁৰ ব্যক্তিগত চাল-চলন, কলেজীয়া মৰ্যাদা আৰু পৰিয়াল আদিলৈ উচ্চ-নীচ বাক্য আৰু ৰাজনৈতিক ঘটনাৰে আঘাত দিছিল—সেয়া শেষত লক্ষ্মণৰ শক্তিশেল যেন হলেও বৰুৱা অসমৰ জৱাহৰলালৰ দৰেই উজ্জ্বল আৰু সংগ্ৰামী (এয়া এগৰাকী কামৰূপৰ হাইস্কুলীয়া ছাত্ৰীৰ উপমা) হৈ জন-মানসত জিলিকি আছে। চিৰন্তন ছাত্ৰ-শিক্ষকৰ স্বাক্ষৰ বি. বৰুৱা কলেজেই নহয় জে-বি কলেজ, যোৰহাট, সন্দিকৈ কলেজ, গুৱা-হাটীৰ মেজতো বক্ষিত হৈছে।

## সাহিত্যিক-ৰাজনৈতিক-প্ৰশাসক

বৰুৱাৰ সাহিত্যিক জীৱন ইংৰাজী বিষয়ৰ এম-এ পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ পিছত আৱাহন কাকতত লিখা পছিমীয়া সাহিত্য-মূলক প্ৰবন্ধবোৰত আৰম্ভ হোৱা যেন লাগে। যোৰহটীয়া পৰি-বেশ, জেলখানাৰ ভিতৰ আৰু স্বৰ্গীয় লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ সান্নিধ্য, গুৱাহটীয়া বহল বাতাবৰণ আৰু ক্ৰমে দিল্লী মহানগৰী তথা দেশ-বিদেশৰ চিত্ৰ-বিচিত্ৰ অভিজ্ঞতাই তেওঁৰ সাহিত্য বিষয়-গন্ধী আৰু উদ্ধৃতিবিপুল অৱস্থাৰপৰা ক্ৰমে বিশ্লেষণমূলক আৰু অভিমতসুলভ কৰি তুলিছে। বৰুৱাৰ সম-সাময়িক প্ৰিয় কবি কলংপৰীয়া দেৱকান্ত বৰুৱাৰ লগত 'ৰামগিৰি' নিবাসৰ ফলত 'পছোৱা' আলোচনীৰ উন্মেষ, মাৰ্কিণ যুক্তৰাজ্যলৈ বক্তৃতাদানৰ আমন্ত্ৰণৰ পটভূমিত 'সাগৰ দেখিছা' আৰু পৰবৰ্ত্তী ৰঙা কৰবীৰ ফুল, ইজৰাইল, মেকং নৈ দেখিলোঁ, বহাগতে পাতি যাওঁ বিয়া, মন-ময়ূৰী, ছিন্নমূল আদি অসমীয়া পুথি, ৰেড্‌ৰীভাৰ এণ্ড ডি ব্লু হীল্‌চ, এছামিজ লিটাৰেশ্যাৰ, লক্ষ্মীনাথ বেজবৰুৱা, আইড্‌ল আৱাৰছ্ আদিয়ে সাহিত্যিক ৰূপে ছাত্ৰ-শিক্ষক জীৱনৰ সমুচিত আৰু ৰাজনৈতিক প্ৰশাসক জীৱনৰ ওপৰঞ্চি ফল বুলিব পাৰি।

ৰাজনৈতিক-প্ৰশাসকৰূপে তেওঁৰ নিষ্ঠা, দুৰ্নীতিহীনতা আদৰ্শ হৈ ৰব ।

বৰুৱা ডাঙৰীয়াই বি· বৰুৱা কলেজত অধ্যাপনা কৰা কালতে ৰাজনৈতিক জীৱন আৰম্ভ কৰে আৰু পৰাজয়-জয়ৰ মাজেদি দিল্লীত লোকসভাৰ সদস্য পদ লাভ কৰে। প্ৰশাসকৰূপে অধ্যক্ষতাৰ (বি· বৰুৱা কলেজ) উপৰিও 'পছোৱা'ৰ সম্পাদনা, অসম কলেজ শিক্ষক সন্থাৰ সভাপতি, বহুত অনুষ্ঠান—সংসদী সমিতিৰ সদস্য-সভাপতি আৰু মৰণৰ আগলৈকে বি· বৰুৱা কলেজ পৰিচালক সভাৰ সভাপতিৰূপে বিশুদ্ধ ৰাজনীতি-প্ৰশাসনৰ আহি দেখুৱাইছে। তেওঁৰ কূটনীতি আৰু ছলে-বলে-কলে-কৌশলে কাৰ্য সাধনৰ পদ্ধতি নথকা বাবেই সংসদী নিৰ্বাচনত শেষ পৰাজয় ঘটা বুলি বহুতে কয়। ডক্টৰ বাণীকান্ত কাকতিয়ে বোলে কৈছিল যে বৰুৱাই হয় ৰাজনীতি এৰিব লাগে, নহলে সাহিত্য-গবেষণা সিদ্ধি হব নোৱাৰে ।

## দোষে-গুণে ভাল পাওঁ

বৰুৱা ছাৰক মই ছাত্ৰ আৰু সতীৰ্থ হিচাপে দোষে-গুণে ভাল পাওঁ: তেওঁৰ পৰাজয় আৰু বিফলতাবোৰক মই অভিনন্দন জনাওঁ। বহুতো কথা, বহুতো চিন্তা, বহুতো কাম আমাৰ বাকী ৰৈ গ'ল: কল্যাণীয় ছাত্ৰ শ্ৰীনন্দ তালুকদাৰে নিলিখা বৰুৱাৰ ৰোমাণ্টিক জীৱন-ধাৰা মুখেৰে কব পাৰি ; কিন্তু লিখিব নোৱাৰি। ছাত্ৰ আৰু সতীৰ্থৰূপে মনত পৰে—বৰুৱা ছাৰে এইবোৰ কৈ গৈছিল: ভাগ্যে টেপ্ৰেকৰ্ড কৰা নহ'ল ।

# মই জনা মানুহজন

ডঃ নির্মলপ্ৰভা বৰদলৈ

সম্বন্ধত মোৰ হয় মামা। আমাৰ শিৱসাগৰৰ ঘৰত প্ৰায়েই গৈ থাকেগৈ। বিশেষকৈ সক্ৰিয় ৰাজনীতিত দেশৰ ইমূৰৰপৰা সিমূৰলৈ ঘূৰি ফুৰা সময়খিনিত। দেউতা ৰাজনীতিৰ মানুহ নাছিল। কিন্তু দেউতাই গুণী, ব্যক্তিত্বপূৰ্ণ, পুৰুষাৰ্থ থকা লোকক বৰ ভাল পাইছিল। দৃঢ় মতৰ (of strong principle) মানুহ বাবে দেউতাই হেম বৰুৱাক ভাল পাইছিল অন্তৰ উবুৰিয়াই। দেউতাৰ মৰমৰ প্ৰকাশো আছিল অন্য ধৰণৰ। অন্তৰৰ মৰম মুখেৰে প্ৰকাশ নকৰে। কৰে কাৰ্যেৰে। আমাৰ ঘৰত গৈ হেম বৰুৱা ছাৰ থাকিবগৈ বুলি গম পাবহে লাগে তেখেতে খাই ভাল পোৱা আটাইবোৰ বস্তু দেউতাই ইমান হেপাহেৰে ঘৰখনত যোগাৰ কৰাব যে তাৰ কাৰণে লগুৱা-লিকচৌ ভাগে ভাগে লৰিব লগা হয়।

ৰাতি ছুপৰলৈ আমি মেল মাৰো। দেউতাই সময়মতে সদায় শুবলৈ যায়। দেউতা শুবলৈ যোৱাৰ পিছত কথাৰ পাগ আৰু উঠে। মা, মই, মোৰ ভাই তিনিটা, মোৰ ছোৱালীজনী আৰু ভাগিনী ৰুমী ছাৰৰ মেলৰ নিয়মিত শ্ৰোতা, মাজে মাজে তামোলৰ পিক পেলাবলৈ উঠি যোৱাৰ বাহিৰে ছাৰে ধাৰ নিছিগাকৈ কথা কৈ থাকে। ৰাজনীতিৰপৰা সমাজনীতিলৈ, ব্লিজত প্ৰকাশ পোৱা লোমহৰ্ষক, ৰোমাঞ্চকৰ কাহিনীৰপৰা চাইনীজ কবিতালৈ, নিজৰ

সৰু কালৰ ঘটনাৰপৰা দেশ-বিদেশত লাভ কৰা অভিজ্ঞতালৈ ছাৰে অবাধে বিচৰণ কৰে। ক'ত কি কি ভোজন কৰিলে সেই-বোৰ কথাও কয়। বিশ্বাস অবিশ্বাসৰ দোলনাত ঢুলি ঢুলি আমি শুনি থাকোঁ, মন্ত্ৰমুগ্ধৰ দৰে, প্ৰহৰৰ পিছত প্ৰহৰ পাৰ হয়। ৰাতি এক, দুই বাজেগৈ। তথাপি শুবলৈ যাবৰ মন নেযায়। জাৰকালি হলে দগ্‌মগীয়া জুইৰ তাপত মেলখন আৰু উমলগা হৈ পৰে। মাই বটাৰ পাছত বটাকৈ তামোল যোগান ধৰি কথকী ককায়েকৰ কথা কৌতুহলেৰে শুনে। কথাৰ মাজে মাজে মোৰ কল্পনাই পাখি মেলে—ওখপাখ, হটঙা, ৰসাল কথা কোৱা মানুহ-জনক মোৰ সেই বয়সৰ চকুত মধ্যযুগীয়া কোনোবা বীৰ যেন লাগে। কথা জানিলেই নহয়, কথা কবও জানিব লাগে, কথা কোৱাও এটা ডাঙৰ আৰ্ট—এই অনুভৱ মোৰ ছাৰৰ কথা শুনি তেতিয়াই হৈছিল।

শিৱসাগৰ কলেজত আই. এ. পঢ়ি থকা সময়খিনিত মই সদৌ অসম ছাত্ৰ কংগ্ৰেছৰ লগত সক্ৰিয়ভাৱে কেইবাটাও ডাঙৰ দায়িত্বত আছিলোঁ। ছাত্ৰ কংগ্ৰেছৰ বাৰ্ষিক অধিবেশনলৈ এবাৰ ছাৰক মাতোতে ছাৰে কৰ্মব্যস্ততাৰ কাৰণে যাব নোৱাৰিব বুলি জনাই কাৰ্ড এখনত ডালিমগুটীয়া আখৰেৰে ধুনীয়াকৈ আমালৈ উত্তৰ দিছিল। সেই সময়ৰ আৰু কেবাজনো নেতাক আমি আমাৰ মিটিঙলৈ মাতিছিলোঁ। তেখেতসকলৰপৰা উত্তৰ আমি পোৱা নাছিলো। পাইছিলোঁ ছাৰৰপৰা। তাকো চিঠি পোৱাৰ লগে লগেই দিয়া উত্তৰ। সৰু বুলি অৱহেলা কৰি আমাক তেখেতে উত্তৰ নিদিয়াকৈ থকা নাই—আমাক মূল্য দিছে—এই ভাবটোৱে আমাৰ বিষয়ববীয়াসকলক আপ্লুত কৰিছিল।

গুৱাহাটীলৈ বি. এ. পঢ়িবলৈ আহি ছাৰৰ বক্তৃতা শুনাৰ অপূৰ্ব সুযোগ লাভ কৰিলোঁ। সন্দিকৈ কলেজৰ কাষতে 'নবীন বৰদলৈ

হল'। আমি পঢ়া সময়খিনিত বিভিন্ন অনুষ্ঠানৰ বক্তৃতা হয় সেইটো হলত, নহয় ছুডমাৰ্চন হলতেই বেছিভাগ হৈছিল। অনুষ্ঠানবোৰত ছাৰৰ বিশেষ ভূমিকা থাকেই। কেতিয়াবাহে ব্যতিক্ৰম ঘটে। খদ্দৰৰ বগা দীঘল পাঞ্জাবী চোলা আৰু খদ্দৰৰ ধুতি পৰিহিত, জাৰকালি হলে এড়ী চাদৰ এখন গাত মেৰিয়াই লৈ ছাৰ মঞ্চৰ ওপৰলৈ উঠি যায়। থিয় হোৱাৰ ভংগী ইমান আত্মপ্ৰত্যয়েৰে ভৰা যে ছাৰ থিয় হলেই এনে লাগে যেন এজন 'অথৰিটী'হে থিয় হৈছে। উদাত্ত কণ্ঠৰ বক্তৃতা আৰম্ভ হোৱাৰ লগে লগে শ্ৰোতা বক্তৃতাৰ লগত মুহূৰ্ততে একাত্ম হয়। বক্তৃতাৰ তেজ উঠাৰ লগে লগে ছাৰৰ তৰ্জনী আঙুলিয়ে নাচি উঠে। এয়া মুদ্ৰাদোষ হলেও এনে লাগে ছাৰৰ বক্তৃতাৰ লগত ই যেন বৰ খাপ খোৱা! ছাৰৰ বক্তৃতা যুক্তিৰে তীক্ষ্ণ হলেও 'ইম'চনেল'। আবেগেৰে আৰু উত্থাপনৰ নাটকীয় ভংগীৰে তেখেতে বক্তৃতা, উদাহৰণ স্বৰূপে এনেদৰেই আৰম্ভ কৰে: এইটো বৰ দুখৰ কথা, এইটো বৰ পৰিতাপৰ কথা, এইটো বৰ লাজৰ কথা, এইটো বৰ বেদনাদায়ক কথা যে অসমীয়া মানুহে একোৱেই ত্যাগ কৰিব নেজানে। অনন্য ভংগীৰে দিয়া বক্তৃতাৰ তেজ স্তৰে স্তৰে ওপৰলৈ উঠে। উদ্ধৃতিৰে, বিশেষকৈ ইংৰাজী সাহিত্যৰ, বক্তৃতা সমৃদ্ধ হয়, শ্ৰোতা অভিভূত হৈ পৰে। থিয় হোৱাৰ নিৰ্ভীক ভংগী, বলিষ্ঠ কণ্ঠই পৰিচ্ছন্ন ৰসাল ভাষা, স্পষ্টবাদিতা, তৰংগায়িত আবেগ আৰু সিদ্ধান্তৰ (গ্ৰহণ অগ্ৰহণ শ্ৰোতাৰ নিজৰ কথা) ইংগিত ছাৰৰ বক্তৃতাত সদায় বিৰাজমান। কোৱাৰ অস্পষ্টতা বক্তৃতাত দেখা দিয়ে চিন্তাত বিশৃংখলা লাগিলে। ভুল চিন্তা, শুদ্ধ চিন্তা বেলেগ কথা—ছাৰৰ বক্তৃতাত অস্পষ্টতা নাথাকে, আকস্মিকভাৱে দিবলগা হলেও ছাৰে সাবলীল চমৎকাৰ বক্তৃতাৰে জনতাক মুগ্ধ কৰিব কৰিব পাৰে—ইংৰাজী, অসমীয়া দুয়োটা

ভাষাতে সমানেই। তেজপুৰ আৰু যোৰহাটৰ সাধাৰণ স্কুলত শিক্ষা লাভ কৰি ইমান সুন্দৰ ইংৰাজী কোৱাৰ ক্ষমতা কেনেকৈ লাভ কৰিলে বুলি ছাৰক মই কেবাটাও প্ৰসংগত সুধিছিলোঁ। ছাৰে উত্তৰ দিছিল "সাধনাৰে"। বি-বি-চিৰ ইংৰাজী কথিকা আৰু ঘোষণাৰ ছাৰ আছিল হেনো আগ্ৰহী শ্ৰোতা। তাৰ উপৰি অধ্যয়ন কালত পোৱা গুণীজনৰ সান্নিধ্যত লাভ কৰা প্ৰতিটো ভাল কথা শিকি, নিজৰ জীৱনত খটুৱাবলৈ ছাৰে চেষ্টা কৰিছিল। হুমায়ুন কবীৰ আৰু ৰাধাকৃষ্ণণৰ বহুতো কথাই ছাৰৰ মনত ৰেখাপাত কৰিছিল। পাৰ্লামেণ্টত এম· পি· হৈ থকা সময়ছোৱাত ডঃ হীৰেন মুখাৰ্জী, ডঃ ৰামমনোহৰ লোহিয়া, আচাৰ্য্য কৃপালনি আৰু বিশেষকৈ জৱাহৰলাল নেহৰুৰ ব্যক্তিত্ব আৰু কথা কোৱাৰ ষ্টাইলে, লগতে নেহৰুৰ লিখাৰ ষ্টাইলেও, ছাৰক আকৃষ্ট কৰিছিল বুলি ছাৰে বিভিন্ন প্ৰসংগত আমাক কৈছিল। ছাৰ উইনষ্টন চাৰ্চিল আৰু আচাৰ্য্য কৃপালনিৰ 'উইট', 'ছেটায়াৰ' আৰু 'হিউমাৰ'ৰ কথা ছাৰে আমাৰ আগত বিভিন্ন সময়ত উল্লেখ কৰিছিল আৰু ৰগৰ তুলি কথা কোৱাৰ অভ্যাস নিজেও কৰিছিল। বাগ্মিতাৰ তেজেৰেই ছাৰে পাৰ্লামেণ্টৰ সদস্যসকলৰ ভিতৰতো প্ৰথম দহজনৰ এজন হ'ব পাৰিছিল।

ছাৰৰ এটা বৰ ডাঙৰ গুণ যে তেখেতে গুণী ব্যক্তিক বৰ শ্ৰদ্ধা কৰে। ভাল লিখিব পৰা, ভাল গাব পৰা, বজাব পৰা, খেলিব পৰা ইত্যাদি গুণৰ লোকৰ প্ৰতি ছাৰৰ মূৰ দোঁ খাই থাকে। আনহাতে বেয়াক বেয়া বুলি কবলৈ ছাৰ আছিল নিৰ্ভীক। জীৱনৰ বিভিন্ন দিশৰ প্ৰলোভনেও তেখেতক টলাব নোৱাৰিছিল। এমুঠি সোণ-ৰূপৰ কাৰণে তেখেতে বিশ্বাস কৰা মতবাদৰপৰা পিছলি পৰা কেতিয়াও নাছিল। কংগ্ৰেছ মন্ত্ৰীসভাৰ বিশিষ্ট আসন লবলৈও তেখেতৰ প্ৰতি আহ্বান গৈছিল। ক্ৰমান্বয়ে অকলশৰীয়া যেন হৈ পৰিলেও

তেখেতে নিজা মতবাদতে শ্ৰদ্ধা জনাই স্তম্ভৰ দৰে ৰ'ল। এই ক্ষেত্ৰত তেখেতৰ সহধৰ্মিনী, সুলিখিকা অণু বাইদেউৰ ত্যাগ আৰু কষ্ট স্বীকাৰো নিশ্চয় স্মৰণ কৰিবলগীয়া।

এতিয়া মই গুৱাহাটী বিশ্ববিদ্যালয়লৈ আহিলোঁ, পিছে বি· বৰুৱা কলেজত কটোৱা চাকৰিৰ দিনকেইটা মোৰ কেবাটাও ফালৰ-পৰা বৰ আপুৰুগীয়া। প্ৰথমে ৰাতিৰ কলেজ এখনতনো মই কাম কৰিমনে ? এনে এটা অহংকাৰৰ ভাবতেই নেকি মই বি· বৰুৱাত প্ৰথমে সোমাব খোজা নাছিলো। এতিয়াৰ অধ্যক্ষ শ্ৰীপ্ৰমোদ ভট্টাচাৰ্য্যই লতাশিলৰ ওচৰতে বাটত পাই এদিন বৰকৈ কোৱাত, ল ক'ছ´ সম্পূৰ্ণ কৰিবৰ কাৰণে গুৱাহাটীতেই থাকিব লাগিব বুলি সিদ্ধান্ত লোৱাৰ কাৰণেই, ৰাতিৰ কলেজতে অনিচ্ছাৰে হলেও মই সোমালো। ছাৰ তেতিয়া চেনিকুঠীৰ ভাড়া ঘৰত। বি· বৰুৱা কলেজৰ অধ্যক্ষ প্ৰমোদ ভট্টাচাৰ্য তেতিয়া অসমীয়াৰ মুৰব্বী অধ্যাপক। কথা-সাহিত্যিক শ্ৰীযোগেশ দাসো অসমীয়া বিভাগত। তাৰ উপৰি সৰ্বশ্ৰী শৰৎচন্দ্ৰ গোস্বামী, অজিতকুমাৰ শমা, কালীপদ সেন, সূৰ্য্যকান্ত বৰপূজাৰী, প্ৰেমধৰ চৌধুৰী, সুৰেন্দ্ৰমোহন দাস, পৰমেশ্বৰ শমা, তাৰিণী বৈশ্য, প্ৰমোদ বৰ্মন, প্ৰসন্ন শৰ্মা আদিৰে বি· বৰুৱা কলেজৰ অধ্যাপক মণ্ডলী বাছকবনীয়া। সতীৰ্থ ডঃ বীৰেন দত্তও একে দিনাই মোৰ লগত কলেজত সোমাল। তেতিয়া কামৰূপ একাডেমীৰ ঘৰটোত ৰাতি আৰু ৰাতিপুৱা বি-বৰুৱা কলেজৰ ক্লাছ বহিছিল। এই সময়ছোৱাত ছাৰক ঘনিষ্ঠভাৱে পোৱাৰ সুযোগ হ'ল। ছাৰে মিটিং কৰা আৰু দিল্লীত পাৰ্লামেণ্ট বহা সময়ছোৱাৰ বাহিৰে প্ৰায় ওৰে দিনটো কলেজতে কটায়। অণু বাইদেৱে ফ্লাস্কত কফি দি পঠায়। দুপৰীয়াৰ আহাৰ খাবলৈ আৰু অলপ সময় বিশ্ৰাম লবৰ কাৰণেহে ছাৰ ঘৰলৈ যায়। ছাৰে ক্লাছ লোৱা সময়খিনিৰ পিছত কলেজৰ অফিচতে, অধ্যক্ষৰ চকীখনত বহি,

ভাৰতৰ প্ৰধান বাতৰি কাকত কেইখন পঢ়ে, লিংক, ইম্‌প্ৰিন্টকে ধৰি দেশী-বিদেশী আলোচনী পঢ়ে ; সাহিত্য আৰু ৰাজনীতিৰ কিতাপ পঢ়ে, বিচক্ষণ ৰাজনীতিজ্ঞৰ জীৱনী পঢ়ে, দেশ-বিদেশৰ ভৌগোলিক ইতিহাস আৰু ৰাজনৈতিক উত্থান-পতনৰ ইতিহাস অধ্যয়ন কৰে। কাৰ্ল মাৰ্ক্স, বাৰ্ট্ৰাণ্ড ৰাছেল, আল্ডুছ হাক্সলী, টয়নবী আৰু জৱাহৰলাল নেহৰুৰ গ্ৰন্থ ছাৰৰ হাতত মই প্ৰায়ে দেখিছিলোঁ আৰু তেখেতৰ হাতত দেখিছিলোঁ সমসাময়িক সৰ্বাধুনিক পঢ়িবলগীয়া কিতাপখন, অথবা দেশী-বিদেশী কাকতে কৰা কোনোবা আলোড়নকাৰী কিতাপৰ 'ৰিভিউ'। তেখেতৰ মনৰ গতি আছিল সময়ৰ লগত তাল ৰাখিব পৰাকৈ দ্ৰুত। মনৰ দ্ৰুততম গতি আৰু আধুনিক বীক্ষাৰ কথা কওঁতে তেখেতে সদায় তীক্ষ্ণধী ব্যক্তি এজনৰ নাম উল্লেখ কৰিছিল। সেই নাম হৈছে ছাৰৰ বিশিষ্ট বন্ধু, আমাৰ মৰমৰ কবি, ভাৰতৰ শীৰ্ষস্থানীয় ৰাজনৈতিক নেতা শ্ৰীদেৱকান্ত বৰুৱাৰ নাম। শ্ৰদ্ধেয় দেৱকান্ত বৰুৱা প্ৰথমবাৰ আমাৰ ঘৰলৈ ছাৰৰ লগতে আহিছিল। তেখেতসকলৰ কথাৰ জাতে-পাতে অসমীয়া ধাৰ, দেৱকান্তৰ তীক্ষ্ণ ৰিটৰ্ট, উইট আৰু দুয়োৰে মাজত পৃথিৱীৰ আধুনিকতম বিভিন্ন বাতৰিৰ বিষয়ে হোৱা আলোচনাৰ পৰা খোৱাৰ ঘৰুৱা জুতিলৈকে হোৱা কথাবোৰ আমাৰ ঘৰত আৰু কলেজত বিস্ময় আৰু আনন্দেৰে মই সদায় লক্ষ্য কৰিছিলোঁ।

কলেজৰ অফিচৰ বেৰখনৰ সিপাৰেই আমাৰ কমনৰুম আছিল। ছাৰে মাতিলেই শুনো। কবিতাৰ কিবা প্ৰসংগ ওলাবহে লাগে ছাৰে মাতিবই- 'নিৰ্মল'! ভয়তে বুকু ডুক ডুক কঁপে, কাৰণ কিবা আবৃত্তি কৰিবলৈ কয় কি ঠিক। মনত ৰখা শক্তি অৱশ্যে সেই সময়ত মোৰো বৰ কম নাছিল, এতিয়া সেই অনা দেলে। তথাপিও ছাৰৰ আগত আউল লাগে। উচ্চাৰণ ঠিক নহয় বুলি,

'একৃছেণ্ট' ঠিক ঠাইত নপৰে বুলি ভয় লাগে—বিশেষকৈ ইংৰাজী কবিতা মাতোতে। ছাৰে ৰবি ঠাকুৰ আৰু জীবনানন্দ দাসৰ কবিতা ইমান মাতিবলৈ দিয়ে যে মাতোতে মোৰ প্ৰায়বোৰ কবিতাই মুখস্থ হৈ পৰিছিল। ভাল কিতাপৰ বিষয়ে, ভাল আলোচনীৰ ভাল প্ৰবন্ধৰ বিষয়ে ভাগ লবলৈ ছাৰে মোকেই যে মাতে এনে নহয়—কৃষ্ণ 'দা (পৰমেশ্বৰ শৰ্মা), প্ৰমোদ 'দা, যোগেশ দাদা, ছুলাল 'দা (বৰঠাকুৰ), বীৰেন দত্তকে আদি কৰি আটাইকে মাতি মেলি ওচৰ চপাই লয়। বি· বৰুৱা কলেজৰ সেই সন্ধিয়াবোৰৰ স্মৃতি এতিয়াও মোৰ মনত বৰ জীৱন্ত। চুম্বক সদৃশ আকৰ্ষণীয়-তাৰ এটা পৰিবেশ ছাৰক মাজত লৈ আমাৰ গঢ় লৈ উঠিছিল। কলেজৰ অফিচৰ ডেকা বাবু (শ্ৰীৰাজ্য ডেকা), পৰেন বাবু (পৰেন্দ্ৰনাথ ভট্টাচাৰ্য) আৰু প্ৰসাদো (শ্ৰীধৰ্ম প্ৰসাদ) আছিল এনে আলোচনা চক্ৰৰ আগ্ৰহী শ্ৰোতা। ছাৰক লগ পাবলৈ অহা অজস্ৰ মানুহৰ ভিতৰত এজন বিশেষ ব্যক্তিয়েও সন্ধিয়াৰ এনে আলোচনাত, মাজে মাজে তিৰবিৰাই ভাগ লৈছিল। সেয়া হৈছে নগাঁৱৰ অতি বক্তিত্ব সম্পন্ন গুণী পুৰুষ চন্দ্ৰ ফুকন ডাঙৰীয়া। শিক্ষাদায়ক, অনুপ্ৰেৰণাদায়ক ছাৰৰ ব্যক্তিত্ব আৰু পৰিবেশে আৰু ছুজনমানৰ লগতে মোক এনেকুৱাকৈ আচ্ছন্ন কৰিলে যে বি. বৰুৱা কলেজৰ কাম এৰি যোৱা কথাটো আমি ভাবিবই নোৱাৰা হলোঁ। বি· বৰুৱাত যোগ দিয়াৰ ছমাহমান পিছতে কটন কলেজত কাম পাইও মই অনায়াসে প্ৰত্যাখ্যান কৰিলোঁ। কটন কলেজত কামত যোগ নিদিয়াৰ কাৰণে শ্ৰদ্ধেয় শ্ৰীউপেন্দ্ৰচন্দ্ৰ লেখাৰু আৰু শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা ছাৰে মোক বেয়াই পাইছিল। বি· বৰুৱা কলেজখন ভাল কৰিবলৈ আমাৰ তেতিয়া কি উৎসাহ! প্ৰতি-যোগিতাবোৰত, সংগীত বা খেলবো, আমাৰ কলেজৰ লখাই সদায় প্ৰথম স্থান পাব লাগিব,' কলেজৰ ভাল নাম সকলোতে

হব লাগিব এনে যত্ন। তেতিয়াৰ ছাত্ৰ-ছাত্ৰীবোৰৰো শিক্ষকৰ প্ৰতি শ্ৰদ্ধা, মৰম কিবা বেলেগ আছিল। শিক্ষক আৰু ছাত্ৰ-ছাত্ৰীৰ মাজৰ এক পৰম বন্ধুত্ব তথা এক আপোন আপোন মিঠা সম্বন্ধ গঢ় লৈছিল। এতিয়াও ভাবো, কেৱল কটকটীয়া নিয়মেৰে, আইনেৰে শিক্ষা অনুষ্ঠান সজীৱ, সুন্দৰ, প্ৰাণময় হৈ নুঠে। মুল কৰ্তাজনৰ আকৰ্ষণীয় ব্যক্তিত্ব আৰু পৰিবেশ সৃষ্টিৰ দক্ষতা লাগে। তেতিয়াহে উদ্দেশ্য আৰু কৰ্মৰ মাজত সংযোগ স্থাপিত হয়।

ছাৰক অসমীয়া আধুনিক কবিতাৰ পথ্ প্ৰদৰ্শক বুলি কলে বৰ ভুল নহয়। কবিতাৰ শেহতীয়া তৰংগবোৰৰ লগত ছাৰৰ নিবিড় পৰিচয় আছিল– প্ৰাচীন পৰম্পৰা ভঙাৰ সাহ আছিল, কথ্য ভাষাৰ ৰীতিৰে, এণ্টি-ৰোমাণ্টিক একোটা জোকাৰ দি, দুই-তিনি তৰংগীয়া অৰ্থৰ ব্যঞ্জনাৰে ছাৰে অসমীয়া আধুনিক কবিতাক এক শক্তিশালী গতি দিছিল। 'পছোৱা' নামৰ আলোচনীখন সম্পাদনা কৰি তাতে প্ৰথম এনে কবিতা লিখি ছাৰে অসমৰ কাব্য-জগতলৈ নতুন স্বাদ, নতুন শিহৰণ আনিছিল। 'জয়ন্তী' আলোচনীও আছিল সহযোগী।

শ্ৰদ্ধেয় শ্ৰীকীৰ্তিনাথ হাজৰিকা আৰু শ্ৰীবীৰেন্দ্ৰ কুমাৰ ভট্টাচাৰ্য্য সম্পাদিত 'ৰামধেনু'ৰ কাৰণে ছাৰে সেই সময়ত প্ৰায়ে কবিতা লিখিব লগা হৈছিল। কবিতা লিখি উঠি মোক মাতি শুনায় বা স্ফূৰ্তিতে কবিতাৰ মাজৰ দুশাৰীমান মোক লিখিবলৈ দিয়ে। কবিতাৰ বিষয়ে বৰ বেছি তেতিয়া নাজানিছিলো (এতিয়াও নাজানো) কাৰণেই, ছাৰৰ কবিতাৰ মাজৰ দুই-চাৰি শাৰী মইও লিখি দিওঁ। ছাৰে সেই শাৰীবোৰৰ মুল্য দিয়ে, নাকাটে, প্ৰশংসা কৰে আৰু তেনেকৈয়ে প্ৰকাশ কৰিবলৈ দিয়ে। ছাৰৰ উদাৰতা আৰু সকলোকে মুল্য দিয়া গুণৰ অজস্ৰ উদাহৰণ আছে।

ছাৰ অকলে গুলাব নোৱাৰে। ছাৰৰ লগে লগে এটা 'জুম'

যায়। মৌ বাহ এটাৰ কাষতহে যেন অজস্ৰ মৌৰ গুণগুণনি। সেই সময়ত "হেম বৰুৱা ফৰিয়া" হৈছিল বুলি কলেও অত্যুক্তি নহব যেন পাওঁ। এই মানুহজনে যেন জনতাৰ বহুতো স্বপ্নৰ কথা দিঠকলৈ আনিব পাৰিব, ৰাজনৈতিক বা-মৰণীত এইজন মানুহৰ এষাৰ কথা যেন আশ্ৰয়ৰ বাণী, নিৰ্ভৰযোগ্য—এনে আন্তৰিক বিশ্বাসেৰে ৰাইজে হেম বৰুৱাৰ মুখৰ পিনে চাইছিল। ছাৰৰ বন্ধু হৰেশ্বৰ গোস্বামীৰ নিৰ্বাচনী যুদ্ধৰ সময়ত, যদিও তেওঁ বিৰোধী পক্ষৰপৰা বক্তৃতা দিবলৈ গৈছিল, হেম বৰুৱাৰ বক্তৃতা শুনিবৰ কাৰণে গাঁৱে গাঁৱে অগণন মানুহ জাৰকালিৰ ৰাতি এক, দুই বজালৈ কঁপি কঁপি বৈ আছিল। হেম বৰুৱাৰ জনপ্ৰিয়তাৰ এটি সামান্য উদাহৰণহে এয়া।

ছাৰৰ ঘৰতো পুৱাৰপৰা ৰাতিলৈ মানুহৰ সোঁত চলি থাকে। ইজনৰ লগত সিজন মানুহৰ কথাৰ সংগতি নাথাকে। দুখ-দৈন্য, অভাৱ-অভিযোগৰ কথাই নহয়, অনৰ্থক কথাবো ছাৰৰ লগত মহলা মাৰি, ফোন কৰাই, চাৰ্টিফিকেট বিচাৰি মানুহবোৰে ছাৰক ইমান জুলুম কৰি থাকে যে সৃষ্টিৰ কাৰণে প্ৰয়োজন হোৱা গভীৰতালৈ যাবলৈ ছাৰৰ সময় নাথাকে। ছাৰে প্ৰায়ে কৈছিল —"পুৱাব পৰা কতনা মানুহ! কাৰ কথা কিমান শুনিবা! বিৰক্তি লাগে, তথাপি ভাবোঁ মোক ব্যৱহাৰ কৰিব পাৰে কাৰণেই মোৰ ওচৰলৈ মানুহ আহে।" ৰাজনীতিয়েই হওক বা সাহিত্যই হওক ই সম্পূৰ্ণ 'ডেডিকেচন' বিচাৰে। সব্যসাচীৰ দৰে দুয়োটা দুহাতে ৰাখি ছাৰে জীৱনজুৰি সাহিত্য আৰু ৰাজনীতিৰে দেশৰ সেৱা কৰিলে ছাৰৰ সাহিত্য আৰু ৰাজনীতিৰ মূল্য নিৰ্ধাৰণ মই কৰিব খোজা নাই। সেয়া আনে কৰিব, কিন্তু স্তম্ভিত হৈ ভাবোঁ —এইখিনি কামেই কেইজনে কৰিব পাৰে।

ছাৰে 'জীৱন' ভাল পায়, ভাল পায় জীৱনৰ বলিষ্ঠ ৰূপ,

জীৱনৰ প্ৰতি তেখেতৰ দৃষ্টিভংগী 'পজিটিভ'। ভগবানৰ অসীম শক্তি আৰু কৰুণা তেখেতে বিশ্বাস কৰে। সেইবুলি বাহ্যিক আচাৰ-নিয়ম পালনৰ অনুৰক্ত নহয়। গাত থকা লগুণডালো তেখেতে কেতিয়াবাই ছিঙি পেলালে। তেখেতে কৈছিল— "সাহিত্যিকৰ কোনো জাত নাই, ৰাজনীতিৰ সেৱকৰো কোনো জাত নাই। এটাই পৰিচয়—মানুহ।" ছাৰৰ জীৱনৰ কোনো ভণ্ডামি নাই, ধূৰ্ত্তালি নাই। জেদ নাই, প্ৰতিশোধপৰায়নতা নাই। মুখত এটা পেটত এটাও নাই। ৰাজনৈতিক জীৱনত ছাৰে এজন বিচক্ষণ, চিৰনমস্য ব্যক্তিৰ সততা, আন্তৰিকতা সদায় শ্ৰদ্ধাৰে সুঁৱৰিছিল—সেই নাম হৈছে লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ। ছাৰ মৰমিয়াল, অকপট আৰু সৰল। যি সৰলভাৱে বিশ্বাস কৰে, তাকে কয়; তাকে জীৱনত খটুৱায়, ৰগৰ তুলিবৰ কাৰণে কথা সাজি কলেও আনক অপকাৰ কৰা, অন্যায় কৰা কথা তাত নেথাকে।

ছাৰে গান বৰ ভাল পায়। ছেগ ওলালেই মোক গান গাবলৈ কয় আৰু তন্ময় হৈ শুনে। ছাৰৰ অনুৰোধত অণু বাইদেৱে সুন্দৰকৈ গোৱা কেইবাটাও বঙলা গীতৰ কথা মোৰ এতিয়াও মনত আছে। গানৰ কথা ওলালেই ছাৰে তেখেতৰ ভায়েক মইনা মামা (নৱ বৰুৱা), চিকু মামা (অধ্যাপক প্ৰফুল্ল বৰুৱা) আৰু ভী (আইভি বৰুৱা)ৰ গানৰ কথা বৰ আগ্ৰহেৰে কয়। লগতে ৰগৰ কৰি এষাৰ কথা কবলৈ নাপাহৰে—"বুইছা মোক বম্বেৰ ফিল্ম জগতে দিলীপকুমাৰ বুলি ভুল কৰি নিবই খুজিছিল। পিছে কেনেবাকৈ খৰা নাকটো দেখি আৰু গান গাব নাজানো বুলি জানিহে হাঁয় কপাল বুলি এৰি থৈ গ'ল।"

নিৰ্বাচনক তেখেতে স্পৰ্টছমেন স্পিৰিটেৰে লব লাগে বুলি সদায় কৈছিল। এনেকুৱা লাগে শেষৰ নিৰ্বাচনত ছাৰৰ মনৰ

এনে স্পিৰিট ক্লান্ত হৈ পৰিল, মানুহৰ প্ৰভাৱণাত ছাৰে মনত বৰ আঘাত পালে। ছাৰৰ নাৰ্ভতো প্ৰচণ্ড আঘাত পৰিল। কঠিন ৰোগত ছাৰ আক্ৰান্ত হ'ল। অসমৰ প্ৰতিটো সংকটত গৰজি উঠা সিংহনাদ ক্ৰমান্বয়ে ক্ষীণৰপৰা ক্ষীণতৰ হৈ আহিল আৰু শেষত গাঁৱে-ভূঞে, নগৰে-চহৰে, দেশে-বিদেশে-মহাদেশে উৰি ফুৰা সেই গতি স্থবিৰ হৈ গ'ল।

# ভাতৃ হিচাপে

শ্ৰীপ্ৰফুল্ল কুমাৰ বৰুৱা

তেতিয়া ককিলামুখ আৰু গুৱাহাটীৰ মাজত আৰ. এছ. এন. আৰু আই. জী. এন. কোম্পানীৰ জাহাজ চলিছিল। আৰ. এছ. এন. কোম্পানীৰ জাহাজবোৰ আছিল "কুকী", "ডফলা", "মিৰি", "মিচিমি", "লুচাই", "শিখ" আৰু আই. জী. এন. কোম্পানীৰ জাহাজ কেইখন আছিল "ঈগ্‌ল", "কাইট" আৰু "পেৰীগ্ৰীণ"। জাহাজ চাবলৈ আমি প্ৰায়ে জাহাজ ঘাটলৈ আহোঁ। আমাৰ জাহাজ ঘাটটোৰ নাম আছিল গমিৰি ঘাট। অৱশ্যে জাহাজ ঘাটলৈ অহাৰ আৰু এটা উদ্দেশ্য আছিল। ঘাটত জাহাজ লগোৱাৰ লগে লগে আমি জাহাজত উঠোঁ আৰু বাবুক কৈ (আমি দেউতাক বাবু বুলি মাতিছিলোঁ) বাটলাৰৰ তাৰপৰা লেম'নেড, জিন্‌জাৰ বীয়েৰ আদি খাইছিলোঁ। আমাৰ আজিও ধাৰণা জাহাজৰ লেম'নেড চোৱা যি খোৱা নাই সি যেন একেবাৰেই খোৱা নাই; জাহাজৰ ঠাকুৰ আৰু বাটলাৰৰ হাতৰ ভাত যি খোৱা নাই সি যেন ভাতেই খোৱা নাই। সেইদিনা ঘাটলৈ মই আৰু মোৰ দাদা চোনা (শ্ৰীজিতেন বৰুৱা, লাইফ ইনচিঅ'ৰেন্স কোম্পানীৰ ফিল্ড অফিচাৰ) গৈছিলোঁ। সেইদিনা যোৱাৰ কাৰণটো আছিল অৱশ্যে বেলেগ। সেইদিনা দাদা আহিব। জাহাজ আহি পালেহি। ঘাটৰ কাষ চাপি আহি থকাৰ লগে লগে আমি জাহাজৰ তলৰ ডেকত দেখিলোঁ মানুহৰ মাজত থিয় দি আছে

ধুতি পাঞ্জাবী পিন্ধা ওখ মানুহজন। সেইয়াই দাদা। ঘাটৰ কাষ পাই ষ্টীম বন্ধ কৰি দিয়াৰ লগে লগে জাহাজখনে খুব টলং-ভটং কৰিছে। চোনাৰে মোৰে খুব ভয় লাগিছিল। জাহাজখন ডুবি যাবনেকি! দাদাৰ কি হব! —জাহাজখনৰ একো নহল। পিছতহে জানিলো নিজৰ সুৰত নিজেই মজাৰ দৰে জাহাজখনে নিজে সৃষ্টি কৰা ঢৌতে কেতিয়াবা তেনেকৈ টলং-ভটং কৰে।

দাদা আমাৰ লগত গমিৰিত থকা দিনকেইটা বৰ ভাল লাগে। আমি দাদাৰ লগত নদীৰ পাৰত ফুৰো, হেলেম বাগিচাৰ বাই-দেউৰ তালৈ যাওঁ আৰু বৰঙ্গাবাৰীত ইঘৰ-সিঘৰ ফুৰো। আমি দাদাৰ বাকচ খুলি চাওঁ—পেষ্ট পেষ্ট গোন্ধায়। সেই গোন্ধটো আমাৰ বৰ ভাল লাগিছিল। বাকচত টুথপেষ্ট ভৰাই নিয়া সেই গোন্ধটো আজিকালি আমাৰ বাকচতো পাওঁ। তেতিয়া কিন্তু সেইটোৱেই আমাৰ কাৰণে বৰ ভাল লগা কথা এটা আছিল। এবাৰ চোনাই ময়ে দাদাৰ লগত জাহাজত গৈছিলো। সেইদিনা পেৰীগ্ৰীণ জাহাজ আছিল। জাহাজখন বৰ ধুনীয়া। আমি ঠাকুৰৰ তাত ভাত খাইছিলো। ঠাকুৰজনে দেখিছো দাদাক আৰু লগতে আমাকো চিতল মাছৰ মস্ত মস্ত কুলঠীৰ টুকুৰা ভাজি ভাজি জোৰকৈ খাবলৈ দিছে। দাদাই কথাটো ভাল পোৱা নাছিল আৰু নালাগে বুলি বৰ আপত্তি কৰিছিল। চোনাই ময়ে কিন্তু বেছ তৃপ্তিত কুলঠীৰ দীঘল দীঘল কাঁইটবোৰ চুপি আছিলো। পিছত দাদাই কৈছিল—এবাৰ বোলে সেই ঠাকুৰজনৰ কিবা এটা অসুবিধা হোৱাত আৰু জাহাজতে পাই দাদাক কোৱাত দাদাই ওপৰৱালালৈ এখন দৰখাস্ত তাক লিখি দিছিল। দৰখাস্তমতে তাৰ কামটো হৈছিল। সেই কাৰণে সি দাদাক ইমান খাটিৰ কৰিছে। লোকৰ কাৰণে অলৈ তলৈ লিখি কাম কৰি দিয়া কথাটোৰ আৰম্ভণি যেন তেতিয়াৰ পৰাই হৈছিল।

আমি তেতিয়া যোৰহাটত থাকি পঢ়ো। দাদাও আমাৰ লগত আছিল। দাদাৰ তেতিয়া চাকৰি নাছিল। দাদাক তেতিয়া আমি পাইছিলো এজন বৰ খঙাল মানুহ হিচাপে। চুলিবোৰো আছিল ঠৰঙাঠৰং। মায়ে সদায় কৈছিল—"ইয়াৰ খংটোয়েই কেতিয়াবা সৰ্বনাশ কৰিব।" দাদাৰ খঙাল স্বভাৱৰ কাৰণে আমি, মানে চোনা আৰু মই প্ৰায়েই মাৰ খাইছিলো। মাজু দাদা (শ্ৰীনৰ বৰুৱা, বৰ্তমান বম্বেত থাকে) ভায়েক আছিল যদিও প্ৰায় দাদাৰ বন্ধুৰ নিচিনাই আছিল। আমাক পিটাত দাদা আৰু মাজু দাদাৰ মাজত যেন এটা মিত্ৰতা স্থাপন হৈছিল। অৱশ্যে আমি মাৰ খাবলগীয়া কামো কৰিছিলো। চোনাই ময়ে বল খেলা লৈ প্ৰায়ে কাজিয়া কৰিছিলো। দাদাৰ মনটোও প্ৰায় অশান্তিত থাকে। কাৰণ তেতিয়ালৈকে দাদাৰ চাকৰি-বাকৰি হোৱা নাছিল। এবাৰ কাজিয়া কৰি থাকোতেই দাদাই থাপ মাৰি মোৰ চুলিত ধৰিলে। তেল যঁহা চুলি আছিল, মই পিছলি সাৰি গলো। তাৰ পিছত চোনাক ধৰিলে। চোনা সাৰিব নোৱাৰিলে। পিঠিত বহি লৈ নামঘৰত ডবা কোবোৱা দিলে। আমাক মাৰপিট কৰিছিল যদিও মৰমো কৰিছিল খুব। চোনা আৰু মই দাদাৰ লগত শুইছিলো। ভাত খাই উঠাৰ পিছত আমাক শুই থাকিবলৈ কৈ দাদা আগপিনে চকী পাৰি বহুত ৰাতিলৈকে বহি থাকে। চোনাৰে মোৰে অকলে শুই থাকিবলৈ বৰ ভয় লাগে। গতিকে মূৰ উলিয়ালেই ভূত দেখিম বুলি ভয়ত জুন মাহৰ গৰমতো চোনাই ময়ে লেপেৰে মূৰ ঢাকি সোমাই থাকো। ফলত গাৰ ঘাম ফিন্টাৰৰ পানী পৰাদি টপ্ টপ্ কৈ পৰিবলৈ আৰম্ভ কৰে। দাদাই সকলো কথাতে আমাৰ যত্নও লৈছিল খুব। সময়মতে নপঢ়িলে দাদাই খুব বেয়া পাইছিল; ৰাতিপুৱা সোনকালে উঠি পঢ়া-শুনাত নবহিলে আমাক সদায় খং কৰিছিল। ভালকৈ গা

পা ধুই, ধুনীয়াকৈ কানি-কাপোৰ পিন্ধি বেছ স্মার্ট হৈ স্কুললৈ ওলাই যোৱা দেখিলে দাদাই ভাল পাইছিল। ভনী কেইজনীকো (ভান্নু, ভী, ননী) গা-পা ধুৱাই মূৰত ফিটা বান্ধি স্কুললৈ পঠিয়াই দিছিল। ৰিবনৰ ফুলটো বৰ ধুনীয়াকৈ মাৰিব জানিছিল। যোৰহাটত থকা দিন কেইটাত প্ৰায়ে দাদাক পঢ়া-শুনা কৰি থকা দেখিছিলো। পুৱাবেলা কিবা-কিবি লিখিছিল। মোক প্ৰায়ে আমাৰ স্কুলৰ প্ৰধান শিক্ষকৰ (বিমান বৰুৱা) ঘৰলৈ "এঙ্গলো এচেমীজ ডিক্‌চনেৰী" খন আনিবলৈ পঠিয়াইছিল। আবেলি পঁৰত দাদা ফুৰিবলৈ ওলাই গৈছিল আৰু বহুত পলমকৈ ঘৰলৈ উলটিছিল। ফুৰিবলৈ যাওঁতে সদায় দাদাই কান্ধত ছাতি এটা লৈ ফুৰিছিল। তেতিয়াই দাদাৰ চৰিত্ৰৰ এটা বৈশিষ্ট্যৰ কথা ধৰা পৰিছিল। সেইটো হৈছে প্ৰতিবাদ কৰিবলৈ দাদাই অকণো কুণ্ঠা বোধ কৰা নাছিল। আমাৰ ঘৰৰ কথা কোনো-বাই বেয়াকৈ কলে; হুচৰি গাবলৈ আহি হুচৰিৰ দলে অসৎ আচৰণ কৰিলে বিপক্ষত যিমান মানুহেই নাথাকক লাগিলে দাদাই অকলেই প্ৰতিবাদ কৰিছিল, প্ৰত্যাহবান জনাইছিল। সেইটো স্বভাৱেই পিছলৈ অকাট্য যুক্তিৰ অৱতাৰণা কৰি বিৰো-ধিতা কৰাৰ স্বভাৱলৈ পৰিণত হৈছিল। লোকসভাৰ মজিয়াৰ কথাই নাই বিশ্বৰ বিভিন্ন ঠাইত য'ত দাদাই বক্তৃতা দি ফুৰিছিল তাতো, ভাৰতৰ অন্যান্য ঠাইৰ সভা-সমিতিতো নিৰ্ভীকভাৱে যিটো কব লাগে সেইটো দাদাই কৈছিল। এবাৰ দিল্লীত অনুষ্ঠিত সাহিত্য সম্মিলন এখনত প্ৰসিদ্ধ সাহিত্যিকসকলে অংশ গ্ৰহণ কৰিছিল। এজন সাহিত্যিকে বক্তৃতা প্ৰসঙ্গত এষাৰ মন্তব্য দিওঁতে দৰ্শকৰ মাজৰ পৰা এজনে চিঞৰি উঠিছিল—'That is wrong assesement of things'. ঘটনাটোৰ বিৱৰণী দি ডঃ ভুপেন হাজৰিকাই লিখিছিল—"উলটি চাওঁ—সেইয়া আমাৰ হেম বৰুৱা।"

আমেৰিকালৈ গৈ আমেৰিকাৰ প্লেটফৰ্মৰ পৰাই বক্তৃতা দি আমে-ৰিকাৰ নীতি সমালোচনা কৰিছিল। যোৰহাটত থকা সময়খিনিত দাদাই জগন্নাথ বৰুৱা কলেজত কাম কৰিছিল। তেতিয়া দৰমহা বৰ কম আছিল। খুব সম্ভৱ পঞ্চাশ টকামানহে পাইছিল। সেই কাৰণে টিউচনো কৰিবলগীয়া হৈছিল। যাক যাক দাদাই পঢ়ু-ৱাইছিল তাৰ ভিতৰত শ্ৰীব্ৰীজমোহন আগ্ৰৱালাৰ কথা আমাৰ বৰ মনত পৰে। সেই সময়ত বৰ্তমানৰ বহুত ডাঙৰ ডাঙৰ মানুহক তেনেই ওচৰৰ পৰা দেখিছিলো। ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা, শ্ৰীদেৱকান্ত বৰুৱা, শ্ৰীবিপিনপাল দাস প্ৰমুখ্যে বহুত মানুহ আমাৰ ঘৰলৈ আহিছিল; কেতিয়াবা ৰাতি থকাকৈও আহিছিল। দেৱকান্ত বৰুৱাকতো প্ৰায়েই পাইছিলো। তেনে ডাঙৰ লোক-সকলৰ আগত আমাৰ ওলাবলৈ ভয় লাগিছিল। জ্ঞানৰ পৰিসৰ কম হলে জ্ঞানী লোকৰ আগত ওলাবলৈ সাহস গোটাব নোৱাৰি। কিন্তু সেই বুলি তেওঁলোকে আমাক পঢ়া সোধা নাছিল। সেইটো বিপদ আমাৰ গমিৰিতহে হৈছিল। কেতিয়াবা জাহাজ দেৰি হৈ এইপিনৰ পৰা যোৱা দুই এজন ব্যক্তি গমিৰিত আমাৰ ঘৰত থাকি যাবলগীয়া হৈছিল। তেওঁলোকে আমাক বৰ টান টান বানানবোৰ যেনে ধৃতৰাষ্ট্ৰ, গজাঙ্ক ইত্যাদি সুধিছিল। এজোপা গছত ইমানটা চৰাই আছিল—এজন চিকাৰীয়ে গুলী কৰাৰ ফলত ৫ টা চৰাই মৰিল, গছজোপাত বাকী কেইটা চৰাই থাকিল—এই মৌখিকটো বৰ সুধিছিল। যোৰহাটত এবাৰ দেৱ বৰুৱাৰ আগতে দাদাই চোনাক সুধি দিলে, "নেপলিয়নৰ জীৱনীখন পঢ়িবলৈ যে দিছিলো পঢ়া হ'ল নে তোৰ?" আচলতে চোনাৰ পঢ়া হোৱা নাছিল। দাদাই তেতিয়া কিতাপখন পঢ়ি শেষ নকৰাৰ কাৰণে চোনাক খং কৰিছিল। তেতিয়া দেৱ বৰুৱাই দাদাক কৈছিল—"তাক খং কৰিছে কেলেই—নেপলিয়নৰ পিছৰ জীৱন

ছোৱা পঢ়ি আহোতে তাৰ মনটো ইমান দুখ লাগি আছিল যে সি কিতাপখন শেষেই কৰিব নোৱাৰিলে।" বিপিন পাল দাসক আমি থিয়েটাৰ কৰাও দেখিছিলো। মাজু দাদা, নকুল ককাইদেউ (যোৰহাটৰ শ্ৰীদেৱ প্ৰসাদ বৰুৱা), শ্ৰীগোৱিন্দ শৰ্মা (যোৰহাটৰ চোলাধৰাৰ) আদিয়ে 'ফ্ৰেণ্ডচ থিয়েটাৰ' নামৰ এটা নাট্য গোষ্ঠী গঠন কৰিছিল। সেই নাট্য গোষ্ঠীয়ে অভিনয় কৰা "গতিপথ" নামৰ নাটক এখনত বিপিন পাল দাসে পাৰ্ট কৰিছিল। ইয়াৰ পিছত পাইছিলো হৰেশ্বৰ গোস্বামী, শ্ৰীলক্ষ্য চৌধুৰী, শ্ৰীকমল চৌধুৰী, শ্ৰীবিশ্ব গোস্বামী আদিক। এইসকল ব্যক্তিৰ এটা কথাই ভাল লাগে যে এওঁলোকক কৰবাত কেতিয়াবা লগ পালে এতিয়াও সকলোৰে খবৰ লয়। তেওঁলোকৰ মানত আমি এতিয়াও যেন সেই চোনা, চিকু, ভী, ভানু, ননী। দাদাৰ ওচৰলৈ অহা অন্যান্য ব্যক্তিসকলৰ ভিতৰত অমূল্য বৰুৱা আৰু আনন্দ ফুকনৰ কথা বৰকৈ মনত পৰে। অমূল্য বৰুৱাৰ লগতে সাম্প্ৰদায়িক সংঘৰ্ষত কলিকতাত আনন্দ ফুকনৰো মৃত্যু হৈছিল। আনন্দ ফুকন আছিল এজন কৃতী ছাত্ৰ। তেওঁ ফুটবল খুব ভাল খেলিছিল। কিন্তু দুখ লাগে আনন্দ ফুকনৰ কথা দেখোন কোনেও নকয়, আনকি বালিগাঁৱতে তেওঁৰ স্মৃতি দিৱস নাপাতে। সেই হাঁহি থকা মুখৰ আনন্দ ফুকন দাদাৰ বৰ মৰমৰ আছিল। তদুপৰি কলেজৰ ছাত্ৰ বহুতো আহি দাদাৰ লগত কথা-বতৰা পাতি থকা দেখিছিলো। কিন্তু তেতিয়া যেন তেওঁলোক ছাত্ৰ নহয়, দাদাৰ বন্ধুহে। কিন্তু তথাপি কোনো দিন শ্ৰেণীত দাদাৰ বিৰুদ্ধে ছাত্ৰই অসৎ আচৰণ কৰা শুনা নাছিলো। বৰঞ্চ দাদাক শ্ৰদ্ধা কৰাৰ কথাহে শুনিছিলো। অৱশ্যে এনে শিক্ষকৰ কথাও শুনিছো যি কাৰোবাৰ পিছত লৰাক লগাই দিয়ে। দাদাৰ শিক্ষক হিচাপে জনপ্ৰিয়তা বাঢ়ি অহা দেখি দাদাৰ পিছতো ল'ৰা লগাই দিছিল।

এবাৰ দাদাৰ ক্লাছলৈ ল'ৰা নোসোমাই বাহিৰতে লৰাবোৰ বৈ আছিল। দাদাই শুদা ৰুমটোতে পঢ়ুৱাবলৈ আৰম্ভ কৰিছিল… পিছত এজন এজন কৈ ছাত্ৰ ক্লাছত সোমাবলৈ আৰম্ভ কৰিছিল। এবাৰ আকৌ দাদাই পঢ়ুৱাবলৈ আৰম্ভ কৰাৰ লগে লগে, উচটাই দিয়া মতে, ল'ৰা এটা এটাকৈ ক্লাছৰ পৰা ওলাবলৈ আৰম্ভ কৰিছিল। তেনেতে দুৱাৰ মুখত থিয় হ'লহি এজন পলোৱান ল'ৰা। তেওঁ ব্যায়াম কৰিছিল। সৰু ককাল, বহল বুকু। তেওঁ চেলেঞ্জ দি কলে—"কোনটো ক্লাছৰ পৰা ওলাই যাব চাওঁ।" – সেই ছাত্ৰজনৰ নামটো একেবাৰে পাহৰি গৈছো। তাৰ কাৰণে বৰ দুখ পাইছো। সেই ছাত্ৰজনৰ ওপৰত দাদাৰ ব্যক্তিত্বই নিশ্চয় প্ৰভাৱ পেলাইছিল। ছাত্ৰৰ প্ৰতি দাদাই কৰা আচৰণৰ পৰা যি অভিজ্ঞতা লাভ কৰিছিলো, পিছতো প্ৰায় চব্বিশ বছৰ শিক্ষকতা কৰি যি বুজিছো যে বহুত শিক্ষকে ভবাৰ দৰে ছাত্ৰৰ প্ৰতি ভাল ব্যৱহাৰ কৰিলে ছাত্ৰই আসৈ নাপায়। বৰঞ্চ শ্ৰদ্ধাজনিত এটা মৰম ভাব এৰাব নোৱাৰাকৈ সোমাই পৰে। সেই কাৰণেই বোধকৰো ছাত্ৰৰ অনুশাসনহীনতাৰ বিষয়ে কবলৈ গৈ হুমায়ুন কবিৰে ছাত্ৰ আৰু শিক্ষকৰ মাজৰ মধুৰ সম্পৰ্কৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল।

সেইসময়ত স্বাধীনতা আন্দোলনৰ ভৰপক। আমি চেভেন-এইটৰ ছাত্ৰ হিচাপে আন্দোলনত লাগিছিলো। সৰ্বশ্ৰী যোগেন শইকীয়া, অজিত শৰ্মা, ভোলা ফুকন আদিয়ে আমাক নেতৃত্ব দিছিল। অজিত শৰ্মা বৰ্ত্তমান ডুলিয়াজানৰ চাকৰিয়াল, ভোলা ফুকন বৰপাত্ৰ হাইস্কুলৰ শিক্ষক। আন্দোলনত লগাত দাদাই আমাক বাধা দিয়া নাছিল। কেৱল ঘৰত নোকোৱাকৈয়ে এবাৰ দেৰগাৱঁত অনুষ্ঠিত ছাত্ৰসভা এখনলৈ মই গুছি গৈছিলো। ঘৰত কৈ নোযোৱাৰ কাৰণেহে সেইবাৰ দাদাই মোক খং কৰিছিল।

আনকি এবাৰ কাছাৰী ঘৰত পিকেটিং কৰাৰ কাৰণে দিনটো আমাক আটক কৰি থৈ আবেলি পৰত নি বহুত দূৰৈত চোনাকে মোকে পুলিচে এৰি থৈ আহিছিলগৈ। দাদাৰ মনত সংঘাত হৈছিল। ৰাতি দেখিছিলো দাদাই আমাক বিচাৰি গৈছিল। সৰু ভায়েক দুটাই কষ্ট পাব সেই কথা দাদাই সহ্য কৰিব পৰা নাছিল। দাদাৰ কাৰণেই আমি সৰ্বভাৰতীয় নেতা শ্ৰীমতী অৰুণা আচফ আলি, শ্ৰীজয়প্ৰকাশ নাৰায়ণ, ডঃ ৰামমনোহৰ লোহিয়া আদিক তেনেহঁ কাষৰ পৰা দেখাৰ সুবিধা পাইছিলো। জয়প্ৰকাশ নাৰায়ণ আৰু প্ৰভাৱতী নাৰায়ণ আমাৰ ঘৰত দুদিনমান আছিল। ডঃ লোহিয়াও আছিল। দুয়োজন ইমান ডাঙৰ মানুহ যদিও তেনেই সহজ সৰল মানুহ। একেবাৰে নিজৰ ঘৰৰ মানুহ থকা দি তেওঁলোক আছিল। আলহী আছে বুলি বেলেগে ব্যস্ত হৈ থাকিবলগীয়া হোৱা নাছিল।.........কাছাৰী ফিল্ডত এদিন এটা বক্তৃতা দিয়াৰ কাৰণে দাদাক বৃটিছ চৰকাৰে এৰেষ্ট কৰি লৈ গুচি গৈছিল। আমি দাদা ঘৰথনত নথকা অৱস্থাটো অনুভৱ কৰিছিলো।

১৯৪৭ চনত দাদাৰ বিয়া হৈছিল। বিয়া লক্ষীমপুৰৰ পৰা হৈছিল। আমি গৈছিলো যোৰহাটৰ পৰা, বাবু আহিছিল গমিৰিৰ পৰা। দাদাৰ বিয়াৰ নিমন্ত্ৰণী চিঠিখন আজিও মনত আছে। চিঠিখনৰ ওপৰত আমি জাতীয় পতাকাৰ প্ৰতিচ্ছবিটো দিছিলো। বিয়াতো দাদাৰ সেই স্পষ্টবাদিতা স্বভাৱটো ভমককৈ এবাৰ জ্বলি উঠা দেখিবলৈ পাইছিলো। দৰা হিচাপে যথেষ্ট সংযত হৈ আছিল যদিও দৰা আগচাৰ সময়ত আগচা সকলে কিবা এটা অমূলক দাবী কৰাত দাদাই এটা বক্তৃতা আৰম্ভ কৰি দিছিল আৰু বুজাব খুজিছিল যে উঠি অহা ছাত্ৰসকলৰ আচৰণ যদি এনে হয় তেতিয়া হলে দেশৰ ভৱিষ্যত অন্ধকাৰ। অদৰকাৰী কথাবোৰে

যাতে সমাজখন বিপথগামী নকৰে সেই বিষয়ে দাদা সকলো সময়তে সজাগ আছিল। তদুপৰি বিয়াৰ দিনা দৰা হৈও বেয়া কিবা এটা দেখি তাৰ বিৰুদ্ধে মাত মাতিবলৈ দ্বিধাবোধ কৰা নাছিল।······তাৰ পিছত আমাৰ ঘৰলৈ আহিল নবৌ (অণু বৰুৱা)। নবৌ আহিল যদিও আমাৰ প্ৰতি দাদাৰ সেই মৰম আগৰ দৰেই থাকিল। আগৰ দৰেই, যি দুই-চাৰি পইচা উপাৰ্জন কৰিছিল সেইয়া ঘৰখনতে খৰচ কৰিছিল। এবাৰ মনত আছে আগদিনা চল্লিশ টকা বেঙ্কত জমা থৈছিল—পইচা সাঁচিব। কিন্তু সঁচা নহল। কাৰণ মোৰ ফিজ দিবলৈ পিছ দিনাই উলিয়াই আনিব লগা হ'ল। দাদা যোৰহাটত থকা দিনকেইটাত কলেজৰ ছাত্ৰ, অন্যান্য বিভিন্ন ধৰণৰ মানুহ আদিৰ সমাগমত আমাৰ ঘৰখন বেছ গৰম হৈ আছিল।

দাদা তাৰ পিছত গুৱাহাটীলৈ গ'ল। শিলপুখুৰী, উজানবজাৰ, নৱগ্ৰহ, চেনিকুঠী কেইবাঠাইতো ঘৰ ভাড়া লৈ থাকিল। দাদা মানুহজনৰো পৰিবৰ্তন হ'ল বহুত। আগৰ খঙাল মানুহজনৰ ঠাইত দাদা হৈ পৰিছিল এজন শান্ত, বুজন, ধীৰ-স্থিৰ, মৰমিয়াল অথচ দৃঢ় প্ৰকৃতিৰ মানুহ। কিবাকিবি ঘৰুৱা কথাত কেতিয়াবা আমি দাদালৈ বেয়াকৈ চিঠি লিখি দিছিলো। তাৰ পিছত কেতিয়াবা গুৱাহাটীলৈ যাবলগা হলে আমাৰ বৰ ভয় লাগিছিল। কিজানিবা দাদাই খং কৰে। পিছে গৈ পালে হৈছিল তাৰ ওলটাটো। দাদাই কেঁতিয়া আহিলা, কেনেকৈ আহিলা, ইত্যাদি খবৰ লৈ এনেদৰে কথা পাতিছিল যেন একো হোৱাই নাছিল। দাদাৰ এই গুণটো পিছতো দেখিছিলো। কিবা কথাত দাদাক বেয়া পোৱাই থোৱা মানুহজন দোষী দোষী ভাবেৰে দাদাৰ ওচৰলৈ আহিলে দাদাই এনেকৈ কথা পাতিব যেন আগতে একো হোৱাই নাছিল। ইতিমধ্যে দাদাই গুৱাহাটীত প্ৰতিষ্ঠা লাভ কৰি আছিছিল।

মই দাদাৰ লগত থাকি এম. এ. পঢ়িছিলো। আমাৰ ইউৰোপৰ ইতিহাস পঢ়ুওৱা সচিদানন্দ ভট্টাচাৰ্য্য নামৰ এজন প্ৰফেচাৰ আছিল। মানুহজন বয়সীয়া। বৰ ভাল প্ৰফেচাৰ। এদিন তেওঁ আমাক ক্লাছত আগলৈ কোন কি হব সেইটো এপিনৰ পৰা সুধি গৈছিল। মোৰ পাল পৰিলত মই কলো -"চিনেমা কৰিম।" তেতিয়া তেখেতে কলে, "চেহাৰাটা একটু ভাল কৰতে হবে।" বৰ লাজ পালো। তাৰ পিছত বুঢ়াই কি ভাবি জানো অলপ বৈ সুধিলে—"এখানে তুমি থাক কোথায়?" মই কলো, "বড় ভাইৰ সঙ্গে থাকি।" তেখেতে আকৌ সুধিলে—"কে তোমাৰ বড় ভাই?" মই কলো "হেম বৰুৱা।" বুঢ়াৰ মুখখন উজ্জ্বল হৈ উঠিল। তেখেতে কলে—"চিনেমা কৰতে লাগেনা। বড় ভাইয়েৰ মত কথা বলতে শিখ।" মনটো বেছ ভাল লাগিছিল। এম. এ. পঢ়ি থাকোতে কিন্তু কোনো দিন পঢ়াশুনা কিয় কৰা নাই এইমাৰ কথা দাদাই নুসুধিলে। দাদাই ভাবিছিল ডাঙৰ লৰা, নিজৰ দায়িত্ব নিজেই বুজিব। সৰু থাকোতে কিন্তু পঢ়াশুনাৰ কাৰণে যত্ন লৈছিল আৰু লিখামেলাৰ প্ৰতি আগ্ৰহ জন্মাবলৈ আমাৰ হতুৱাই "৫ জন নেতা" নামৰ এখন কিতাপ লিখোৱাইছিল। সেই সময়ত গোলাঘাটত এখন ছাত্ৰ সন্মিলন হৈছিল। খুব সম্ভৱ তালৈ মাভালাঙ্কৰ আহিছিল। দাদাইতো গৈছিল যোৰহাটৰ পৰা। মোক তালৈ দাদাই পঠিয়াই দিলে কিতাপ বেচিবলৈ। মই আগৰ কুচকাৱাজখিনি ঠিকেই কৰিলো। পায়জামা-পাঞ্জাবী পিন্ধি কান্ধত ওলোমাই লোৱা বেগত কিতাপ ভৰাই লৈ গলোগৈ। কিন্তু গোলাঘাটৰ মিটিঙত এখনো কিতাপ বেচিব নোৱাৰিলো। ছেলছমেনশ্বিপটো সকলোৰে আয়ত্ত নহয়। ঘূৰি আহিলত দাদাই কিমান কিতাপ বিক্ৰী হ'ল সুধিলে। মই কলো এখনো নহ'ল। দাদাই তেতিয়া কলে—"তোক মই দেখিছো নহয়, তই কিতাপ বেচিবলৈ যত্নই কৰা নাই।"

তাৰ পিছত বুজাই দিলে এইবোৰ কাম কৰিবলৈ লাজ পাবলগীয়া একো নাই। এইবোৰ সমাজৰ কাম। দাদাৰ পৰা সেই যে জ্ঞান পাইছিলো সেই কাৰণেই বোধকৰো এতিয়া নির্মাণ কৰি থকা "ৰজনীগন্ধা" কথাছবিৰ কাৰণে অংশ বেচি ফুৰিবলৈ অলপো লাজ পোৱা নাই।

গুৱাহাটীত এম· এ· পঢ়ি থাকোতেই ভাবিলো চেকেণ্ড পেপাৰ খনৰ (History of Political Thought) প্রশ্নবোৰৰ উত্তৰ টাইপ কৰি ন'ট হিচাপে বান্ধি পেলাম। টাইপৰাইটাৰত কাগজ আৰু কাৰবন সুমুৱাই এটা প্রশ্নৰ উত্তৰ এটাৰ এটা পেৰাগ্ৰাফ টাইপ কৰিলো। এনেতে কিবা এটা কথাত ভিতৰলৈ আহিব-লগীয়া হল। ইতিমধ্যে দাদা ফুৰি-চাকি আহি পালেহি। দাদা আহি পোৱা গম পায়েই মই মোৰ টাইপৰ কাগজ-পত্র সকলোবোৰ সামৰি থৈ দিলো। কাৰণ দাদাই আমাৰ লগত বন্ধুৰ লগত আলোচনা কৰা দি যেই কোনো কথা আলোচনা কৰিছিল যদিও ইংৰাজী শব্দ দাদাৰ আগত মুখত লবলৈকে ভয় লাগিছিল। অৱশ্যে ইতিমধ্যে সোমাই আহিয়েই মোৰ লিখাখিনি যে দাদাই চাই থৈছিল গমকে পোৱা নাছিলো। দুদিন পিছত নবৌয়ে মোক সুধিছিল—"তুমি টাইপৰাইটাৰত কিবা টাইপ কৰিছিলা নেকি? দাদাৰে কৈছে তোমাৰ প্রথম বাক্যটোৰেই ভুল।" জীৱনত দুখ সেইটোৰেই থাকি গল। দাদাৰ ভায়েক হৈও দাদাৰ নিচিনাকৈ কথা কবলৈ নিশিকিলো, দাদাৰ দৰে ইংৰাজী লিখিবলৈকো নিশিকিলো। গুৱাহাটীত থাকোতে পঢ়া বুলি যদিও দাদাই কোনোদিন কোৱা নাছিল তথাপি আলেঙে আলেঙে দাদাই সকলো খবৰ ৰাখিছিল। কাৰ চাইকেলৰ আগত উঠি গলো, কোনটো ৰাস্তাইদি বৰ বেছিকৈ যাবলৈ লৈছো ইত্যাদি খবৰ দাদাই ৰাখিছিল। দাদাহঁতৰ লগৰ দুই-একে দাদাক

কৈছিলো। সেইবোৰ কথা মই পিছতহে জানিছিলো। বিজ্ঞাণ্ট ওলোৱাৰ পিছত দাদাই কৈছিল—"তোৰ বিজ্ঞাণ্ট চাবলৈ গৈ মই তলৰপিনেহে চাই আছিলোগৈ। তলৰপিনে নাম নেদেখি ফেলেই কৰিছ বুলি ভাবিছিলো।" চেকেণ্ড ক্লাছত মোৰ নাম আহিব পাৰে বুলি ভাবিবই পৰা নাছিল। অৱশ্যে ভালকৈয়ে বুজিছিলো যে দাদাই সেইষাৰ কথা এনেয়েহে কৈছিল। কাৰণ আমি ভাই-ভনী কেইটাই দাদাই বেয়া পোৱা কাম অথবা দাদাৰ সন্মান হানি হোৱা কাম একো নকৰো বুলি দাদাৰ দৃঢ় বিশ্বাস আছিল।

তাৰ পিছত চাকৰি জীৱনত আমি ভাই-ককাই কেউটা ভাগ ভাগ হলো। মাজু দাদা গলগৈ বম্বেলৈ, চোনা থাকিল প্ৰথমে দেৰগাওঁ, গোলাঘাটত, তাৰ পিছত যোৰহাটত, মই আহিলো শিৱসাগৰলৈ, দাদা থাকিল গুৱাহাটীত,—তাৰ পিছত গলগৈ দিল্লীলৈ। বন্ধতহে যোৰহাটৰ ঘৰত আমি আকৌ গোট খাওঁ। দাদা বিশেষকৈ পূজাৰ বন্ধত যোৰহাটৰ ঘৰলৈ আহিবই। দাদা বন্ধত আহিলে আকৌ মানুহ আহিবলৈ আৰম্ভ কৰে। আমাৰ বৰ ভাল লাগে। বন্ধত আহিলে তৰাজানৰ পূজাৰ গোঁসানীঘৰ, শ্ৰীহেমন্ত বৰদলৈৰ কিতাপৰ দোকান, বাৰ লাইব্ৰেৰী আৰু মাষ্টৰ বাবুৰ দোকান এই কেইটুকুৰা ঠাইলৈ যাবই। মাষ্টৰ বাবুৰ নাম শ্ৰীৰাজেন বৰদলৈ। আমাক সৰুতে পঢ়ুৱাইছিল। সেই কাৰণে নাম হল মাষ্টৰ বাবু। বৰ আচৰিত মানুহ। বজাৰত থৈলা পাৰি কুপি চাকি জ্বলাই শাক-পাচলিৰ দোকান দি কলেজত পঢ়িলে। তাৰ পিছত কাপোৰৰ দোকান দিলে। থাকে দোকানত অথচ মহাজনৰ বুৰঞ্জীৰ কথা কয়, হিন্দী কব পাৰে, উৰ্দ্দু কব পাৰে, অসমীয়া সাহিত্যৰ আলোচনাত ভাগ লব পাৰে, সঙ্গীতৰ কথা জানে আৰু জানে জ্যোতিষ বিদ্যা। দাদাৰ এম· পি· জীৱনৰ

ভেতিয়া ভৰপক। তুপৰীয়া, ৰাতি খোৱাৰ পাতত বহি আমি বহুত দেৰিলৈকে কথা পাতো। দাদা ঘূৰি-পকি আহোতে আহোতে ৰাতি হয়। বোৱাৰী কেইজনী—কল্পনা আৰু অৰুণা বৈ থাকিবলগীয়া হয়। লগতে আমিও বৈ থাকো। আমি দাদাৰ পৰা দিল্লীৰ কথা, পালিয়ামেণ্টৰ কথা, অন্যান্য ঠাইৰ কথা শুনিবলৈ বিচাৰো। কিন্তু দাদাই আমাৰ পৰাহে কথা শুনিবলৈ বিচাৰে—বিশেষকৈ চোনাৰ পৰা। ইন্সিঅ'ৰেঞ্চৰ কামত ঘূৰি ফুৰোতে চোনাৰ বহুতো ধেমেলীয়া অভিজ্ঞতা হৈছে। সেই কথা-বোৰ শুনি দাদাই খুব ৰং পাইছিল। দেশৰ কথাবোৰ পাতোতে কেতিয়াবা চোনাৰ লগত দাদাৰ তৰ্কও হৈছিল। সাধাৰণভাৱে কথা পাতোতে আমি যিবোৰ যুক্তি-তৰ্কৰ অৱতাৰণা কৰো সেইবোৰ যুক্তি-তৰ্কৰ অৱতাৰণা কৰিয়েই চোনাই তৰ্ক লগাই দিছিল। দাদাই বিৰক্তি পাই কেৱল মাথোন কৈছিল—"বচোন কথাবোৰ তেনেকৈ নহয় নহয়।" চোনাৰমতে দাদাই বিশেষ একো কৰিব পৰা নাই। চোনাই কয়—"মোক যদি বিদেশলৈ বক্তৃতা দিবলৈ পঠিয়ায় মই প্ৰথম কম India is a land of thieves." এনেবোৰ কথা শুনি দাদাই বৰ স্ফূৰ্তি পাইছিল আৰু নিজেও বহুতো হাঁহি উঠা কথা কৈছিল। নিজৰ ক্ষেত্ৰত ঘটা কিছুমান হাঁহি উঠা কথাও দাদাই কৈছিল। নিজক লৈ হাঁহিব পৰাটো মানুহৰ ডাঙৰ গুণ। এবাৰ অসমীয়া মানুহৰ বিষয়ে কথা-বতৰা পাতি থাকোতে অসমীয়া জাতিৰ কথা-কাণ্ডবোৰ দেখি চোনা ইমান বিতুষ্ট হৈ পৰিছিল যে চোনাই ঘোষণা কৰি দিছিল—"I am not an Assamese." দাদাই হাঁহি হাঁহি কৈছিল— "হেৰ তামোল-তুমুল খাই হাড়ে-হিমজুয়ে গোটেইটো অসমীয়া—তই অসমীয়া নহয় বুলি কলেই হব নে ?" —দাদাই দিল্লীৰ কথা কৈছিল, নেহেৰুৰ কথা কৈছিল, অসমীয়া এম. পি. সকলৰ কথা কৈছিল, হীৰেন

মুখাৰ্জী, পিলু মোদি, নাথ পাই, কামাথ, মাসানী, গোৰে আদিৰ কথা কৈছিল। পিছত ইন্দিৰা গান্ধীৰ কথা কৈছিল, লোহিয়াৰ কথা কৈছিল; ৰাজ নাৰায়ণৰ কথা কৈছিল। আচাৰ্য্য কৃপলানিৰ লগত এবাৰ কেনেকৈ কথাৰ কটা-কটি হৈছিল সেই কথাও কৈছিল। গুৱাহাটীত Tea Market হোৱাৰ কথা লৈ হীৰেন মুখাৰ্জীৰ সৈতে কেনে ধৰণে তৰ্ক হৈছিল সেই কথাও কৈছিল। হেম বৰুৱাৰ ৰাজনৈতিক জীৱনৰ ক্ষেত্ৰত এটা প্ৰবন্ধতে যিখিনি পাৰি কেৱল সেইখিনিকে নিলিখি সেইটো বিষয়তে এখন কিতাপ যুগুত কৰাটো নিতান্ত প্ৰয়োজন। কাৰণ অসমৰ বুকুৰ ওপৰেদি আটাইকেইটা দুৰ্যোগপূৰ্ণ মুহূৰ্ত হেম বৰুৱা এম· পি· হৈ থকা সময়তে পাৰ হৈ গৈছিল। অসম দেশৰ সেই সঙ্কটপূৰ্ণ মুহূৰ্তত অসম মাতৃৰ মুখ উজ্জ্বল কৰি ৰাখিবলৈ হেম বৰুৱাই কি ভূমিকা গ্ৰহণ কৰিছিল তাৰ এটা ঐতিহাসিক মূল্য আছে। কিন্তু সংসদৰ মজিয়াৰ কথাবোৰ কওঁতে সদায় মন কৰিছিলো যে কিছুমান কথা দাদাই আমাক কোৱা নাছিল। কথাৰ আঁত ধৰি কথাটো উলিয়াবলৈ যত্ন কৰিছিলো যদিও দাদাই ফালৰি কাটি গৈ অইন কথা উলিয়াইছিল। বৈদেশিক পৰিক্ৰমা দপ্তৰৰ কমিটীৰ এজন সদস্য হিচাপে তেওঁ বহুত কথাই জানিছিল, নেহৰুৰ লগত বহুত কথাই আলোচনা কৰিছিল। কিন্তু কথাবোৰ কওঁতে চালি-জাৰিহে কৈছিল। আমাৰ বহুতে ডাঙৰ মানুহৰ লগত গা ঘহঁাই গৌৰৱ অনুভৱ কৰে; কিবা খবৰ আনিব পাৰিলেতো কথাই নাই। গৌৰৱেৰে সংসাৰখনত কৈ ফুৰে। তদুপৰি মানুহজনৰ যদি মৃত্যু হয় তেতিয়াতো আৰু কথাই নাই। এই ক্ষেত্ৰত দাদা আছিল ব্যতিক্ৰম। দাদাৰ এইটো গুণৰ দ্বাৰা মোহিত হৈছিলো। ভাৰতৰ, বিশ্বৰ, কিমান ডাঙৰ ডাঙৰ মানুহৰ সান্নিধ্যলৈ দাদা আহিল যাৰ কাৰণে দাদাই আনন্দ লাভ কৰিলে কিন্তু 'পাৰভাৰটেড'

আনন্দ কোনো দিন নললে। এই ক্ষেত্ৰত দাদা আছিল স্থিতপ্ৰজ্ঞ চৰিত্ৰৰ। পাৰ্লিয়ামেণ্টত কৰা আচৰণ সম্পৰ্কে লোহিয়া আৰু ৰাজ নাৰায়ণৰ ওপৰত দাদাৰ বৰ ভাল ধাৰণা নাছিল যেন লাগে। এবাৰ ৰাজ নাৰায়ণে দাদাক "কংগ্ৰেছৰ কুকুৰ" বুলি গালি পাৰিছিল, দাদাই ৰাজ নাৰায়ণক গাহৰি বুলি আক্ৰমণ কৰিছিল। বহুতো সদস্যই লোকসভাত খুব বেছি হুলস্থুল কৰি আছিল যদিও সেই সময়ত 'ইলাচট্ৰেটেড উইকলী'য়ে চিৰ জাগ্ৰত সদস্য হিচাপে তিনিজনৰ নামহে দিছিল—কামাথ, নাথ পাই, হেম বৰুৱা। দাদাই বেছি ভাগ বৈদেশিক নীতিৰ ওপৰতে কৈছিল। তেতিয়া কেতিয়াবা ভাবিছিলো যে দাদা অৰ্থনৈতিক বিষয়ত কেনেকুৱা! পিছত যেতিয়া দেখিলো মালব্যক তীব্ৰভাৱে আক্ৰমণ কৰি পদত্যাগ কৰিবলৈ বাধ্য কৰিছিল তেতিয়া বুজিছিলো অৰ্থনৈতিক বিষয়তো দাদা সমানে ভাল। মাৰ্ক্স, এঙ্গেলচৰ অধ্যয়নে সেই জ্ঞান দাদাক দিছিল। ৰাজনীতি কৰিবলৈ গলে অৰ্থনীতিৰ সুস্থ জ্ঞানৰ অতি প্ৰয়োজন। নহলে উপৰুৱা জ্ঞান লাভ কৰিলে বিহুৰ লগত মাৰ্ক্সৰ সাম্যবাদ ৰিজাবলগীয়া অৱস্থা হয়। কিন্তু সেই সময়ত আমাৰ সকলোৰে বৰ খং উঠিছিল—চোনা, মই, ভী, ভানু সকলোৱে কথা পাতো—বাহিৰৰ কাগজবোৰত দাদাৰ খবৰবোৰ ইমান সুন্দৰকৈ প্ৰকাশ কৰে অথচ আমাৰ অসমৰ কাগজবোৰত একোৱেই নোলায়।

নিজৰ বুদ্ধি-বৃত্তি অলপ বাঢ়ি অহাৰ লগে লগে দাদাৰ লিখা-মেলাবিলাক অলপ সমালোচকৰ দৃষ্টিৰে চাবলৈ শিকিলো। কাৰণ অসমীয়া সাহিত্য সংস্কৃতিৰ কথা চাবলৈ যাওঁতে হেম বৰুৱাৰ সৃষ্টিৰ কথা বাদ দিব নোৱাৰি। দাদাৰ বক্তৃতাতো, লিখনিতো দেখিছিলো পুনৰাবৃত্তি হয়। কিন্তু দাদাৰ লিখাৰ এটা কথাই মোক খুব আকৰ্ষণ কৰিছিল। সেইটো হৈছে লিখি গৈ

থাকোঁতে যপকৈ অলপ আঁতৰি অন্য এটা কথা অলপ কৈ থয়। যেনে কুশল কোঁৱৰৰ বিষয়ে লিখোতে কুশল কোঁৱৰৰ সাহসৰ কথা কবলৈ অলপ ফালৰি কাটি কুকুৰ আৰু মেকুৰীৰ সাহসৰ কথা লিখিলে। এনে ধৰণে লিখিলে লিখাটো পঢ়ি আমনি নালাগে আৰু এটা কথা পঢ়োঁতেই লগতে আৰু এটা কথা শিকিব পাৰি। দাদাৰ লিখাত উদ্ধৃতি বেছি বুলি সমালোচনা কৰা দেখিছো। কিন্তু প্ৰয়োজনীয় অংশত উদ্ধৃতি দিয়াত আপত্তিনো কি? লিখাৰ কথা লৈ দাদাই এবাৰ কৈছিল যে আধুনিক পদ্ধতিত বিবলিঅ'-গ্ৰাফী দিয়াৰ প্ৰয়োজন নাই; ইনটিগ্ৰেটেড কৰি লিখিব লাগে। বেলে-মটৰে অচিনাকি ভাবে বহি যাওঁতে দাদাৰ প্ৰশংসা শুনিলে যেনেকৈ ভাল লাগিছিল; একচকাৰচনলৈ যোৱা লগৰ শিক্ষক-সকল ঘূৰি আহি সেইপিনেও হেম বৰুৱাৰ কথা যে কিমান ভালকৈ কয় সেইবোৰ যেতিয়া কযহি তেতিয়া বৰ ভাল লাগে। আমি যিয়েই য'ত যি শুনো মাক গৈ কওঁগৈ। তেনেকৈ দাদাৰ বিষয়ে বেয়াকৈ কিবা লিখিলে বা বেযাকৈ কোনোবাই কলে বেয়া লাগিছিল। তেতিয়া সমালোচক মনটো হেৰাই গৈ ককাই, ভাই, ভনীৰ অনুভূতি আহি যায়। এবাৰ এখন সাহিত্য বুৰঞ্জীত পঢ়িলো হেম বৰুৱাই নিজৰ জ্ঞানব পৰিসৰ বৃদ্ধি কৰিবলৈ নৌপাওঁতেই জনপ্ৰিয়তা লাভ কৰিলে। তেওঁ লিখিবলৈ ললে। সেই কাৰণে তেওঁৰ লিখাত জ্ঞানৰ গভীৰতা নাই। কিন্তু অন্যান্য অসমীয়া সাহিত্যৰ বুৰঞ্জীবোৰতনো, যিবোৰৰ লিখকে ৰাজনীতি কৰিব নালাগে কেৱল 'সাহিত্যই কৰিব' লাগে, কি জ্ঞানৰ গভীৰতা আছে? কেৱল এটা যুগত লিখা সাহিত্যৰ তালিকা। পৰিস্থিতি পৰিবেশৰ বৈজ্ঞানিক ব্যাখ্যা (interpretation) বিশেষ একো নাই। সিদিনা এজন পুৰণি ছাত্ৰই সুধিলে, "শঙ্কৰদেৱৰ পিছৰ পৰা অৰুণোদয়ৰ সময়লৈকে আমাৰ ইয়াত সাহিত্য সৃষ্টি

নহ'ল কিয় ?" মই কলো—"অসমীয়াৰ অধ্যাপক, মুৰব্বী অধ্যাপকক সোধা।" কিন্তু ভাবি চালো—এনে ধৰণৰ বিশ্লেষণৰ আমাৰ অসমীয়া সাহিত্যৰ বুৰঞ্জীত অভাৱ নিশ্চয় হৈছে। নহলে এইটো প্ৰশ্ন কিয় উঠিব ! অৱশ্যে লগতে ভাবি ভাল লাগে দাদাৰ "এচেমিজ লিটাৰেচাৰ" খন বাহিৰত সকলোৱে উচ্চ প্ৰশংসা কৰিছে। বৈজ্ঞানিক বিশ্লেষণ আমাৰ কাৰোৰেই নাই। হেম বৰুৱাৰ সেইটো আছিল। আজিকালি ডঃ হীৰেন গোঁহাইৰ লিখাবোৰ পঢ়ি সেই কাৰণেই ভাল লাগে। বিশ্লেষণ আছে। অসমীয়া নাট্য সাহিত্যতো কিছু বিশ্লেষণ আছে। সামাজিক আৰু অৰ্থনৈতিক পটভূমিত সাহিত্য বিচাৰ কৰা পঢ়ি খুব ভাল লাগে। সেইটো দাদাৰ লিখাত পাইছিলো। কবিতা আমি বাকীবোৰে একো বুজি নাপাওঁ। আমাৰ পৰিয়ালত দাদাইহে কবিতা লিখিছিল। মাজুদাদাই গান লিখিছিল। অপ্ৰাসঙ্গিক হলেও কৈছো তাহানি-খনেই যেতিয়া আমাৰ ইয়াত মাৰ্ক্সীয় চিন্তাৰ নাম-গোন্ধেই নাছিল তেতিয়াই মাজুদাদাই মেঘৰ দ্বাৰা প্ৰিয়তমাৰ বাতৰি কঢ়িয়াই নিনিয়াই মেঘক সম্বোধন কৰি লিখিছিল :

"তোমাৰ ভক্ত আজি মাথো সৌ
শোষিত কিষাণ দল
দেশক যোগাব ক্ষুধাৰ আহাৰ
লাগে বৰষাৰ ঢল।"

দাদাৰ কবিতাবোৰৰ সমালোচনা হোৱা দেখিছিলো। কোনোৱে ভালকৈ সমালোচনা কৰিছিল ; কোনোৱে বেয়াকৈ। কবিতা বুজি নাপাওঁ কাৰণেই মনত একো প্ৰতিক্ৰিয়া হোৱা নাছিল। কিন্তু দেশ পত্ৰিকাত এবাৰ এটা খবৰ পঢ়ি বৰ ভাল লাগিছিল। দিল্লীত সৰ্বভাৰতীয় কবি সম্মিলন হৈছিল। ভাৰতৰ বিভিন্ন প্ৰান্তৰ কবিয়ে সেই সম্মিলনত যোগদান কৰিছিল।

অসমৰ পৰা দাদা আছিল। দেশত সেই সম্মিলনখনৰ পৰ্য্যালোচনা কৰি একেবাৰে শেষত লিখিছিল "সবচেয়ে সমুজ্জ্বল ছিল আসামী কবি হেম বড়ুইয়া।" দাদাৰ লিখাত উদ্ধৃতি বেছি বুলি সমালোচনা কৰা হৈছিল যদিও আজিকালি দেখিছো, বিদেশী সাহিত্যৰ যাৰ যিমান জ্ঞান, সেই অনুযায়ী কম বেচি পৰিমাণে সকলোৱেই উদ্ধৃতি দিয়ে দেখোন। সেই কাৰণেই বোধকৰো কা না সুব্ৰমনিয়মে লিখিছে—"Professors of literature, who when they can spare the time from politicking for jaunts abroad to teach literature and a love of it have only alien critical vocabularies. Words which defy definition even in the Western context are bandied about among us without any reference at all to the Indian context.........Our Universities teach you every literature of the world except the Indian one."

তাৰ পিছত দাদা প্ৰায়ে অহা-যোৱা কৰি থাকে—দিল্লীৰ পৰা যোৰহাট। নিৰ্বাচনৰ সময়ত ছচিয়েলিষ্ট পাৰ্টিৰ সদস্য জনক লৈ সমষ্টিবোৰ ঘুৰে। ছচিয়েলিষ্ট পাৰ্টিৰ প্ৰাৰ্থীজনৰ কাৰণে কাম কৰি দিবলৈ কয়। তেতিয়া দাদাৰ লগত প্ৰায়ে দেখিছিলো বিশ্ব গোস্বামী, মহেশ বৰুৱা, অনিল বৰুৱা, অৰুণ বৰুৱা আদিক। তেওঁলোকে আজিও আমাক নিজৰ ভাইৰ দৰেই মৰম কৰে। দাদাই আমাৰ ভবিষ্যত সম্পৰ্কে কি ভাবিছিল একো খবৰ পৰা নাছিলো। আমাক প্ৰায় মানুহে কৈছিল—"দাদাৰ থাকোতে ভাল চাকৰি-বাকৰি এটা নোলোৱা কিয়? দাদাৰে দেখোন একলম লিখিলেই হয়।" দাদাই কলৈকো আখৰ এটাকে নিলিখিলে। বৰঞ্চ দাদাই কোৱাহে শুনিছিলো—"মোৰ ভাই-ভনী কেইটা বৰ ভাল। কোনো কথাতে সিহঁতে

মোক আমনি নকৰে।"—হয়; আমি কোনো এটাই আনকি হেম বৰুৱাৰ ভাই-ভনী বুলি পৰিচয়েই নিদিছিলো। কিন্তু আমি নিজে নিজে যি চাকৰি কৰি আছো সেই চাকৰিতে পৰিশ্ৰম কৰি উন্নতিৰ পথত আগবাঢ়ি যাবলৈ দাদাই সদায় সঁকিয়াই আছিল। কামত অৱহেলা কৰা দেখিলে দাদাই অসন্তুষ্ট বেয়া পাইছিল। মই শিক্ষকতা কৰো—মোক সদায় কৈছিল, অধ্যয়ন কৰি মানসিক উন্নতি সাধন কৰিবলৈ। চোনাই ইনচিঅ'ৰেঞ্চত কাম কৰে—কেতিয়াবা এজেণ্ট আহি উলটি যাবলগীয়া হলে দাদাই চোনাক থং কৰে। আইভীয়ে গান গাইছিল—সেইটোকে তাইক আন্তৰিকতাৰে গ্ৰহণ কৰিবলৈ কৈছিল। ভানুক বাল্যভৰনৰ কামটোকে নিষ্ঠাৰে কৰি থাকিবলৈ উপদেশ দিছিল। সেইদৰে ভাল কাম কৰিলে তৎক্ষণাৎ দাদাৰ পৰা প্ৰশংসা পাইছিলো। প্ৰবন্ধ-পাতি লিখিলে, কিতাপ প্ৰকাশ পালে দাদাই তৎক্ষণাৎ তাৰ সমালোচনা পঠিয়াইছিল। মই পৰিচালনা কৰা "ৰশ্মিৰেখা" নামৰ কথাছবি খন চাই পৰিচালনা ভাল হৈছিল বুলি দাদাৰ পৰাই প্ৰথম চিঠি পাইছিলো। সেইদৰে দিল্লীৰ পৰা গুৱাহাটী হৈ যোৰহাটলৈ আহি অপ্ৰত্যাশিতভাৱে চোনাক কৈছিল—"এইবাৰ তোৰ বিজিনেচ ভাল হৈছে বুলি শুনিছো।" দাদাই হয়তো ভাবিছিল আন্তৰিক প্ৰচেষ্টা আৰু পৰিশ্ৰমৰ জৰিয়তে আমি কিবাকিবি কৰিবলৈ পাৰিম। আমি পিছে একো কৰিব নোৱাৰিলো।

সেইবাৰ দাদা নিৰ্বাচনত হাৰিল। নিৰ্বাচন হৈ যোৱাৰ পিছৰ পৰাই দাদাৰ এটা মানসিক অস্থিৰতা দেখা পাইছিলো। যোৰহাটৰ ঘৰত উদাস মনেৰে চকীত বহি থাকে যেন ভীষণ মনত কষ্ট পাইছে। পোৱাটো স্বাভাৱিক। কিয়নো অতি ঘনিষ্ঠ মানুহেই নিৰ্বাচনৰ সময়ত দাদাৰ বিৰুদ্ধে বহুত অপপ্ৰচাৰ কৰিলে। 'ঘুমন্তী' দোকানত বহি থাকোতে দাদাই শুনিলে—বিৰোধী দলৰ

এজন নেতাই নিৰ্বাচনী বক্তৃতা দিছে—"হেম বৰুৱা সেই ফাপৰে খোৱা বুঢ়া কুকুৰটোক ভোট দিলে কি হব !" মঙ্গলদৈত এবাৰ এজন ডেকা ল'ৰাই মুখৰ আগত আঙুলি জোকাৰি কলে—"আপুনি—আপুনি এইবাৰ হাৰিব লাগিব ।"—তদুপৰি আৰু বহুত অপপ্ৰচাৰ। সেইবোৰৰ কাৰণেহে দাদাই মনত বেছি কষ্ট পালে। দাদাই মাজে মাজে আমাক কয়—"এইবাৰ মই হাৰিম ।" আমি কওঁ—"হাৰিলে হাৰিব—পোন্ধৰ বছৰ সুখ্যাতিৰে লোকসভাৰ সদস্য হিচাপে কাম কৰি গ'ল। আৰু কি লাগিছে ।"—কিন্তু সেইটো কেনেকৈ হব ! যিজন মানুহৰ গোটেই জীৱনটোৱেই আছিল কৰ্মময়, যি গোটেই জীৱনটো জনতাৰ মাজতেই পাৰ কৰি দিছিল তেওঁ জনতাৰ পৰা আঁতৰি থাকি অলস জীৱন এটা কেনেকৈ কটাব !—আমাৰ মাই শিৱপূজা কৰিছিল। দাদাৰ নিৰ্বাচনত ভাল হবলৈ মায়ে শিৱপূজা এভাগ পাতিছিল। মাতৃস্নেহ কি বস্তু সেইদিনা বুজিছিলো। আৰু এদিন বুজিছিলো। এবাৰ তেজপুৰৰপৰা দাদাহঁত অহা জীপখনৰ বেয়াকৈ দুৰ্ঘটনা হৈছিল। ৰেডিঅ'ত খবৰটো শুনি মাক কৈছিলো আৰু কৈছিলো যে দাদাৰ একো হোৱা নাই। তাৰ পিছত দাদা আহি ঘৰ পোৱাত দেখি-ছিলো—মায়ে কথা কব পৰা নাছিল। কেৱল কান্দিছিল। দাদাকো দেখিছিলো—দেউতা ঢুকাবৰ দিনা ভৰিৰ পিনে বহি সৰু লৰাই কন্দা দি কান্দিছিল। দাদাৰ হৈ নিৰ্বাচনত ভাল হবলৈ পতা সেই পূজা ভাগত দাদাই দীঘল দি পৰি সেৱা কৰিছিল। বিশ্বাস যে কি বস্তু ভাবি আচৰিত লাগিছিল। মোৰ কিন্তু মনত বৰ দুখ লাগিছিল। দাদাৰ যেন সেইদিনাই মৃত্যু হৈছিল। সমাজৰ প্ৰয়োজনত ভগবান মানুহে সৃষ্টি কৰিছিল—এনে ধৰণৰ বিশ্লেষণাত্মক মন্তব্য দাদায়েই প্ৰবন্ধত লিখিছিল। অথচ সেইদিনা দাদাই ভগবানক প্ৰাৰ্থনা জনাইছিল। সম্পূৰ্ণ অসহায় অৱস্থাতেইতো

মানুহে ভগৱানৰ ওচৰত আত্ম সমৰ্পণ কৰে। দাদাৰ অসহায় ভাৱটো আৰম্ভ হৈ আহিছিল। সাহিত্য, ৰাজনীতি, সমাজনীতি —প্ৰতিখন দুৱাৰেই যেন এখন এখনকৈ বন্ধ হৈ আহিছিল।

গণনা চলি থকা অৱস্থাতেই দাদা নবৌ গুৱাহাটীলৈ গুচি আহিল। নিৰ্বাচনৰ খবৰ ওলাল। দাদা হাৰিল। তাৰ পিছত দাদা নবৌ গ'লগৈ, দিল্লীৰপৰা বস্তু-বাহানিবোৰ লৈ উলটি আহিব। পোন্ধৰ বছৰ এঠাইত থকাৰ পিছত সেই ঠাইখন এৰি আহিবৰ সময়ত দাদা নবৌৰ মনটো কেনে লাগিছিল সেইটো দূৰৈৰপৰাই আমি উপলব্ধি কৰিছিলো। কথা পাতিছিলো—"নবৌহঁত আজি কিজানি গুৱাহাটী পালেহি।" তাৰ পিছত বহুত আশা—দাদাই লিখিব, পঢ়িব ইত্যাদি। কিন্তু বিশেষ একো কৰিব নোৱাৰিলে। দুই-এটা প্ৰবন্ধ "আসাম ট্ৰিবিউন", "হিন্দুস্থান ষ্টেণ্ডাৰ্ড", "অমৃত বাজাৰত" প্ৰকাশ পালে। —সাহিত্য সভাৰ সভাপতি হিচাপে সাহিত্যৰ বুৰঞ্জী নিলিখি সংক্ষিপ্তভাৱে প্ৰয়োজনীয় কথাখিনি লিখি সাহিত্য সভাৰ সভাপতিৰ অভিভাষণৰ ক্ষেত্ৰত এটা নতুন ইঙ্গিত দিলে। সিমানেই। আব্দুল মালিকেও তেখেতৰ মিঠা ভাষাৰে তেনে এখন অভিভাষণেই লিখিছিল। বহুতে তাত ৰাজনীতিৰ গোন্ধ পাইছিল। অৱশ্যে ইন্দিৰা গান্ধীৰ কথা তেতিয়া আমাৰ মনত বৰ বেচিকৈ সোমাই আছিল কাৰণেই বোধকৰো তেনে লাগিছিল। নহলে সাহিত্য সম্পৰ্কে মালিকে প্ৰয়োজনীয় কথাই কৈছিল। দাদাই অভিভাষণখন কিন্তু পঢ়িব পৰা নাছিল। তেতিয়াৰপৰাই দাদাৰ শাৰীৰিক অৱস্থা ক্ৰমাৎ বেয়াৰ পিনে ঢাল লৈছিল। কথা কব নোৱাৰা হল, উঠি ফুৰিব নোৱাৰা হল, পাৰিপাৰ্শ্বিকতাৰ প্ৰতি হ'ল নিৰ্লিপ্ত। মাজে মাজে আমি বন্ধত যাওঁ। আগপিনৰ চকীখনত বহি থাকে, নৰেন, হৰেনে টানি-টুনি লৈ ফুৰায়। আমি গলে বৰ ভাল পায়। ধেমেলীয়া

কথাবোৰ কব লাগে যোৰহাটত কোৱাদি। শ্ৰীপ্ৰফুল্ল লেখাৰু আছে, ঘৰৰ আগৰ জোনাব চাহাব (শ্ৰীহজৰত আলি) আছে—আমি বহি কথা পাতো। দাদাই শুনি থাকে। মাজতে কেতিয়াবা হ-হকৈ হাঁহি দিয়ে। অস্পষ্টতাৰ কাৰণে হাঁহিটো চিঞৰ হৈ ওলায়। আমাৰ চকুপানী ওলাই আহে—যিজন মানুহে মুখখনৰ বলতেই গোটেই পৃথিবী ঘূৰিলে সেইজন মানুহেই আজি মুখেৰে কথা কব নোৱাৰি উত্তৰ শৰণীয়াৰ ঘৰৰ এটা চুকত চকী এখনত বহি আছে। সৎ পথত থাকিলে, সৎ চিন্তা কৰিলে ভগবানে বোলে চকু মেলি চায়। কিন্তু দাদাই কি ইমান বেয়া কাম কৰিছিল যাৰ কাৰণে তিল্-তিল্কৈ মৃত্যুৰ ক্ষণ গণি অলস হৈ বিছনাত পৰি থাকিবলগীয়া হ'ল!—যি গৰাকী নবৌয়ে দাদাক শুশ্ৰূষা কৰিছিল সেই গৰাকী নবৌও কিয় খোজকাঢ়িব নোৱাৰা হৈ বিছনাত পৰি থাকিবলগীয়া হ'ল! ঘৰটোৰ এটা কোঠাত এপিনৰ এখন বিছনাত দাদা, এপিনৰ এখন বিছনাত নবৌ। ঘৰৰ মুৰব্বী নৰেন, হৰেন। ঘৰ এটা সাজি যদি থাকিবই নোৱাৰি তেন্তে ঘৰ সজাত তৃপ্তি ক'ত! লাহে লাহে গৈ দাদা এডাল কাঠ চলিৰ দৰে হ'ল। "সবচেয়ে সমুজ্জ্বল আসামী কবি হেম বড়ুইয়াৰ" হাত জঠৰ, দৃষ্টি ক্ষীণ, কণ্ঠ ৰুদ্ধ। অন্তৰৰ ভাষা হয়তো আছিল। কেতিয়াবা কেতিয়াবা অন্তৰৰ সেই ভাষা চকুপানী হৈ ওলাইছিল। চকীখনত বহি থাকোতে দেখিছিলো কেতিয়াবা দাদাৰ চকু দুটাইদি পানী বাগৰি পৰিছিল। আমি সদায় ভাবিছিলো ভগবান অন্ধ হ'ল কিয়? কেতিয়াবা দুৰ্বল মুহূৰ্তত ভাবিছিলো কোনোবাই কিবা কৰিলেনেকি? কোনেনো কি কৰিব! দাদাকতো সকলোৱে ভাল পাইছিল। দাদাৰ শেষৰ জীৱনটো দেখি উপলব্ধি কৰিছিলো নিঃসঙ্গতা কি বস্তু। যিজন দাদাৰ কাষত প্ৰতি মুহূৰ্তত কমেও দহজন মানুহ আছিল সেইজন দাদাৰ কাষত আজি কোনো

নাই। যোগেশ দাস থাকে দূৰৈত, ঘনাই আহিব নোৱাৰে। কিন্তু আচৰিত লাগে নন্দ তালুকদাৰক দেখি। তেজ-মঙহৰ সম্বন্ধ নাথাকিলেও যে মানুহে মানুহক নিজৰ আপোনজনক ভাল পোৱাদি ভাল পাব পাব পাৰে সেই কথা দেখিলে আচৰিত লাগে। নন্দ তালুকদাৰে দাদাক অসম্ভৱ ভাল পাইছিল। আৰু এজন মানুহ দেখিছিলো। সেইজন হ'ল শ্ৰীকে-কে চৌধুৰী। বন্ধুয়ে যে বন্ধুক এনেকৈ ভাল পাব পাৰে ভাবিলে আচৰিত লাগে। আৰু আমি ৰেলওৱে কৰ্মচাৰী শ্ৰীমুনীন মহন্তকো জানো কেতিয়াবা পাহৰিব পাৰিম!

ইতিমধ্যে আমাৰ মা ঢুকাল। মাক চাবলৈ দাদা আহিব পৰা অৱস্থাত নাছিল। মাক লৈ গৈও গুৱাহাটীত ডাঙৰ পুতেকক দেখুৱাই আনিব পৰা অৱস্থা নাছিল। কাৰণ মাৰো অসুখ আছিল। কিন্তু দুয়োজনে দুয়োজনক চাবলৈ বৰ ইচ্ছা কৰিছিল। মাৰ মৃত্যুৰ পিছত গুৱাহাটীলৈ 'এবাৰ গৈছিলো। সেইবাৰ দাদাৰ আকৌ এটা নতুন কথা দেখিলো। মানুহজন ভীষণ ভয়াতুৰ হৈ পৰিল। সৰু ল'ৰাৰ নিচিনা ভয়। ভূত আহিছে বুলি ভয় খুৱালে কুচি মুচি গৈ বিছনাত উঠি সৰু ল'ৰাৰ দৰে শুই থাকেগৈ। ইমান সাহসী মানুহজন—যাৰ লোকসভাৰ উত্তপ্ত বক্তৃতা কিছুমান মানুহৰ মুখে মুখে সেই মানুহজন ইমান ভয়াতুৰ হৈ গ'ল কিয়!—এবাৰ যোৰহাটৰ বাছ ষ্টেণ্ডত এজন সাধাৰণ কেলে-গুৱাৰ বেচি ফুৰা মানুহ পাইছিলো। তেওঁৰ লগত কথা-পাতি বাছ নোযোৱালৈকে সময়কণ কটাবলগীয়া হৈছিল। তেওঁ কথা প্ৰসঙ্গত হেম বৰুৱাৰ কথা উলিয়াই লৈ দাদাৰ লোকসভাৰ বক্তৃতা মুখস্থ মাতিছিল। 'ৰশ্মিৰেখা'ৰ দৃশ্য গ্ৰহণৰ কাৰণে ব্ৰহ্ম সীমান্তৰ জয়পুৰত কেইদিনমান আছিলো। গোটেই দিনটোৰ দৃশ্য গ্ৰহণৰ পিছত মিলিটেৰী কেম্প এটাত গধূলি মিলিটেৰী বিষয়াসকলৰ

জগত বহিছিলো ।······কথাই কথাই হেম বৰুৱাৰ ভায়েক বুলি জানি দাদাৰ পাৰ্লিয়ামেণ্টৰ বক্তৃতা তেওঁলোকৰ দুই এজনে মুখস্থ মাতিছিল। 'ৰজনীগন্ধাৰ' কামত কলিকতালৈ এবাৰ যাওঁতে লেবৰেটৰীত দাদাৰ কথা ওলাইছিল। তাতে ভোলা বৰুৱা কলেজত পঢ়ি যোৱা শ্ৰীঘোষকো পাইছিলো। শিল্প জগতৰ অন্যান্য মানুহো পাইছিলো। তেওঁলোকে কৈছিল—"আপোনাৰ দাদাক বঙ্গদেশত খুব ভাল পায়। কিবা সমস্যা হলে আমাৰ ইয়াত সকলোৰে আগ্ৰহেৰে বাট চাই থাকে—হেম বৰুৱাই কি কৈছে।" সেই হেম বৰুৱা যাৰ সাহসী আৰু ওজস্বী বক্তৃতাই মানুহৰ মনত তেনে ভাবে সাঁচ বহুৱাইছিল সেই হেম বৰুৱা শেষলৈ ভীষণ ভয়াতুৰ হৈ পৰিছিল কিয়! নাৰ্ভৰ অসুখৰ পৰাই যদি তেনে হৈছিল দিল্লীলৈ গৈ দুবাৰকৈ দেখোন অস্ত্ৰোপচাৰ কৰাইছিল। তথাপি ভাল নহল কিয়। কিন্তু আচৰিত লাগিছিল প্ৰায় মৃত অৱস্থাত পৰি থকা দাদাই গৈ পালতেই অস্পষ্ট ভাষাত কিবা এটা সুধি আছিল। একো বুজা নাছিলো। নবৌয়ে ভালকৈ শুনি কলে, "সুধিছে মা মৰাৰ পিছত ঘৰখন ভালমতেই চলি আছে নে?" দুদিনমান থাকি আহিবলৈ ওলাইছিলো। আহিবৰ দিনা দাদাক মাত লগাওঁতে হাতখনত খামোচ মাৰি দাদাই ধৰি আছিল। এৰিও নিদিয়ে, একো কবও নোৱাৰে। হয়তো মনটোৰে কব খুজিছিল "চিকু, এইয়াই হয়তো শেষ দেখা। আৰু দেখা নাপাম। সকলোবোৰ মিলি জুলি ভালমতে থাকিবা।" —সেই চাৰনিটো কি যে বেদনাদায়ক। নেদেখিলে বৰ্ণনা কৰিব নোৱাৰি। দাদাৰ শেষৰ অৱস্থাটো বৰ অন্তৰস্পৰ্শী হিচাপে বৰ্ণনা কৰিছিল চাৰু মহন্তই "গুৱাহাটীৰ ডায়েৰীত" আৰু মালিক চাহাবে "এখন ছবিৰ কথাত"।

১৯৭৭ চনৰ ৯ এপ্ৰিলত দাদাৰ মৃত্যু হল। আমি সকলো-

বোৰ নৈশ বাছত গুৱাহাটীলৈ গলো। ৰেডিঅ'ত শুনিছিলো কোন কোন পথেদি দাদাৰ মৃতদেহ ট্ৰাকত তুলি শ্মশানলৈ লৈ যোৱা হ'ব। গৈ পাই অভিজ্ঞতা হ'ল শোভাযাত্ৰাটো নোহোৱা হ'লেই ভাল আছিল। আগত ট্ৰাকখন, পিছত এমুঠি মানুহ। শ্মশানত অৰণ্যে মানুহ হৈছিল। সতীৰ্থ জনতা দলৰ সকলোৰে বিপুল জয়লাভৰ কথা দাদাই মৃত্যুৰ আগ মুহূৰ্তত জানিব পাৰি-ছিল হয়তো। ক্ষীণ স্বৰেৰে নবৌক বোলে কৈছিল, "এইবাৰ নিৰ্বাচনত নামিম।" কিন্তু নিৰ্বাচনত নমাৰ আগতে চিতাৰ জুইয়ে দাদাৰ দেহা পুৰি ছাই কৰি পেলাইছিল। --কাগজে-পত্ৰই মৃত্যুৰ বাতৰি প্ৰকাশ পাইছিল। আমাৰ সেই একে অভিজ্ঞতাই হৈছিল—আমাৰ কাগজবোৰতকৈ বাহিৰৰ কাগজবোৰত বেছি ভালকৈ বাতৰি ওলাইছিল। ৰেডিঅ'ই বিশেষ একো কৰা নাছিল। ৰেডিঅ'ত যি কণ হৈছিল সেই কণো নেকিব নথকা হলে হ'লহেঁতেন নে নাই—সন্দেহ মোৰ থাকি গ'ল। "আপোনাৰ দাদাক বঙ্গদেশত খুব ভাল পায়"--সঁচা কথা—দাদাঁৰ বিষয়ে অল ইণ্ডিয়া ৰেডিঅ'ৰ কলিকতা কেন্দ্ৰই আঞ্চলিক বাতৰিত যেনে ধৰণে প্ৰচাৰ কৰিলে ভাবিলে আচৰিত লাগে। মৃত্যুৰ পিছত দাদাৰ বিষয়ে বহুত নতুন খবৰ লিখিলে বীৰেন ভট্টই, মুনীন বৰকটকীয়ে, আৰু লিখিলে ত্ৰৈলোক্য শৰ্মাই, পৰ শৰ্মাই। মৃত্যুৰ আগে আগে কবিতা দত্তই "মোৰ দেশ"ৰ হেম বৰুৱা সংখ্যা এটা উলিয়াই আমাক কৃতজ্ঞ কৰিলে।

শ্ৰাদ্ধ শেষ কৰি আমি গুছি আহিলো। আমাৰ পৰিয়ালৰ সকলোৰে মনত এটাই দুখ—দাদা ইমান কম বয়সতে মৰিল কিয়? —মৃত্যুটো স্বাভাৱিক কথা। কিন্তু দাদা ইমান কষ্ট খাই মৰিল কিয়!.........সিদিনা ২৭ অক্টোবৰ তাৰিখে দাদাৰ এজন অতি প্ৰিয় বন্ধু চন্দ্ৰ ফুকনৰ স্মৃতি দিৱসত সভাপতিত্ব কৰিছিলো।

নাট্য সন্মিলনৰ নগাওঁ শাখাৰ উপসভাপতি শ্ৰীজিতেন শৰ্মাই চিনাকি কৰি দিছিল হেম বৰুৱাৰ ভায়েক বুলি। তাৰ দুদিন পিছত অসম নাট্য সন্মিলনৰ চতুৰ্দশ বাৰ্ষিক অধিবেশনত স্মৃতি গ্ৰন্থখন উদ্বোধন কৰিছিলো। অভ্যৰ্থনা সমিতিৰ সম্পাদক জিতেন শৰ্মাই চিনাকি কৰি দিছিল হেম বৰুৱাৰ ভায়েক বুলি। মোক পিছত কৈছিল, "আপুনি বেয়া নাপাব। হেম বৰুৱাৰ ভায়েক বুলি চিনাকি কৰি দিমেই। কাৰণ আপুনিতো চোৰৰ ভায়েক নহয়।" ভাবিছিলো—সঁচাই আমি সেইজন হেম বৰুৱাৰ ভাই-ভনী যিজন হেম বৰুৱাই অসমক ভাল পাইছিল, যিজন হেম বৰুৱাই অসমৰ মানুহক ভাল পাইছিল, ইংৰাজী সাহিত্যৰ এজন কৃতী ছাত্ৰ হৈও অসমীয়া ভাষাক ভাল পাইছিল, অসমীয়া ভাষাক প্ৰকৃত মৰ্য্যদা প্ৰদান কৰিবলৈ উঠি-পৰি লাগিছিল, যিজন হেম বৰুৱাই নিজৰ প্ৰতিভাৰ বলেৰে সমগ্ৰ ভাৰতৰ মানচিত্ৰত অসমক এখন স্থান দিছিল, যিজন হেম বৰুৱাই ভাৰতক বিশ্বত প্ৰতিনিধিত্ব কৰিছিল, যিজন হেম বৰুৱাই বিশ্বৰ বিভিন্ন ঠাইত ইংৰাজীত বক্তৃতা দি ভূয়সী প্ৰশংসা লাভ কৰিছিল, যিজন হেম বৰুৱাই সাহিত্য সংস্কৃতিৰ ক্ষেত্ৰত অসমক এটা নতুন পথৰ ইঙ্গিত দিছিল, যিজন হেম বৰুৱাই দেশৰ কাৰণে জীৱন উছৰ্গা কৰি শেষত নিঃসঙ্গতাক সাৰটি লৈ মৃত্যুবৰণ কৰিবলগীয়া হৈছিল। সভা-সমিতি শেষ কৰি এটা ফৰকাল ৰতৰত নগাঁৱৰ পৰা উলটি আহিছিলো। আহোতে বাটত আমি পঢ়ি থকা অৱস্থাতে শুনা গান এটালৈ বৰকৈ মনত পৰিছিল—

"আকাশৰ নিজা ৰঙ নাই
সূৰুযৰ নীলা লৈ নিজকে সজাই..........."

গানটো কাৰ ৰচনা পাহৰিলো।

[যোগেশ দাসৰ নিৰ্দেশ মতে কথাখিনি লিখিলো। "স্মৃতি

“গ্ৰন্থখন”ৰ কেইখিলামান পাত আৰৰি লৈ দাদাক আজি সুঁৱৰিছো। সোঁৱৰণিৰ সময়ত দাদাক আজি দূৰৈৰ পৰা চিঞৰি চিঞৰি কৈছোঁ —‘দাদা, আপুনি অসমৰ কাৰণে, ভাৰতৰ কাৰণে বহুতখিনি কৰিলে। আপুনি যিখিনি কৰিলে সেইখিনি আপোনাতেই শেষ হৈ গ’ল। আমি আপোনাৰ ভাই-ভনী হৈ একো কৰিব নোৱাৰিলো। তাৰ কাৰণে আপুনি যেন আমাক—মইনা, ভী, ভানু, চোনা, চিকুক—ক্ষমা কৰে।’]

# জনতাদৰদী হেম বৰুৱা

শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

আভিধানিক হেম বৰুৱাকে প্ৰমুখ্য কৰি কেবাজনো হেম বৰুৱাক অসমীয়া সাহিত্যই লগ পাইছে। সেইসকলৰ মাজত দুজন হেম বৰুৱাৰ ভালেখিনি সাদৃশ্য আমাৰ চকুত পৰে।

এজন ত্যাগবীৰ হেম বৰুৱা, আনজন এম-পি হেম বৰুৱা বা অধ্যক্ষ হেম বৰুৱা। এই দুইটি হেমেই আছিল সাহিত্যিক, সাংবাদিক, ৰাজনীতিক, ত্যাগী, অধ্যয়নশীল আৰু জনসেৱক। অৱশ্যে দুইজনৰ মাজত বৈসাদৃশ্যও নথকা নহয়। ত্যাগবীৰ নিৰহনিপানী কংগ্ৰেছী—কংগ্ৰেছৰ সেৱাকে জনসেৱা বুলি লৈ তেওঁ কেৰলীয়া বীৰ হৈ লাওলোটা লোৱা দিগম্বৰ হৈছিল। তেওঁৰ সাহিত্য চৰ্চাও আছিল ঘাইকৈ ৰাজনৈতিক সাহিত্যতে আবদ্ধ। মহাত্মা গান্ধীৰ দৰে ত্যাগবীৰো ৰাজনীতিৰ ক্ষমতা-চক্ৰৰ পৰা সাতটাটীৰ বাহিৰত আছিল। ইজন হেম বৰুৱাই কিন্তু কেৰলীয়া বীৰ হৈ দেৱলীয়া হোৱা নাছিল কিন্তু সেই বুলি তেওঁ যে গাত ত্যাগ-ভস্মৰ পাওডাৰ ঘঁহা নাছিল, তেনেও নহয়। তেওঁ দিগম্বৰ নাছিল, পয়গম্বৰ নাছিল। লৰা-তিৰোতা লৈ গৃহস্থী পালন কৰি, জাতি-জাতিৰ মাজত ওখপাখ মানুহজন আৰু বেছি ওখ হৈ জিলিকি আছিল। তেওঁৰ বিদুষী সহধৰ্মিনী শ্ৰীমতী অণু বৰুৱাই সহধৰ্ম পালন কৰি হাতত ৰথৰ বাঘজৰী তুলি লৈ স্বামীক সম্পদে-দুৰ্যোগে, ৰ'দে-বৰষুণে সকলো সময়তে কৰ্মক্ষেত্ৰত আগ-

বঢ়াই লৈ গৈছিল। হেম বৰুৱাৰ সাহিত্যয়ো ৰাজনীতিৰ স্তেটা ভাঙি কবিতা, ভ্ৰমণ কাহিনী আদি আন আন দিশলৈকো চাপলি মেলিছিল। সংসদী মজিয়াত সোমাই লৈ তেওঁ ভিতৰৰ পৰা বিপক্ষ দলক যুক্তি-তৰ্ক বানেৰে শালি থকাসৰকা কৰিছিল। মুঠতে এজন আছিল সংসদী মজিয়াৰ ভিতৰৰ হেম, আনজন বাহিৰৰ হেম।

মই ৰাজনীতিৰ বাহিৰত থকা মানুহ। ৰাজনীতি বা কূট শকুনি-নীতিৰ তলা-নলা নেপাওঁ। সেই কাৰণে দিনৰ পৰ্বত, ৰাতিৰ জুই, তাক নেখেদি থাকিবা শুই—এই নীতি অনুসৰণ কৰি আলেঙে আলেঙে ৰাজনীতিৰ লীলা-খেলাবোৰ চাই আছোঁ। ত্যাগবীৰ নহয়, ইজন হেম বৰুৱাহে মোৰ এই আলচৰ নায়ক। মই লক্ষ্য কৰিছিলো, হেম বৰুৱা প্ৰথমতে কংগ্ৰেছী আৰু মহাত্মা গান্ধীৰ শৰণাপন্ন আছিল যদিও তেওঁ নিজৰ বিবেকৰ বিৰুদ্ধাচৰণ কৰি, অসম আৰু অসমীয়াৰ স্বাৰ্থ বলি দি, অঁাকোৰগোজ মনোভাবেৰে কংগ্ৰেছৰ কথা বেদবাক্য বুলি শাসকৰ দলৰ গজাল খুটি হৈ থকা নাছিল। লাচিতে ভাবিছিল, দেশতকৈ মোমাই ডাঙৰ নহয়। হেম বৰুৱাই ভাবিছিল, দেশতকৈ দল ডাঙৰ নহয়। হেম বৰুৱা প্ৰথমে আছিল কংগ্ৰেছী, পিছত হৈছিল প্ৰজা-ছচিয়েলিষ্ট। যি দলতে নেথাকক তেওঁ আজিৰ বহুতৰ দৰে লুটিবাগৰ মৰা ৰাজনীতিবিদ হৈ সুবিধাবাদী লেতেৰা ৰাজনীতিত লেটি লোৱা নাছিল। যি দলতেই নেথাকক, যি ৰাজনৈতিক মতবাদৰে পোষকতা নকৰক, অসম আৰু অসমীয়াৰ স্বাৰ্থৰ কথা তেওঁ সদায় আগত ৰাখিছিল। সেই কাৰণে এইজন হেম বৰুৱাক মই সদায় শ্ৰদ্ধাৰ চকুৰে চাই আহিছোঁ।

স্বৰ্ণ প্ৰসবিনী আমাৰ জনমভূমি সোণৰ অসম দেশ। এই সোণ ধাতুৰ সোণ নহয়, পনীয়া সোণহে। এই পনীয়া সোণেৰে

অসমৰ ভূগৰ্ভ চপচপীয়া হৈ আছে। মধ্যপ্ৰাচ্যৰ তেল ৰাষ্ট্ৰবোৰৰ দৰে আমাৰ অসম দেশ বিশেষভাবে চহকী। কিন্তু হলে হব কি ? দাঁতাই দিলেও বিধাতাই নিদিয়ে। ওপৰত বহি আছে মেকুৰীক পিঠা ভগাই দিয়া মলুৱা বান্দৰ। সেই কাৰণে নামত অসম তেলীয়াসাৰেং হলেও কামত ফেচু বজা হ'ল—এটোপা তেল নথকা বাৰাউনি আৰু হালদিয়া। কেন্দ্ৰৰ কংগ্ৰেছী প্ৰভুসকলৰ লগত যুঁজবাগৰ দিবলগীয়া হৈছিল নিজ প্ৰাপ্য আদায় কৰিবৰ বাবে অসমৰ ডেকা-গাভৰুসকলে। এই তেল আন্দোলনৰ অন্যতম নেতা আছিল হেম বৰুৱা। সত্যাগ্ৰহ কৰি তেওঁলোকে জেল নিৰ্য্যাতন ভোগ কৰিবলগীয়া হৈছিল। এই সংক্ৰান্তত হেম বৰুৱায়ো জেলৰ বগা ভাত খাবলগীয়া হৈছিল। জেলদাতাৰ ভূমিকাত নামিছিল অসমৰ নিজা ৰাজ্য চৰ্কাৰ। অৱশ্যে এই কথাও ঠিক যে মন্ত্ৰীৰ ইচ্ছাতহে যন্ত্ৰ ঘূৰিছিল। যন্ত্ৰী আছিল সুদূৰ দিল্লীত ভাৰতৰ ভাগ্যবিধাতা হৈ। সম্প্ৰতি অসমে এটা এখামুচীয়া আৰু এটা তাতকৈ অলপ ডাঙৰ শোধনাগাৰ লাভ কৰিছে যদিও শোধন মন্ত্ৰ মাতি লাভবান হৈছে অসমৰ বাহিৰৰ মানুহহে। সোনাৰ মুখত পৰা মাখিৰ দৰে এই দুটাকে নাই মোমাইতকৈ কণা মোমায়েই ভাল বুলি লবলগীয়া হৈছে। কি পুতৌ !

হেম বৰুৱা যে অকল শোধনাগাৰতহে লাগিছিল তেনে নহয়। যোৰহাট জগন্নাথ বৰুৱা কলেজ, গুৱাহাটী ভোলা বৰুৱা কলেজ আৰু গুৱাহাটী বিশ্ববিদ্যালয় প্ৰতিষ্ঠাতো তেওঁ কম-বেছি উল্লেখযোগ্য বৰঙণি আগবঢ়াই থৈ গৈছে। জীৱনৰ শেষ ছোৱাত তেওঁ লোকসভাৰ এগৰাকী আগশাৰীৰ বক্তা হিচাপে বাহিৰেভিতৰে প্ৰশংসা অৰ্জাৰ উপৰিও দক্ষতাৰে অসম আৰু অসমীয়াৰ প্ৰতিনিধিত্ব কৰিছিল। তেওঁ পণ্ডিত জৱাহৰলালৰো চকুত পৰিছিল।

দুইজনৰ মাজত বন্ধুত্বও হৈছিল। ইচ্ছা কৰা হলে সেই সুযোগ গ্ৰহণ কৰি তেওঁ ডলাৰ বগৰী হৈ পণ্ডিতজীৰ পৰা লোভনীয় ৰাজপদ বটাও সৰকাৰ পাৰিলেহেঁতেন। কিন্তু হেম বৰুৱা আছিল বেলেগ ধাতুৰ মানুহ। তেওঁ ধাৰ কৰা বেলিৰ পোহৰত জোন হৈ জিলিকিব কিয় ?

দেৱ বৰুৱাৰ দৰে হেম বৰুৱাও আছিল কিতাপৰ পোক। সেই বুলি কিতাপে তেওঁক ঘৰৰ চাৰিবেৰৰ মাজতে বান্ধি ৰাখিব পৰা নাছিল। যি কোনো দেশৰক্ষামূলক জাতীয় আন্দোলনৰ মাজত যুবক দলৰ লগত তেওঁ সোমাই পৰিছিল। চলিহা চৰ্কাৰৰ আমোলৰ কুখ্যাত ৰঞ্জিত বধ পৰ্বত হেম বৰুৱা আছিল ছাত্ৰৰ মাজত—নিপীড়িত জনগণৰ মাজত। আন আন পলায়নবাদী নেতাৰ লগত এইখিনিতে তেওঁৰ পাৰ্থক্য।

হেম বৰুৱাই সৰু-বৰ নানা বিধৰ পুথি ৰচনা কৰিছিল। সেইবোৰে সু-সাহিত্যিক হিচাপেও তেওঁক সুনাম আৰ্জি দিছিল। পাশ্চাত্য সাহিত্যৰ আধুনিক ধাৰাৰ লগত তেওঁ আছিল বিশেষ-ভাৱে সম্পৰ্কিত। তেওঁ নিজাকৈ 'পছোৱা' নামৰ আলোচনী এখনৰ কেইসংখ্যামান সম্পাদনা কৰি উলিয়াইছিল। তেওঁ 'আৱাহন' আৰু 'ৰামধেনু'ৰ পাতত বুজন বৰঙণি আগবঢ়াইছিল। মই তেওঁৰ সাহিত্যৰ বা ৰাজনীতিৰ মূল্যাঙ্কন কৰিবলৈ এই আলচ লিখা নাই। এই সম্পৰ্কে কওঁতাই যথাস্থানত বিবৰি কব। মুঠতে ইমানকে কওঁ যে হেম বৰুৱাৰ লিখা কথাবোৰ পাণ্ডিত্যগন্ধী হলেও সৰল সহজ প্ৰকাশভঙ্গীৰ বাবে পঢ়ি ভাল লাগে। তেওঁৰ ভ্ৰমণ কাহিনীমূলক কিতাপ কেইখন পঢ়ি মই উপন্যাস পঢ়াৰ দৰে সোৱাদ পাইছিলো। হেম বৰুৱা আধুনিক কবিতাৰ অন্যতম জনক। এইবিধ প্ৰতীকবাদী কবিতা পঢ়ি মই ৰস নেপাওঁ আৰু সঁচা কথা কবলৈ হলে বুজিও নেপাওঁ। মোৰ

দৰে জনতাৰ শতকৰা নব্বৈজনে এই কবিতাৰ ৰস আস্বাদন কৰিব নোৱাৰে। এইবিধ কবিতাক জনতাৰ কবিতা আখ্যা দিব নোৱাৰি। সেই কাৰণে হেম বৰুৱাক জনতাৰ কবি বুলি কব পৰা নেযায়। কিন্তু তেওঁ যে জনতাৰ মানুহ আছিল সেই কথা সাতশত্রুৰেও স্বীকাৰ কৰিব লাগিব।

হেম বৰুৱাই সৰু-বৰ অলেখ ৰাজহুৱা সভাত সাহিত্য-সংস্কৃতি আৰু ৰাজনীতি বিষয়ক বক্তৃতা দিছিল—প্রাঞ্জল, তথ্যপূর্ণ, সুশ্রাব্য। সেইবোৰৰ কিমান লিখিত আকাৰে সংৰক্ষিত হৈছে আৰু কিমান আকাশী বচন হৈ বতাহত মিহলি হৈ গৈছে, সেই বিষয়ে মই খবৰ ৰখা নাই। তেওঁৰ বন্ধুদ্বয় যোগেশ দাস আৰু নন্দ তালুকদাৰে ৰাখিব পাৰে।

মোৰ ধাৰণামতে হেম বৰুৱা প্রকৃততে শিক্ষা আৰু সাহিত্যৰহে মানুহ আছিল। ঘটনা-পৰিস্থিতিয়েহে তেওঁক ৰাজনীতিৰ চক্র-বেহুৰ মাজলৈ টানি নিছিল। তাতে তেওঁ মর্মাহত হৈ নিহত হৈছিল। সাধাৰণতে ৰাজনীতিৰ মানুহবোৰ সাতবিহুৰ সৈয়াকণী হোৱা দেখা যায়। তেওঁলোকে বতৰুৱা ব'দ-বৰষুণ, ধুমুহা-ঢেৰেকনি নির্বিকাৰ হৈ সহ্য কৰিব পাৰে। পৰাজয়ৰ গ্লানিয়ে তেওঁ-লোকৰ গঁড়ৰ ছাল বিন্ধিব নোৱাৰে। হেম বৰুৱা কিন্তু সমূলি এই জাতীয় প্রাণী নাছিল। সেয়েহে শেষৰবাৰ লোকসভা নির্বা-চনেই তেওঁৰ পক্ষে কাল হ'ল।

ৰাইজে তেওঁক ভাল পাইছিল। ৰাইজৰ হকে তেওঁ মাত মাতিছিল। ৰাইজৰ হকে দেহে-কেহে খাটিছিল। সেই বাবে তেওঁ আগৰ বাৰৰ দৰে ৰাইজৰ আশীর্বাদ পাব বুলি নির্বাচন যুদ্ধত থিয় দিছিল। কিন্তু তেওঁ মনত ধাৰণা কৰিব পৰা নাছিল যে যি ৰাইজে তেওঁক এদিন মূৰত তুলি লৈছিল, সেই ৰাইজেই এদিন গছত তুলি গুৰিত কাটিব। তেওঁ জানিও জনা নাছিল যে মানুহতকৈ

ভোটৰ ৰাজ্যত নোটৰ মূল্য বেছি। ছেক্সপীয়াৰ তেওঁ ধুমুহি পঢ়িছিল, কিন্তু ছেক্সপীয়াৰৰ দৰে, জটিল মানৱ-চৰিত্ৰ তলা-নলা মাৰি জনা নাছিল। সেয়েহে তেওঁ লোকসভা নিৰ্বাচনত ভাল কাম কৰিও বেয়া ফল ভুগিবলগীয়া হ'ল।

অকল্পনীয় পৰাজয়ে শক্তিশেলৰ দৰে শালি তেওঁক পাটী লোৱালে। ইকাতি-সিকাতি কৰিব নোৱাৰা হ'ল। অৱশেষত এই ৰোগ পাটীতেই তেওঁক মৰণ-দেৱতাই আলিঙ্গিলে। মোৰ বন্ধু যোগেন্দ্ৰনাথ বৰকাকতীৰো (কথাচহকী ভলভলীয়া) একে দশাই হৈছিল। বৰজীয়েকৰ মৃত্যুৰ বাতৰি অপ্ৰত্যাশিতভাৱে শুনি তেওঁ শিৰৰ ৰোগত ভুগি অকাল মৃত্যুৰ গৰাহত পৰিছিল। এইবোৰ নিয়তিৰ নিকৰুণ খেলা।

চমু আলচৰ মোখনি মাৰি কওঁ যে ল'ৰাৰ পৰা বুঢ়ালৈ অসমৰ সকলো মানুহৰ মাজত হেম বৰুৱা অতি আপোনজন হৈ সোমাই পৰিছিল। কোনো স্বাৰ্থ সিদ্ধিৰ বাবে নহয়, ই আছিল তেওঁৰ স্বভাৱজাত ধৰ্ম। পণ্ডিতৰ মাজত তেওঁ আছিল পণ্ডিত, সাধাৰণৰ মাজত সাধাৰণ। প্ৰধান মন্ত্ৰীৰ চেম্বাৰত তেওঁ যেনেকৈ নেহৰুজীৰ লগত চেলেউ হুপিছিল, ঠিক একেদৰেই আলিৰ দাঁতিৰ পাণ-দোকানত সৰু বৰুৱা বৰ বৰুৱাৰ লগত বহি সেলেণ্ডি লগাই গুৱা চোবাইছিল। এইজনেই আছিল জনতাদৰদী হেম বৰুৱা।

পৰিশিষ্ট স্বৰূপে বৰুৱাদেৱে অসম সাহিত্য সভাৰ ধুবুৰী অধিবেশনৰ (৩য়) সভাপতিৰ আসনৰ পৰা দিয়া ভাষণত থকা গোটাচেৰেক প্ৰবচনতুল্য বাক্য তুলি দিছোঁ।

## হেম-সুবচনী

১। যি ধৰ্মই 'অল্প গুণ বিস্তাৰ' কৰি লবলৈ শিকাইছে সেই ধৰ্ম যে বিশ্ববৰেণ্য, সন্দেহ নাই।

২। বৈষ্ণৱ যুগৰ সাহিত্যিকসকলৰ, বিশেষকৈ শঙ্কৰ-মাধৱৰ অৱদানেৰে আমাৰ সাহিত্য ভঁৰাল মেটমৰা হৈ আছে।

৩। ভগবানৰ বাহিৰে কোনো মানুহ সম্পূৰ্ণ হব নোৱাৰে।

৪। পুৰণি যুগৰ সকলো সৎ আৰু সুন্দৰ আছিল বুলি কোৱাটো ৰৰ শুদ্ধ কথা নহয়।

৫। যি সাহিত্যত জনসাধাৰণৰ জীৱন মূৰ্তিমন্ত হৈ উঠে সেয়াহে প্ৰকৃত সাহিত্য।

৬। প্ৰত্যেক প্ৰদেশৰ ৰাজ্যিক ভাষা থকাৰ দৰে অসমতো থকাৰ প্ৰয়োজন।

৭। আন ভাষাৰ শব্দ প্ৰয়োগ কৰাত বিশেষ কোনো আপত্তি থকাটো উচিত নহয়; কিন্তু সেই শব্দসমূহ হাড়ে-হিমজুৰে নিজৰ ভাষাত জীণ যাব লাগিব।

৮। ধৈৰ্য্যৰ আন এটা নাম জড়তা।

৯। সাধাৰণতে আমি শাহটো পাহৰি খোলাটোৰ কথা ধৰোঁ।

১০। অন্তৰৰ সৎগুণৰাশিৰ উৎকৰ্ষ সাধন কৰিব নোৱাৰিলে কোনো মানুহ মহৎ হব নোৱাৰে।

১১। অপ্ৰচলিত শব্দ কিছুমান বলেৰে নিজৰ ভাষাৰ ওপৰত জাপি দিয়াটোও শুদ্ধ কথা নহয়।

১২। প্ৰত্যেকটো শব্দৰ পৰিবেশৰ সৈতে সম্বন্ধ আছে।

১৩। যুগ অনুসৰি প্ৰত্যেক শব্দৰে অৰ্থৰ তাৰতম্য ঘটে।

১৪। শব্দাৰ্থৰ উৰ্দ্ধ গতি আৰু নিম্ন গতি সৰ্বসম্মত কথা।

১৫। সকলো মতবাদৰ আৰু ভাষাগোষ্ঠীৰ মানুহক সাৱটি লৈ একালত বিৰাট অসমীয়া জাতি গঢ়ি উঠিছিল।

১৬। বৰ্তমান আমাৰ সমাজ কেৰোণগ্ৰস্ত—ই সমাজ ডোখৰ ডোখৰ কৰিছে।

১৭। জনসাধাৰণৰ জীৱন উন্নত নকৰিলে সমাজ উন্নত কৰিব নোৱাৰি।

১৮। শোষণ অন্ত কৰিব নোৱাৰিলে সমাজবাদো সম্ভৱ নহয়।

১৯। সমাজ সমাজবাদী নহলে উন্নতি হয় কেনেকৈ?

২০। শোষণহীনতা হৈছে সমাজবাদৰ এটা লক্ষণ।

২১। ব্যৱসায়-বাণিজ্যৰ আদান-প্ৰদান, বৈৱাহিক আদান-প্ৰদানতকৈ অধিক শক্তিশালী।

২২। অসম বা অসমৰ জিলাসমূহক ডোখৰ ডোখৰ কৰা কাৰ্য্যত ৰাজনীতিজ্ঞৰ স্বপ্ন সাৰ্থক হব পাৰে।

২৩। মহামানৱ মহাত্মা গান্ধীৰ মতে মনপুতি লাগিলে যি কোনো এটা ভাষা তিনি মাহতে শিকিব পাৰি।

২৪। মন্ত্ৰীৰ পদবী পোৱাটোৱেই ৰাজনীতিজ্ঞৰ একমাত্ৰ স্বপ্ন।

২৫। সুসভ্য বুলি পৰিগণিত হবলৈ হলে নিজৰ সংস্কৃতি থাকিব লাগিব।

২৬। সংস্কৃতিৰ পিনৰ পৰা গোৱালপাৰা যথোচিত সমৃদ্ধিশালী।

২৭। অসমৰ দৰে গোৱালপাৰা জিলাও নানা ভাষা গোষ্ঠীৰ মানুহেৰে ঠাহ খোৱা।

২৮। ভাষা জ্ঞান যিমানে বাঢ়ে সিমানে জাতি একোটাক উন্নত বুলিব পাৰি।

২৯। আমাৰ অৰ্থনীতিক ভৈয়ামৰ জনজাতীয় ৰাইজে ৰূপ দিয়াৰ দৰে সংস্কৃতিকো এইসকলে ৰূপ দিছে।

৩০। বৈষ্ণৱ যুগত সম্ভৱ হোৱাৰ দৰে সকলোকে সাৱটি লৈ বিৰাট অসমীয়া সংস্কৃতি আৰু সমাজ গঢ়ি তুলিব লাগিব।

৩১। নিজকে উন্নত ভাবি আনক অৱজ্ঞাৰ চকুৰে চোৱাটো হীন মনোভাবৰ কথা।

৩২। ব্ৰাহ্মণে যেতিয়া শূদ্ৰক নিম্নগামী কৰিবলৈ যত্ন কৰে তেতিয়া

শূদ্ৰ নিম্নগামী নহয়, ব্ৰাহ্মণহে হয়।

৩৩। কেৱল মন্ত্ৰীৰ পদবীৰ জৰীয়তে কোনো সমাজ বা সম্প্ৰদায়ৰ সমস্যা সমাধান হব নোৱাৰে।

৩৪। অৰ্থনৈতিক ক্ষেত্ৰৰ স্বাৱলম্বিতাই চিৰন্তন গুণৰাশিৰ ধ্বংস সুস্থচায়।

৩৫। সংযত কলা-কৌশলৰ প্ৰমাণ আমাৰ প্ৰাচীন সাহিত্যতো আছে, সাম্প্ৰতিক সাহিত্যতো আছে।

৩৬। জীৱন যিমান বিচিত্ৰ হয়, উপন্যাস সাহিত্য সিমানে সমৃদ্ধি-শালী হয়।

৩৭। অভিজ্ঞতা পুৰঠ নহলে সাহিত্য, ঘাইকৈ উপন্যাস সাহিত্য ঠন ধৰি উঠা টান।

৩৮। মহৎ সাহিত্য কি আজিও মই বুজা নাই—আহিৰ পিনৰ পৰা মহৎ নে বিষয-বস্তুৰ পিনৰ পৰা মহৎ?

৩৯। গভীৰভাৱে অন্তৰত সঁচ বহুৱাব পৰাটো ভাল সাহিত্যৰ লক্ষণ।

৪০। নতুন যুগৰ সকলো সৎ আৰু সুন্দৰ বুলি কোৱাটোও বৰ শুদ্ধ কথা নহয়।

# সংসদত হেম বৰুৱা

শ্ৰীবিজয়চন্দ্ৰ ভাগৱতী

১৯৪২ চনৰ গণ-বিপ্লৱ। ভাৰতৰ স্বাধীনতাৰ চূড়ান্ত সংগ্ৰাম। 'হয় মুক্তি নহয় মৃত্যু'—এই পণ লৈ বীৰ-বীৰাঙ্গনাসকলে স্বাধীনতাৰ বেদীমূলত নিজৰ জীৱন উৎসৰ্গা কৰিলে। অসমত সেই বিপ্লৱৰ ঢৌৱে প্ৰচণ্ড ৰূপ ললে। উদীয়মান ডেকা অধ্যাপক হেম বৰুৱা সেই বিপ্লৱত জপিয়াই পৰিল। যোৰহাটত তেওঁ কাৰাৰুদ্ধ হ'ল। তেওঁৰ দৃষ্টান্তই অসমৰ স্বাধীনতা আন্দোলনত বিশেষ উৎসাহ-উদ্দীপনা সৃষ্টি কৰিলে। হেম বৰুৱা আছিল অসমৰ ডেকাসকলৰ অবিসম্বাদী নেতা। তেওঁৰ আদৰ্শত ডেকাসকল উদ্বুদ্ধ হ'ল।

ভাৰতৰ স্বাধীনতা আন্দোলনত হেম বৰুৱাৰ অৱদান উল্লেখযোগ্য। সেই আন্দোলনৰ মাজেদি তেওঁ জনসাধাৰণৰ লগত ঘনিষ্ঠ সম্পৰ্কলৈ অহাৰ সুযোগ পায়। ই তেওঁৰ ভৱিষ্যত ৰাজনৈতিক জীৱনৰ ধাৰাই যে নিৰূপিত কৰে এনে নহয়, ইয়াতেই তেওঁৰ সাহিত্য সৃষ্টিৰ উহো বিচাৰি পোৱা যাব। তেওঁৰ বাগ্মিতা আৰু লিখাৰ মাজেদি হেম বৰুৱাই জনসাধাৰণৰ প্ৰাণৰ ভাষা প্ৰকাশ কৰিছিল। ৰাজনীতি আৰু সাহিত্যত তেওঁৰ কৃতকাৰ্য্যতাৰ এয়ে চাবি-কাঠী।

লোকসভাৰ সদস্য হিচাপে হেম বৰুৱাই সৰ্বভাৰতীয় ক্ষেত্ৰত যেনেকৈ নিজক প্ৰতিষ্ঠা কৰিছিল, সি অসমৰ কাৰণে গৌৰৱৰ

কথা। বিচাৰধাৰা আৰু মতামত সম্পৰ্কে, তেওঁৰ লগত যিসকলৰ মিল নাই, তেওঁলোকেও স্বীকাৰ কৰিব লাগিব যে হেম বৰুৱাই 'পাৰ্লামেণ্টেৰিয়ান' হিচাপে তেওঁৰ কামত বিশেষ পাৰদৰ্শিতা দেখুৱাইছিল আৰু পাৰ্লামেণ্টৰ আগশাৰীৰ কেইজনমান সদস্যৰ লগত সমানে ঠাই পাইছিল। গণতন্ত্ৰত বিৰোধী দলৰ ভূমিকা বিশেষ গুৰুত্বপূৰ্ণ। বিৰোধী দলৰ সদস্য হিচাপে প্ৰতিটো ৰাজহুৱা প্ৰশ্ন সম্পৰ্কে হেম বৰুৱা সততে সজাগ আছিল। সদনত উত্থাপিত প্ৰতিটো প্ৰশ্ন সম্পৰ্কে, প্ৰয়োজন মতে, হেম বৰুৱাই নিজৰ মতামত দাঙি ধৰিছিল। বাকপটুতা আৰু তৰ্কত, তেওঁ সদনৰ ভিতৰত আৰু বাহিৰতো বহুতৰে পৰা অভিনন্দন লাভ কৰিছিল।

১৯৫৭ চনৰ পৰা ১৯৭০ চনলৈকে লোকসভাত হেম বৰুৱাই বিভিন্ন বিষয়ত যি ভাৱে অংশ গ্ৰহণ কৰিছিল, সি প্ৰমাণ কৰে কিমান নিষ্ঠাৰে সৈতে তেওঁ নিজৰ কাম কৰিছিল আৰু কিমান বেছি পৰিশ্ৰম কৰিছিল। হিচাপ পোৱা মতে এই কেবছৰত হেম বৰুৱাই সদনত কমেও ৮৫০ টা বিষয়ত নিজৰ মতামত ৰাখিছিল। ই নিশ্চয় যি কোনো 'পাৰ্লামেণ্টিয়াৰণৰ লগত প্ৰতিযোগিতা কৰিব পৰা ৰেকৰ্ড।

১৯৫৮ চনত লোকসভাত আন্তৰ্জাতিক পৰিস্থিতিৰ বিষয়ে ভাষণ দি হেম বৰুৱাই কৈছিল—

"Besides the problem of Formosa, there is another very big problem in South East Asia. This is the collapse of democratic system of government in our neighbouring countries, and the emergence of military dictatorship, particularly in countries like Thailand, Burma and Pakistan. This is a vital problem. One thing is true that India cannot be a silent

spectator of these shifting scenes in international politics. Whenever there are political revolutions in our neighbouring countries, India cannot remain indifferent to them. This slaughter of democracy in our neighbouring countries must serve as a warning to us all, and we must see that the poisonous wind wated from these countries do not percolate into our climate and endanger the democratic system that we have so assiduously built up."

স্বাধীনতা লাভৰ পিছত, পৃথিৱীৰ সৰ্ববৃহৎ প্ৰজাতন্ত্ৰ হিচাপে গণতন্ত্ৰ ৰক্ষা কৰাত, ভাৰতবৰ্ষৰ দায়িত্ব সম্পৰ্কে হেম বৰুৱাই কোৱা এই কথাকেষাৰ গণতন্ত্ৰৰ এজন সতৰ্ক প্ৰহৰীৰ উপযুক্ত সতৰ্কবাণী বুলি কব লাগিব।

শিক্ষা বিভাগৰ বাজেটৰ আলোচনাত অংশ গ্ৰহণ কৰি হেম বৰুৱাই ১৯৫৯ চনত লোকসভাত কৈছিল --

"I have always felt that our journey to educational progress, accomplishments, and achievements needs a pole-star, an aim and purpose and when this purpose is missing from our educational policy, the policy tends to become lopsided. At the same time, it adversely affects the social objectives to which all educational policies are to be wedded."

শিক্ষাৰ মূল উদ্দেশ্য নিৰ্দ্ধাৰণ সম্পৰ্কে কোৱা এই কথাষাৰ আজিও সমানেই প্ৰযোজ্য। এজন অভিজ্ঞ শিক্ষক হিচাপে লোকসভাত শিক্ষাৰ বিষয়ে হোৱা আলোচনাত ভাগ লৈ হেম বৰুৱাই সদায় মূল্যবান পৰামৰ্শ আগবঢ়াইছিল।

১৯৬২ চনত বিজ্ঞানৰ গবেষণাৰ বিষয়ে হোৱা লোকসভাৰ আলোচনাত ভাগ লৈ হেম বৰুৱাই কৈছিল —

"The amelioration of the living conditions of the people from the state of medieval backwardness and poverty to a state of economic growth and national development is a tough job, and so it is a very welcome thing that the Ministry is trying to improve the conditions through scientific research and technological research. But I would say that science and technology alone are not enough ; they might bring material comforts, but material comforts would be meaningless as a barren desert unless and until they are imbued with a will and opportunity to draw sustenance from the living waters of a nation's greatness, and if the Ministry can achieve this purpose, I think the stirrings of the deeper waters of the nation's soul would be reflectcd in it."

বিজ্ঞান আৰু কলাৰ সমন্বয় সাধন আজিৰ যুগৰ এটা মৌলিক প্ৰশ্ন। ভাৰতৰ সংস্কৃতিৰ মূল ধাৰাৰ লগত সম্পৰ্ক ৰাখি, ভাৰতৰ আত্মাৰ যি মূল উৎস তাৰ লগত সংযোগ ৰাখি ভাৰতত কেনেকৈ বিজ্ঞানৰ আৰু যন্ত্ৰ বিজ্ঞানৰ সাধনা কৰি, জনসাধাৰণৰ আৰ্থিক সমস্যা সমাধান কৰিব পাৰি, সেই বিষয়ে হেম বৰুৱাই চৰকাৰ আৰু দেশৰ সুধী সমাজলৈ এটা প্ৰশ্ন ৰাখি গৈছে।

উত্তৰ-পূব সীমান্ত অঞ্চলৰ বিশেষ সমস্যা সম্পৰ্কে হেম বৰুৱাই সদনত নানা ভাৱে নানা প্ৰশ্ন উত্থাপিত কৰিছিল। অসমৰ

অশান্তিকৰ পৰিস্থিতিৰ বিষয়ে হোৱা আলোচনাত ভাগ লৈ ১৯৬০ চনত লোকসভাত কৈছিল যে এনে ঘটনাৱলীৰ নিন্দা কৰিলেই, প্ৰকৃতভাৱে সমস্যাৰ সমাধান কৰা নহ'ব—কেনেকৈ এনে ঘটনা ঘটিব পৰা অৱস্থা সৃষ্টি হয়, তাৰ কাৰণ বিলাকো ভালকৈ পৰীক্ষা কৰি চাব লাগে।

সদনৰ আলোচনাত কথা কটা-কটি কৰাত হেম বৰুৱা পটু আছিল। এবাৰ কথা প্ৰসঙ্গত সদনত হেম বৰুৱাই কৈছিল:— "Are there no parrots in the Treasury Benches?" তেতিয়াৰ বিত্ত মন্ত্ৰী শ্ৰীকৃষ্ণমাচাৰীয়ে কলে, "There are no parrots here." হেম বৰুৱাই কলে, "Perhaps they are eagles and kingfishers." কৃষ্ণমাচাৰীয়ে কৈছিল: "If it is a matter of semantics, my hon. friend who speaks English with almost a foreign lisp can have the pleasure or satisfaction that what he has said has happened." হেম বৰুৱাই উত্তৰ দিছিল: "I find the same thing in the Finance Minister's English as well."

সদনত দিয়া বক্তৃতা আদিৰ উপৰিও, অসমৰ সকলোৱেই জানে যে স্বাধীনতা আন্দোলনৰ দিনৰে পৰা ৰাজহুৱা সভাত, আলোচনা চক্ৰত, পণ্ডিত সমাজত, সাহিত্যিকৰ চ'ৰাত হেম বৰুৱাৰ বক্তৃতাই সদায় শুনোতাসকলক মুগ্ধ কৰিছিল। কেবাটাও দিশৰ পৰা হেম বৰুৱাৰ জীৱনৰ আলোচনা কৰাৰ প্ৰয়োজন আছে। তাৰ দ্বাৰা বহুত কথা জনা যায় আৰু উঠি অহা পুৰুষ উপকৃত হ'ব। মই হেম বৰুৱাৰ স্মৃতিৰ প্ৰতি মোৰ শ্ৰদ্ধা নিবেদন কৰো।

* * * *

লোকসভাত বিভিন্ন বিষয়ৰ আলোচনাত হেম বৰুৱাই কেনে ধৰণে জনকল্যাণৰ দৃষ্টিভঙ্গীৰে অংশ গ্ৰহণ কৰিছিল তাৰ প্ৰমাণ

তলত উল্লেখ কৰা তেওঁৰ ভাষণৰ সাৰাংশ কেইটাৰ পৰাই বুজিব পৰা যাব ।

(১) বিজ্ঞান আৰু সংস্কৃতি — বৈজ্ঞানিক গৱেষণা আৰু সাংস্কৃতিক মন্ত্ৰী দপ্তৰৰ বিষয়ে হোৱা বিতৰ্কত তেওঁ আৰ্নল্ড টয়নৃবি, চাৰ্লছ লেম্ব আদিৰ উক্তিৰ উল্লেখ কৰি কয় যে বৈজ্ঞানিক আৰু কাৰিকৰী শিক্ষা বিষয়টো নিৰস বুলি সৰ্বসাধাৰণৰ ধাৰণা । কিন্তু এই বিষয়তো ঔৎসুক্য জগাই তোলাৰ অৱকাশ আছে । আমাৰ গৱেষণাগাৰবিলাকত আদৰ্শ আৰু চিন্তাশীলতাৰ ভাব সৃষ্টি কৰিব লাগিব । কিন্তু তেনে চেষ্টা চলোৱা দেখা নাযায় । আমি যদি বিজ্ঞানীৰ বিশ্বাস আৰু স্বপ্নক জনসাধাৰণৰ বিশ্বাস আৰু স্বপ্নত পৰিণত কৰি দিব নোৱাৰো তেনেহলে বিজ্ঞান ৰাইজৰ মাজত জনপ্ৰিয় হৈ উঠিব নোৱাৰে । ফলস্বৰূপে মানুহৰ বৈষয়িক প্ৰয়োজন পূৰণ কৰা কেইজনমান টমাছ আলভা এডিছন আমি সৃষ্টি কৰিব পাৰিম, কিন্তু জগতক নতুন দৃষ্টি দান কৰা এজন আইনষ্টাইন সৃষ্টি কৰিব নোৱাৰিম । আমাৰ উন্নয়নমুখী অৰ্থনীতিৰে সৈতে বিজ্ঞান শিক্ষাক খাপ খুৱাই তুলিবলৈ পাঠ্যক্ৰমৰ সম্পূৰ্ণ নতুন নিৰ্দ্ধাৰণ হোৱা উচিত । আমাক এনে এদল বিজ্ঞানী লাগে যি তেওঁলোকৰ কামৰ প্ৰতি সম্পূৰ্ণ অনুৰক্ত আৰু কষ্টসহিষ্ণু । বিদেশত কাম কৰি থকা আমাৰ ভালেমান বিজ্ঞানী নিশ্চয় আছে, কিন্তু সিদিনা প্ৰধান মন্ত্ৰীয়ে তেওঁলোকক স্বদেশলৈ আহি সেৱা আগবঢ়াবলৈ আহ্বান জনাওঁতে কেৱল প্ৰতিধ্বনিয়েহে সহাঁৰি জনাইছিল । প্ৰধান মন্ত্ৰীৰ পৰামৰ্শ মতেই বোধহয় অধ্যাপক কবীৰে বিজ্ঞানীৰ 'পুল' এটা গঠন কৰিলে । ১৯৫৮ চনত ইয়াৰ সংখ্যা আছিল ১০০, এতিয়া (১৯৬২) ৩০০ হৈছেগৈ । কিন্তু প্ৰকৃততে কি হৈছে ? বিজ্ঞানীসকলে পুলত সাঁতুৰিছেহে সাঁতুৰিছে, তেওঁলোকে কৰবাত নিযুক্ত হোৱাৰ কোনো আশাই দেখা নাই ।

মাননীয় মন্ত্ৰীয়ে তেওঁলোকক উপযুক্ত বানচ দিব লাগিব যাতে অকল ক্ষুধা নিবৃত্তিয়েই নহয়, ভালদৰে জীৱন-যাপনো কৰিব পাৰে। কাৰিকৰী গৱেষণাৰ ক্ষেত্ৰত কি হৈছে? বৈজ্ঞানিক গৱেষণাৰ যি সুফল লাভ হৈছে তাৰ সৈতে উদ্যোগৰ সংযোগ ঘটা নাই। এই দুই ক্ষেত্ৰৰ সহযোগিতাৰ নিতান্ত প্ৰয়োজন। বিভিন্ন প্ৰতিষ্ঠানৰ গৱেষণাৰ মাজত সমন্বয় ঘটিব লাগিব।

সংস্কৃতিৰ বিষয়ত কব লাগিব যে বিভিন্নতাই হৈছে ভাৰতৰ নিয়তি, ভাৰতৰ সৌন্দৰ্য্য। এই বিভিন্নতাক ধ্বংস কৰি পেলাব নালাগে। এপাহ পদুম ফুলৰ গোন্ধটো তাৰ বিভিন্ন পাহিৰ সমষ্টি হোৱাৰ দৰেই এই দেশৰ বিভিন্ন সাংস্কৃতিক চানেকিৰ সমষ্টিয়েই হৈছে ভাৰতীয় সংস্কৃতি। গতিকে এক অঞ্চলৰ সংস্কৃতিৰ কথা অন্য এক অঞ্চলক জানিবলৈ দিয়াৰ ব্যৱস্থা থাকিব লাগে। ঠাকুৰ শতবাৰ্ষিকী পালন কৰাৰ কাৰণে ধন্যবাদ দিবলগীয়া। কিন্তু যিবিলাক অনুষ্ঠান পতা হ'ল তাৰপৰা ৰবীন্দ্ৰনাথ ঠাকুৰৰ বিষয়ে এটা কণিকাও সৰ্বসাধাৰণে বুজিব পাৰিলেনে? তেওঁৰ বিষয়ে কোনো সমালোচনামূলক বিশ্লেষণ নহ'ল, অনুষ্ঠানবিলাক কেৱল উৎসৱ হৈ থাকিল। বিজ্ঞান ভৱনত ডঃ ৰাধাকৃষ্ণণে মুকলি কৰা অনুষ্ঠানত ভৱনৰ তিনি-চতুৰ্থাংশ খালি হৈ থাকিল। ইফালে, এইবিলাক উৎসৱৰ কাৰণেই ঠাকুৰ হৈ পৰিল বিলাসৰ সামগ্ৰী। এইবিলাকত লিপষ্টিক ঘঁহা আধুনিক ৰমণীয়ে আপোনাক লগ ধৰি এইখন ইঙ্গ-ভাৰতীয় দিল্লী চহৰত "টেজোৰ এজন আশ্চৰ্য্যজনক ব্যক্তি নহয়নে" বুলি কবলৈ ধৰা হ'ল—টেগোৰ গুচি টেজোৰ হ'ল, আৰু সেয়ে হ'ল এইবিলাক অনুষ্ঠানৰ ফললাভ।

আমাৰ তিনিটা একাডেমী আছে। একাডেমী কেইটাই চৰকাৰৰ অতি শক্তিশালী প্ৰভাৱৰ পৰা নিজকে মুক্ত কৰিবলৈ

চেষ্টা কৰিব লাগে, যাতে ইবিলাকৰ বল-শক্তি বাঢ়ে। লগে লগে চৰকাৰে ইবিলাকৰ কাৰ্য্য-কলাপৰ ওপৰত চকু ৰাখিব লাগে, কিয়নো ইবিলাকক আমাৰ ৰাজহুৱা ভৰালৰ পৰা বিত্তীয় সাহায্য দিয়া হয়। এটা একাডেমীয়ে লজ্জাজনক বিত্তীয় অনিয়মত পৰাৰ কাৰণে ইয়াৰ দৰকাৰ হৈছে।

(২) নেফাৰ ভাষা প্ৰসঙ্গ—১৯৫৭ চনত কেন্দ্ৰীয় চৰকাৰৰ সাধাৰণ শিক্ষা নীতিৰ আলোচনাত অংশ গ্ৰহণ কৰি হেম বৰুৱাই কয় যে উত্তৰ-পূব সীমান্তত অশান্তি হৈছে, অকল ৰাজনৈতিক-অৰ্থনৈতিক অশান্তি নহয়, সাংস্কৃতিক-সামাজিক অশান্তিও। বৃটিছ ৰাজে ইনাৰ লাইন ৰেগুলেচন (১৮৭৩) আৰু ফ্ৰন্টিয়াৰ ট্ৰেক্টছ ৰেগুলেচনৰ (১৮৮০) দ্বাৰা পৰ্বত আৰু ভৈয়ামৰ মাজত লৌহ যৱনিকাৰ সৃষ্টি কৰিছিল। স্বাধীনতাৰ পিছত ভাৰত চৰকাৰৰ উচিত আছিল এইসকল লোকৰ মাজত এটা পূৰ্ণাঙ্গ ভাৰতীয় মানসিকতা গঢ় দিয়া। কিন্তু আমি আজি সেইটো দেখিবলৈ পোৱা নাই। বৃটিছৰ বিচ্ছিন্নতাবাদী নীতিকে আজিও অনুসৰণ কৰি থকা হৈছে। এনে অৱস্থাৰ পৰিপ্ৰেক্ষিততে নেফাৰ বাসিন্দাসকলৰ ভাষাৰ প্ৰশ্নটো বিবেচনা কৰিব লাগিব। কিন্তু তেওঁলোকৰ ধমনীৰ উমান নোপোৱা, তেওঁলোকৰ বৰ্ণাঢ্য জীৱনৰ বিষয়ে একো নজনা আমোলাতন্ত্ৰই এটা ভুল নীতি অনুসৰণ কৰি আছে। এই সদনত এইসকল জনজাতীয় লোকে দাখিল কৰা স্মাৰকপত্ৰ সম্বন্ধে আলোচনা হৈছিল। তেওঁলোকে দাবী কৰিছে যে স্কুলত শিক্ষাৰ মাধ্যম অসমীয়া হব লাগে। কিন্তু কেনেবাকৈ অসমীয়াক মাধ্যম নকৰি হিন্দীক জোৰ কৰি জাপি দিয়া হৈছে। ৰাষ্ট্ৰীয় ভাষা ৰূপে হিন্দীৰ বিকাশ হওক, কিন্তু ইয়াক আন ভাষা বিচৰা লোকৰ ওপৰত জাপি দিয়া উচিত নহয়। মহাত্মা গান্ধীয়ে শিশুৰ মাতৃভাষাকে মাধ্যম কৰাৰ পোষকতা কৰিছিল। জনজাতীয় দোৱানবিলাককো উপযুক্তভাৱে বিকাশ

কৰি অকল প্ৰাথমিক স্তৰতে নহয়, মাধ্যমিক স্তৰতো মাধ্যম কৰিব লাগে। এইসকল লোকে একাধিক স্মাৰকপত্ৰ যোগে ভাৰত চৰকাৰৰ ওচৰত দাবী জনাইছে যে প্ৰাথমিকৰ পাছৰ স্তৰত অসমীয়া মাধ্যম হব লাগে, কিয়নো অসমীয়া এইসকল লোকৰ স্বাভাৱিক উমৈহতীয়া ভাষা (লিঙ্গুৱা ফ্ৰাঙ্কা)। সংবিধানত এটা ব্যৱস্থাও দিয়া আছে যে মুৰকত নেফা অঞ্চলটো অসমৰ লগত চামিল কৰা হব। সেইটো কাৰ্য্যকৰী হৈ উঠিব লাগিলে তেওঁলোকক এনে এটা ভাষাত শিক্ষা দিব লাগিব যি ভাষা তেওঁলোকে বুজিব পাৰে। (অধ্যাপক ৰঙ্গই প্ৰশ্ন কৰে—আপুনি কি লিপিৰ পোষকতা কৰে ? অসমীয়া লিপি ?) এই অসমীয়া লিখিবৰ কাৰণে অসমীয়া লিপিয়েই প্ৰয়োগ কৰিব লাগিব। অন্যান্য অহিন্দী অঞ্চলত কৰাৰ দৰে হিন্দী ভাষা নেফাৰ ওপৰৰ স্তৰবিলাকত প্ৰবৰ্তন কৰিব লাগে। হিন্দীৰ সেই মৰ্য্যদা থাকিব। কিন্তু অসমীয়া তেওঁলোৰ স্বাভাৱিক ভাষা।

পাৰ্বত্য অঞ্চলবিলাকত হিন্দী বা ইংৰাজী ভাষাতকৈ অসমীয়া ভাষাৰ উপযোগিতা যে বেছি সেই কথা উপলব্ধি কৰি ডঃ হাট্টন, ডব্লিউ. চি. স্মিথ, জে. পি. মিল্‌ছ, ভন ফুৰাৰ-হেইমেনডৰ্ফ আদি পণ্ডিতসকলেও পৰ্বতত অসমীয়া ভাষা প্ৰয়োগৰে পোষকতা কৰি গৈছে। ৫০টা গোষ্ঠীত বিভক্ত নেফা অঞ্চলৰ জনজাতীয় ৰাইজৰ দাবী অসমীয়াৰ পক্ষে উঠিছে ঐতিহাসিক কাৰণত। মাৰ্ঘেৰিটাৰ জনজাতীয় ৰাইজে নেফা শাসনৰ ভাৰ লৈ থকা অসমৰ ৰাজ্যপালৰ ওচৰত স্মাৰকপত্ৰ দাখিল কৰি অসমীয়া ভাষাৰ দাবী কৰিছে। একেই উদ্দেশ্যে লোহিত ডিভিজনৰ জনজাতীয় ৰাইজে ৰাজ্য চৰকাৰৰ ওচৰত আন এখন স্মাৰকপত্ৰ দাখিল কৰিছে। ৯ জুনৰ দিনা অসম সাহিত্য সভাই নেফাৰ ভাষা দিৱস পালন কৰিছিল। এই উদ্দেশ্যে পতা সভাবিলাকত অসমীয়াক শিক্ষাৰ মাধ্যম কৰিবলৈ

দাবী জনোৱা হয়। মাৰ্ঘেৰিটাৰ বেছিক ট্ৰেইনিং স্কুলত পঢ়ি থকা জনজাতীয় ছাত্ৰসকলৰ উপৰিও দুজন জনজাতীয় নেতা শ্ৰীঅবাং আৰু শ্ৰীখংপাযেও বক্তৃতা দি অসমীয়াক মাধ্যম কৰাৰ দাবী তোলে। গতিকে জনসাধাৰণৰ আশা-আকাঙ্ক্ষাৰ বিৰুদ্ধে গৈ হিন্দী জাপি দিব নালাগে। নেফা অঞ্চলৰ বাসিন্দাসকলৰ কাৰণে এই বিষয়ত ন্যায় বিচাৰ কৰিব লাগে।

(৩) ক্ৰীড়া জগৎ—আমাৰ ক্ৰীডা জগতৰ ক্ৰমান্বয়ে অৱনতি ঘটিছে, বিশেষকৈ ক্ৰিকেটত। তাৰ কাৰণ অতিমাত্ৰাই মনোমালিন্য, অমিল-অসূযা, টনা-আজোৰা যেন লাগে। ১৯৩১ চনৰ পৰা ৫৭ খন অফিচিয়েল মেচ ভাৰতে খেলে -ইংলেণ্ডৰ বিৰুদ্ধে খেলা ১৯ খনৰ ভিতৰত মাত্ৰ এবাৰহে জিকে, তাকো ১৯৫২ চনত দ্বিতীয় শ্ৰেণীৰ এম-চি-চি টীমৰ লগত। অষ্ট্ৰেলিয়া বা ওৱেষ্ট ইণ্ডিজৰ লগততো এবাৰো জয়লাভ কৰা নাই। অথচ আমাৰ গৌৰৱময় অতীতত ৰঞ্জী, দলীপ, নাইডু, অমৰ সিং, মাৰ্চেণ্ট, মুস্তাক, মানকড এই-সকল সমুজ্জ্বল ব্যক্তি আছিল। আজি কিয় তেনে খেলুৱৈ ওলোৱা নাই? ভাৰতৰ ক্ৰিকেট জগতত আজি গতিশীল নেতৃত্বৰ অভাৱ, এই কথা অস্বীকাৰ কৰিবৰ উপায় নাই। আমাৰ ক্ৰিকেটৰ এনে দুৰৱস্থাৰ কাৰণে সম্পূৰ্ণৰূপে দায়ী ব'ৰ্ড অৱ কণ্ট্ৰল। ব'ৰ্ডৰ বিষয়ববীযাসকলে অকল কেন্দ্ৰৰে নহয় ৰাজ্যিক সংস্থাবিলাকৰ ওপৰতো প্ৰভুত্ব বিস্তাৰ কৰিছে। দেশৰ ক্ৰীড়া জগতৰ প্ৰতি তেওঁলোকৰ আগ্ৰহ নাই। ক্ৰীড়াতকৈ অন্য বিষয়ৰ প্ৰতিহে তেওঁলোকৰ আগ্ৰহ। এটা সময় আছিল যেতিয়া ক্ৰীড়াৰ কাৰণে মানুহে সৰ্বস্ব দান কৰিছিল; এতিযা এনে লোক আছে যি ক্ৰীড়াৰ পৰা সৰ্বস্ব নিজৰ কাৰণে লবহে খোজে। ৰাজকুমাৰী স্প'ৰ্টছ ক'চিং স্কীমত টকা পোৱা যায় কাৰণে এনে লোকৰ মাজত ক্ষমতা দখলৰ মনোবৃত্তি গঢ় লৈ উঠিছে। বোম্বাইত নৱেম্বৰত ৬০ জন

ক্ৰিকেট খেলুৱৈৰ প্ৰশিক্ষণৰ কাৰণে ২৫ হাজাৰ টকা খৰচ কৰা হয়। ভ্ৰমণ বানচত টকাৰ অপব্যয় কৰা হয়। কমিটী মিটিং-বিলাক পতা হয় টেষ্ট খেলৰ সময়ত, যাতে সদস্যসকলে খেলো চাব পাৰে, ভ্ৰমণ বানচৰ সুবিধাও লব পাৰে। এনে অধঃপতন হোৱা ক্ৰিকেটৰ আজি মৰাশটোহে আছেগৈ। ডেকা খেলুৱৈৰ কাৰণে আমি ক'চিঙৰ সুবিধা, উন্নতিৰ সুবিধা দিব লাগিব। বিশ্ববিদ্যালয় আৰু কলেজবিলাকত এই সুবিধা দিব লাগিব। তাতেইহে আমাৰ দেশৰ আদৰ্শ ক্ৰিকেটাৰৰ সৃষ্টি হব। আমি ফাষ্ট ব'লাৰ উলিয়াব পৰা নাই। বোম্বাই বিশ্ববিদ্যালয়ৰ ৰমাকান্ত দেশায়ে ফাষ্ট ব'লাৰ ৰূপে দেখা দিলে, কিন্তু ক্ৰিকেট জগৎখন নিয়ন্ত্ৰণ কৰোঁতাসকলৰ চকুত পৰাৰ আগতে তেওঁ বিশ্ববিদ্যালয়ৰ চাৰিবেৰৰ মাজতে পচিব লগা হৈছিল। ৰঞ্জী ট্ৰফীৰ নিচিনা খেল ঘনাই পাতি প্ৰতিযোগিতাৰ সুবিধাও দিব লাগিব। আমাৰ খেলুৱৈসকলে প্ৰশিক্ষণ লব পৰাকৈ বিখ্যাত খেলুৱৈসকলৰ সুযোগ লব লাগে, দেশৰো আৰু বিদেশৰো। বিদেশলৈ পঠাবলগীয়া টীমৰ বাছনিত বৰ পলম কৰা হয়। ইংলীছ লীগত খেলিবলৈ যোৱা ওৱেষ্ট ইণ্ডিজ টীমটো যথেষ্ট আগতেই নিৰ্বাচন কৰা হয়। শ্ৰীমানকডে বোধহয় ঠিকেই কৈছিল যে তেওঁক লবলৈ হলে অন্ততঃ দুবছৰ আগতে জনাব লাগে। আমি শেষ মুহূৰ্তলৈকে বৈ থাকোঁ কিয়? ক্ৰিকেট ব'ৰ্ডে নানান অজুহাত উলিয়াই আনৰ ওপৰত দোষ জাপি দিবলৈ চেষ্টা কৰে। তেওঁলোকৰ অন্য উদ্দেশ্য থাকে।

(৪) অসমৰ পৰিস্থিতি— (১৯৬০ চন) পৰিস্থিতি উন্নত হৈ আহিছে, প্ৰায় স্বাভাৱিক হৈ আহিছে। গতিকে এই সদনত কিবা আলোচনা হব লাগিলে গোটেইটো পৰিস্থিতিৰ এটা নিৰপেক্ষ আৰু উত্তপ্ততাহীন পৰ্য্যালোচনা হোৱা উচিত। যি কাৰণতে নহওক, এই সদনৰ এজন দায়িত্বশীল সদস্যই এতিয়ালৈকে কোৱা

কেতবোৰ কথা আমাৰ পৰিস্থিতিৰ শুদ্ধ ৰূপায়ণ নহয়। যদি আলোচনা হবই লাগে তেন্তে অন্ততঃ দুদিন ধৰি হব লাগে, যাতে এখনি শুদ্ধ ছবি ফুটাই তুলিব পৰা হয়। কিছুমান ঘটনাৰ কাৰণে আমি অত্যন্ত দুঃখিত। কিন্তু তাৰ কাৰণে পৰিবেশ সৃষ্টি কৰিছে অকল উচ্চ স্তৰত থকা চৰকাৰী আমোলাতন্ত্ৰয়েই নহয়, বৰং কিছুমান স্বাৰ্থজড়িত মানুহে, কিছুমান সম্প্ৰদায়ৰ ব্যক্তিয়ে। জনসাধাৰণৰ মনত গভীৰ অসন্তোষ আছে। অসমীয়া ৰাইজে কংগ্ৰেছ আৰু গান্ধীজীৰ নেতৃত্বত বৃটিছৰ বিৰুদ্ধে যুঁজ দিছিল। তেতিয়া তেওঁলোক শান্তিপূৰ্ণ আৰু অহিংস আছিল। কিয় তেনেহলে তেওঁলোক হিংসাত্মক হৈ উঠিল? নিশ্চয় সুগভীৰ কাৰণ আছে। ক্ৰোধৰ ভাব থূপ খাই আছে। আমি সমগ্ৰ পৰিস্থিতিটোৰ শুদ্ধ পৰ্য্যালোচনা হোৱা বিচাৰোঁ।

চি-কে ভট্টাচাৰ্য্য যেতিয়া গুৱাহাটীত সান্ধ্য আইন প্ৰত্যাহাৰ কৰা হয় শ্ৰীহেম বৰুৱাই নিজেই কৰ্ত্তৃপক্ষক প্ৰত্যাহ্বান জনায় যে তেওঁ ৰাতি এটা সমদলযাত্ৰা উলিয়াই ছাত্ৰসকলৰ সৈতে সান্ধ্য আইন ভঙ্গ কৰিব। গুৱাহাটীত সান্ধ্য আইন জাৰি কৰা হয়। যেতিয়া তাক উঠাই দিয়া হ'ল তেতিয়া অগ্নি-সংযোগ আৰু অন্যান্য অনভিপ্ৰেত কাম কৰা হয়।

হেম বৰুৱা—মই পিছত ইয়াৰ উত্তৰ দিম। কিন্তু এইষাৰ কৈ থওঁ—২১ মে'ৰ দিনা সমগ্ৰ ব্ৰহ্মপুত্ৰ উপত্যকা শান্ত আছিল। সেই দিনাই কিন্তু শিলঙত তথাকথিত সংখ্যালঘু সম্প্ৰদায়ৰ কিছুমান লোকৰ নেতৃত্বত দুমাইল দীঘল সমদলযাত্ৰা বাহিৰ কৰা হৈছিল।

(৫) আন্তঃৰাষ্ট্ৰীয় পৰিস্থিতি—কিছুদিন ধৰি আন্তঃৰাষ্ট্ৰীয় উত্তেজনা দক্ষিণ-পূব এছিয়াৰ পৰা মধ্য-প্ৰাচ্যলৈ স্থানান্তৰিত হৈছে। কিন্তু সেয়ে হলেও দক্ষিণ-পূব এছিয়া সমস্যামুক্ত হোৱা নাই। ইয়াৰ প্ৰধান সমস্যাটো বৈ গৈছে, সেয়ে হৈছে

ফৰমোছাৰ প্ৰশ্ন। ই বিশ্ব-ৰাজনীতিত এটা ভয়াবহ ছায়া স্বৰূপ হৈ পৰিছে। ৰণাহ্বানৰ লেখীয়া কাম-কাযৰ পৰিবৰ্তে ফৰমোছা প্ৰশ্নটো শান্তিপূৰ্ণভাবে সমাধান কৰিব নোৱাৰিনে? ৰাষ্ট্ৰসংঘৰ প্ৰতিনিধি স্বৰূপে কোনো কোনো নিৰপেক্ষ দেশৰ উদ্যোগত গণভোট গ্ৰহণৰ দ্বাৰা এই কাম সমাধা কৰিব নোৱাৰিনে? ফৰমোছাৰ ৰাইজে জনগণতান্ত্ৰিক চীনৰ লগত থাকিব খুজিলে তাতেই কথাটোৰ ওৰ পৰে। আৰু যদি তেওঁলোকে সিংহলৰ দৰে স্বাধীন ৰাষ্ট্ৰ হৈ থাকিব খোজে তেনেহলেও তেওঁলোকৰ ভৱিষ্যত নিৰ্দ্ধাৰিত হৈ যায়।

ফৰমোছাৰ উপৰি দক্ষিণ-পূব এছিয়াত আন এটা ডাঙৰ সমস্যা আছে—থাইলেণ্ড, ব্ৰহ্মদেশ, পাকিস্থান আদি চুবুৰীয়া দেশত গণ-তান্ত্ৰিক পদ্ধতিৰ চৰকাৰৰ পতন ঘটি সামৰিক একনায়কত্ববাদৰ উদ্ভৱ হৈছে। এই এক গুৰুতৰ সংকট। ভাৰত ইয়াৰ নিৰৱ দৰ্শক হৈ থাকিব নোৱাৰে। সিংহল- আৰু ভাৰত চৌপাশে অগণ-তান্ত্ৰিক সামৰিক একনায়কত্ববাদৰ দ্বাৰা পৰিবেষ্টিত ক্ষুদ্ৰ গণতন্ত্ৰ হৈ পৰিছে। প্ৰধান মন্ত্ৰীয়ে কবৰ দৰে কৰাচীৰ পৰা সময়ে সময়ে আয়ুব খানে দি থকা বিবৃতিবিলাকত বেছি গুৰুত্ব দিব নালাগে। কিন্তু এই কথাও ঠিক যে একনায়কত্ববাদ অকল তাৰ সৃষ্টিকাৰী দেশৰেই বিপদ নহয়, ওচৰ-পাজৰৰ দেশবিলাকৰো বিপদৰ কাৰণ।

পাকিস্থান এখন সমস্যা-সংকুল দেশ। পাকিস্থানৰ সমস্যা-বিলাক ইমান জটিল যে সিবিলাকক কোনো দিনেই সমাধান কৰিব পৰা হোৱা নাই। শাসনৰ পিছত শাসন আহিছে, প্ৰত্যেকৰে পতন ঘটিছে। প্ৰত্যেকটো আমোলেই সমস্যা সমাধান কৰাতকৈ বৃদ্ধিহে কৰি দিছে। জেঃ আয়ুব খানৰ ৰাষ্ট্ৰপতিত্বত যি সামৰিক শাসন প্ৰতিষ্ঠিত হৈছে সিও কোনো সমস্যাৰ সমাধান কৰিব নোৱাৰে যেন বোধ হৈছে। প্ৰত্যেক সামৰিক একনায়কত্ববাদৰে এটা

নিহিত বিশেষত্ব থাকে—তেওঁলোকে ক্ষীপ্ৰতাৰে কাম কৰিব খোজে, আৰু যেতিয়া তাত ব্যৰ্থ হয় তেতিয়া বিদেশ অভিযানত লিপ্ত হয়। তেওঁলোকে মাথনতকৈ বন্দুকক আগঠাই দিয়ে, কাৰণ বন্দুকৰ কথা বেছিকৈ বুজে। এতিয়ালৈকে পাকিস্থানৰ সংসদী গণতন্ত্ৰী চৰকাৰৰ সৈতে আমাৰ সম্পৰ্ক ঘটি আছে, আৰু তথাপিও তেওঁলোকৰ সৈতে থকা আমাৰ কোনো সমস্যাৰেই সমাধান হোৱা নাই। সামৰিক একনায়কত্ববাদৰ সৈতে সম্পৰ্ক ৰাখিবলৈ যাব লগা কাৰণে আমাৰ মনোভাৱ পৰিবৰ্ত্তিত হব লাগিব। ইয়াৰ গুৰুত্ব বাঢ়িছে কিয়নো সেই দেশক সামৰিক সাহায্য দিয়া হৈছে আৰু সেইটোৱে বিপদৰ সম্ভাৱনা সৃষ্টি কৰিছে। ফল স্বৰূপে দুটা প্ৰশ্নৰ উদয় হৈছে—সামৰিক প্ৰশাসনক স্বীকৃতি দিয়াত আমাৰ ৰাইজৰ মৌলিক দৰ্শন আৰু আশা-আকাঙ্ক্ষাৰ ওপৰত আঘাত হানিছে; দ্বিতীয়তে, কমনৱেলথ হৈছে কিছুমান সংসদী শাসনত বিশ্বাসী দেশৰ সংস্থা; এতিয়া এই নতুন অতিথি, পাকিস্থানৰ সামৰিক প্ৰশাসন আহি পৰাত কমনওৱেলথৰ গৃহীত গাথনিত ব্যাঘাত পৰা নাইনে? প্ৰধান মন্ত্ৰীয়ে এই দুটা বিষয়ত ব্যাখ্যা দিব লাগে।

# জনজীৱনৰ দৃষ্টিত

শ্ৰীশশী শৰ্মা

অসম বিখ্যাত হেম বৰুৱা কেবাজনো। কিন্তু সম্প্ৰতি হেম বৰুৱা বুলিলে প্ৰাক্তন সংসদী সদস্য, সু-সাহিত্যিক হেম বৰুৱা বুলিহে জনা যায়। হেম-কোষৰ হেম বৰুৱা আৰু মুক্তি-সংগ্ৰামৰ অন্যতম শ্ৰেষ্ঠ গুৰীয়াল হেম বৰুৱাৰ কথা পোনতে মানুহৰ মনলৈ নাহে। বহুদিন জুৰি অসুখ ভুগি ১৯৭৭ চনৰ এপ্ৰিলৰ ন তাৰিখে পৰলোক প্ৰাপ্ত হোৱা হেম বৰুৱা আছিল একাধাৰে সুপণ্ডিত, শিক্ষক, যশস্বী সাহিত্যিক, বাগ্মীৱৰ আৰু খ্যাতনামা সংসদী সদস্য। আমাৰ জনজীৱন নিৰক্ষৰ-নিৰন্ন। তেওঁলোকে হেম বৰুৱাৰ পাণ্ডিত্যৰ উমান নাপায়, শিক্ষক হেম বৰুৱাৰ মোল নুবুজে আৰু লেখক হেম বৰুৱাৰ কোনো পুথি পঢ়া নাই। প্ৰকৃততে হেম বৰুৱাই জনজীৱনৰ কাৰণে তেনে একো লিখাও নাছিল। শিক্ষক হেম বৰুৱা প্ৰধানকৈ তেওঁৰ ছাত্ৰ-ছাত্ৰীসকলৰ মাজতে সীমিত, সাহিত্যিক হেম বৰুৱা সীমিত শিক্ষিতসকলৰ মাজত। পুথি পঢ়িব পৰা চকু নথকা কাৰণে প্ৰকৃততে সুপণ্ডিত হেম বৰুৱাৰ লগত জনজীৱনৰ সম্পৰ্ক নাছিল বুলিবই পাৰি। হেম বৰুৱাই যে দেশ-বিদেশৰ নানা সুগ্ৰন্থ পঢ়ি নিজৰ জ্ঞান-বুদ্ধিৰ কলেৱৰ বঢ়াইছিল, তেওঁৰ চিন্তা-ভাবনা যে বহু পৰিমাণে দেশ-বিদেশৰ বিভিন্ন বৰেণ্য-জনৰ চিন্তা ভাবনাৰে অনুপ্ৰাণিত হৈছিল, এই কথাৰ উমানো আমাৰ জনজীৱনে নাপাইছিল।

কিন্তু তথাপি হেম বৰুৱা জনপ্ৰিয় আছিল। নলবাৰী অঞ্চলৰ ৰাইজে তেওঁক 'আমাৰ হেম বৰুৱা' বুলিহে কৈছিল। হেম বৰুৱা যিটো ৰাজনৈতিক দলৰ সদস্য আৰু নেতা আছিল, সেই দলটোৰ সংগঠন আছিল তেনেই দুৰ্বল। দলটোৱে ক্ৰমে ছচিয়েলিষ্ট, প্ৰজা-ছচিয়েলিষ্ট, সংযুক্ত ছচিয়েলিষ্ট আদি নাম লৈছিল। গাৱেঁ ভূঞে এই দলৰ সদস্য-সংখ্যা আছিল তেনেই কম, সংগঠন নাছিলেই বুলিব লাগে। অথচ ১৯৫৭/১৯৬২/১৯৬৭ এই তিনিও-বাৰৰ সাধাৰণ নিৰ্বাচনত সংসদী সদস্যৰূপে বিপুল ভোটাধিক্য লাভ কৰি হেম বৰুৱা লোকসভালৈ নিৰ্বাচিত হৈছিল। ৰাইজে বিধান সভালৈ নিৰ্বাচন কৰে কংগ্ৰেছী বা সমাজতান্ত্ৰিক দলৰ প্ৰাৰ্থী; কিন্তু সংসদৰ কাৰণে নিৰ্বাচন কৰে হেম বৰুৱাক। এই কাল ছোৱাৰ অসমত কংগ্ৰেছ দলৰ বিৰাট পয়োভৰ। কিন্তু নিৰ্বাচনৰ সময়ত দগধা কংগ্ৰেছীয়েও ফুচফাচকৈ হেম বৰুৱাক সমৰ্থন কৰিবলৈ ক'বলৈ এৰা নাছিল। আনকি বিধান সভাৰ কংগ্ৰেছী প্ৰাৰ্থীয়েও। ১৯৫৭ চনৰ নিৰ্বাচনৰ সময়ৰ কথা। হেম বৰুৱা লোকসভাৰ প্ৰাৰ্থী। আমাৰ অঞ্চলত বিধান সভাৰ কংগ্ৰেছ দলৰ প্ৰাৰ্থী আছিল নলবাৰী মহাবিদ্যালয়ৰ তেতিয়াৰ উপাধ্যক্ষ শ্ৰীপ্ৰভাতচন্দ্ৰ গোস্বামী আৰু সমাজতান্ত্ৰিক দলৰ আছিল শ্ৰীতৰুণ সেন ডেকা। কংগ্ৰেছৰ নিৰ্বাচনী সভা এখন আমাৰ গাওঁতে বহিছে আৰু তাত কংগ্ৰেছ প্ৰাৰ্থী প্ৰভাতচন্দ্ৰ গোস্বামী প্ৰমুখ্যে কেবাজনেও ভাষণ দিছে। মাজতে শ্ৰীমহীৰাম বৈশ্য বোলা খেতিয়ক এজনে থিয় দি সুধিলে,—"আমি ওপৰৰ ভোটটো হেম বৰুৱাক হে দিব খুজিছোঁ।" লগে লগে প্ৰভাতচন্দ্ৰ গোস্বামীয়ে কৈ উঠিল,—"আমি তলৰটোহে (বিধান সভাৰ) বিচাৰিছোঁ।" অৱশ্যে সিবাৰ প্ৰভাতচন্দ্ৰ গোস্বামী হাৰিল, তৰুণ সেন ডেকাহে জিকিল। পিছৰবাৰৰ পৰা তৰুণ সেন ডেকাও হাৰিবলৈ ধৰিলে। কিন্তু নলবাৰীৰ ৰাইজে হেম

বৰুৱাক যি ভোট দিবলৈ শিকিলে, শেষলৈ দিয়ে থাকিল। ১৯৭২ চনৰ নিৰ্বাচনত হেম বৰুৱাও হাৰিল। কিন্তু নিৰক্ষৰ জনসাধাৰণে '৭২ চনতো হেম বৰুৱাকে সমৰ্থন কৰিছিল।

অলপতে খাটা মৌজাৰ বালিলোচা গাৱঁৰ শ্ৰীধৰ্ম ডেকা বোলা ৬৫ বছৰীয়ামান লোক এজনক লগ পাইছিলোঁ। তেওঁ বালি-লোচা মন্দিৰৰ কাষতে এখন চাহ দোকান পাতিছে। খবালিৰ দিনত মন্দিৰলৈ সৰহকৈ যাত্ৰী আহিলে দোকানত চাহ-মিঠাই বেচা যায়,—চাহ আৰু নাৰিকলৰ লাড়ু। তেতিয়া দুপইচা ৰোজ-গাৰ হয়। বাৰিষা যাত্ৰী বৰ পাতল, দোকানৰ অৱস্থাও হয় তথৈবচ। গতিকে বাৰিষা পৈত্ৰিক মাটি তিনি বিঘাত খেতি কৰি পেট প্ৰবৰ্তোৱাৰ দিহা কৰে। এইজন ধৰ্ম ডেকাই ক'লে বোলে তেওঁলোকে '৭২ চনলৈকে হেম বৰুৱাকে সমৰ্থন দি আহিছিল। তেওঁৰ মতে '৭২ চনতো সামান্যসকলে হেম বৰুৱাকে সমৰ্থন কৰিছিল। শিক্ষিত নিবনুৱাসকলেহে চা-চাকৰিৰ লোভত কংগ্ৰেছৰ হকে অভিযান চলাই ফুৰিছিল। সামান্যজনে হেম বৰুৱাক এতিয়াও ভাল পায়, হেম বৰুৱাৰ বিয়োগৰ কথা ভাবিলেই তেওঁলোকৰ হিয়াৰ আমঠু কলা পৰে, হেম বৰুৱাৰ বিয়োগ ঘটা বুলি ভাবিবলৈ তেওঁলোকে টান পায়।

হেম বৰুৱাক কি কাৰণে ইমান ভাল পায় তাৰ কাৰণ সুধিলত শ্ৰীধৰ্ম ডেকাই ক'লে,—"হেম বৰুৱাই আমাকো ভাল পাইছিল। তেওঁ ৰাইজৰ অন্তৰৰ কথা যেনেকৈ বুজিছিল, আনে তেনেকৈ নুবুজে। আনে তেওঁলোকৰ নিজৰ কথাহে ৰাইজক কৈ যায়। কিন্তু হেম বৰুৱাই কৈছিল ৰাইজৰ অন্তৰৰ কথা। তেওঁ আমাক একো দিয়া নাছিল, কিন্তু আমাৰ মনৰ কথা বুজিছিল। তেওঁত বাহিৰে আমাৰ মনৰ কথা বুজা আন কোনো নেতাকে আমি লগ পোৱা নাই।" হেম বৰুৱাৰ কথা কৈ থাকোঁতে আমি

শ্ৰীডেকাৰ মাত থোকাথুকি হোৱা অনুভৱ কৰিছিলোঁ। জন-জীৱনৰ সৰলতাৰ স্বৰূপ উপলব্ধি কৰিব পাৰি ভাবিবলৈ বাধ্য হৈছিলোঁ, এওঁলোকৰ সৰলতাৰ ভেঁটিত ৰাজনৈতিক নেতাসকলে কি দৰে দলীয় আৰু ব্যক্তিগত স্বাৰ্থ সাধন কৰে।

বাঁহজানী মৌজাৰ ভদ্ৰা গাৱঁৰ শ্ৰীনৰেন্দ্ৰনাথ তালুকদাৰ '৪২ৰ মুক্তি-সংগ্ৰামী। দেশ স্বাধীন হোৱাৰ পিছত্ তেওঁ চৰকাৰী মণ্ডল চাকৰিত সোমায়, এতিয়া কানন-গো। হেম বৰুৱা বিষয়ক আলোচনাত যোগ দি তেওঁ হেম বৰুৱাৰ জনপ্ৰিয়তাৰ কাৰণ বিশ্লেষণ কৰি ক'লে—"হেম বৰুৱা আছিল '৭৭ চনৰ জনতা-চৌৰ দৰে। কিয় বা কি কাৰণে ৰাইজে হেম বৰুৱাক সমৰ্থন কৰে বা ভাল পায় তাৰ যুক্তি বা কাৰণ নাই। হেম বৰুৱাৰ নামটো শুনিছে, সেয়ে যথেষ্ট।" আমি কুহুলিয়াই কুহুলিয়াই 'হেম বৰুৱা চৌ'ৰ গুৰি ক'ত সুধিলত তেওঁ ক'লে—"দেশৰ অন্যান্য নেতাৰ বিৰুদ্ধে জাল-ভেজাল আদি নানা দুৰ্নীতিত লিপ্ত থকাৰ কথা ৰাইজে শুনে। কিন্তু হেম বৰুৱাৰ বিৰুদ্ধে তেনে অভিযোগৰ কথা ৰাইজে কেতিয়াও শুনা নাই। গতিকে ৰাইজৰ মানত হেম বৰুৱা পবিত্ৰ, সুন্দৰ। হেম বৰুৱাৰ নাম শুনিলেই ৰাইজ পাগল।" বিৰোধী দলে হেম বৰুৱাৰ বিৰুদ্ধে নিৰ্বাচনী অভিযানত কেনে কথা কৈছিল সেই বিষয়ে সুধিলত শ্ৰীতালুকদাৰে ক'লে, "হেম বৰুৱা মানুহজনৰ বিৰুদ্ধে কোৱা আমি শুনা নাই। হেম বৰুৱাৰ দলৰ বিৰুদ্ধেহে কৈছিল। তেওঁৰ দলটো যে অতি দুৰ্বল, সেই দলত থকা হেম বৰুৱাই যে সংসদী গণতন্ত্ৰত ৰাইজৰ বিশেষ কল্যাণ সাধিব নোৱাৰে, তেনে কথাহে তেওঁৰ বিৰোধী দলৰ নেতাসকলে কোৱা শুনিছিলোঁ।" শ্ৰীতালুকদাৰে ইমানলৈকে ক'লে বোলে,—"হেম বৰুৱাৰ বিৰোধীসকলে তেওঁৰ ব্যক্তিগত জীৱনত আক্ৰমণ কৰিবলৈ ভয় পাইছিল। তেনে কৰিলে ৰাইজে

প্ৰতিপক্ষক ক্ষমা নকৰিব বুলি বৰিয়াকৈ বুজিছিল।”

হেম বৰুৱাই কিন্তু তেওঁৰ দলক হে ভাল পাইছিল, আৰু এই দলৰ মাজেদিয়ে ৰাইজৰ সেৱা কৰিবলৈ বিচাৰিছিল। এই কথাৰ সম্ভেদ পালোঁ ধৰ্মপুৰ মৌজাৰ চামতা গাৱঁৰ শ্ৰীবস্তিৰাম দাসৰ পৰা। শ্ৰীদাসৰ বৰ্তমান বয়স সত্তৰৰো অধিক। তেওঁৰ শিক্ষা-দীক্ষা তেনেই সামান্য। পৈত্ৰিক মাটিত খেতি-বাতি কৰি কোনো-মতে পেট প্ৰবৰ্তাই আছে। এৱেঁ মুক্তি-সংগ্ৰামত অংশ গ্ৰহণ কৰিছিল, আজি সত্তৰৰ অধিক বয়সতো এওঁৰ চকুৱে-মুখে, কথাই-কামে মুক্তি-সংগ্ৰামীৰ তেজ বৰ্তমান। দেশ স্বাধীন হোৱাৰ পিছত শাসনত অধিষ্ঠিত কংগ্ৰেছী লোকৰ ত্যাগতকৈ ভোগ আৰু প্ৰতি-পত্তিৰ লিপ্সা দেখি আন বহুতৰ দৰে এৱেঁ তেতিয়াৰ ছচিয়েলিষ্ট দলত যোগ দিছিল। অসমৰ হৰেশ্বৰ গোস্বামী, লক্ষ্মী প্ৰসাদ গোস্বামী, শংকৰ বৰুৱা, বিপিনপাল দাস, লক্ষ্যধৰ চৌধুৰী, হোমেশ্বৰ চৌধুৰী, উমেশ চৌধুৰী, উমাকান্ত শৰ্মা প্ৰমুখ্যে ছচিয়েলিষ্ট দলৰ নেতাসকলৰ লগত তেওঁৰ ঘনিষ্ঠ সম্পৰ্ক; হেম বৰুৱাৰ লগতো। আনকি ৰাম মনোহৰ লোহিয়া, অশোক মেহতা প্ৰমুখ্যে নেতাসকল আহিলেও চামতাত সভা-সমিতিৰ আয়োজন কৰাৰ দায়িত্ব বস্তিৰাম দাসৰ। পঞ্চাশৰ দশকৰ কথা। অশোক মেহতা আহিছে। তেওঁ নলবাৰীৰ সভাত বক্তৃতা দিওঁতেই ৰাতি হ’ল, চামতাৰ সভাত ভালেখিনি ৰাতিয়েই হ’ল। তেতিয়া নদীৰ দলংবোৰ হৈ উঠা নাছিল। গতিকে মেহতা প্ৰমুখ্যে দলটো নিশাটোৰ কাৰণে চামতাতে জিৰাব লগা হ’ল। কিন্তু চামতা গাৱঁলীয়া ঠাই, এই বিশিষ্ট আলহীসকলক ৰাখে ক’ত! ওচৰতে লখোপুৰত এখন চৰকাৰী কৃষিপাম আছিল, তাত এটা জিৰণি চ’ৰাও আছিল। গতিকে মেহতা আৰু তেওঁৰ লগৰ দলটো তাতেই জিৰোৱাৰ সিদ্ধান্ত হ’ল। মেহতাৰ লগত হেম বৰুৱা,

লক্ষ্যধৰ চৌধুৰী প্ৰমুখ্যে কেবাজনো অসমৰ নেতা। এওঁলোকৰ সেৱা-শুশ্ৰূষাৰ দায়িত্বত আছিল বস্তিৰাম দাস। নিশা খোৱা-লোৱা হ'লত আটায়ে শুলে। হেম বৰুৱাই কিন্তু বস্তিৰাম দাসহঁতৰ লগত দলীয় সংগঠনৰ কথাহে পাতিলে। কথা চলিয়ে থাকিল। এঘুমটি মাৰি উঠি লক্ষ্যধৰ চৌধুৰীয়ে বাহিৰত মানুহৰ মাত শুনিলে। দুৱাৰ মেলি চাই দেখে হেম বৰুৱাই বস্তিৰাম দাসহঁতৰ লগত তামোল চোবাই চোবাই কথা পাতিয়ে আছে। ঘড়ীলৈ চাই দেখে তেতিয়া শেষ নিশা ৩ বজা। বস্তিৰাম দাসৰ মতে হেম বৰুৱাই দলৰ সংগঠনৰ কথা পাতিলে আনকি খোৱা-লোৱাৰ কথাও পাহৰিছিল। এই কাৰণে দলৰ কৰ্মীসকলে তেওঁক শ্ৰদ্ধা কৰিছিল। অসমৰ দৰে সমগ্ৰ ভাৰতৰে নেতাসকলে দল বদলালে, কোনো কোনোৱে লুটি বাগৰো ললে। ৰাইজে ভাবে যে কংগ্ৰেছত যোগ দিয়া হ'লে হেম বৰুৱা মন্ত্ৰী হ'ব পাৰিলেহেঁতেন। কিন্তু তেওঁ ৰাইজক বিশ্বাসঘাতকতা নকৰিলে। নিৰহনিপানীকৈ দলৰ প্ৰতি বিশ্বাস ৰখা হেতুকে আৰু দলৰ কাৰণে শেষলৈকে সেৱা আগবঢ়াই থকা হেতুকে ৰাইজে হেম বৰুৱাৰ সততাত আস্থা ৰাখিছিল, প্ৰাণৰ আপোন বুলি গ্ৰহণ কৰিছিল। ৰাইজৰ মানত হেম বৰুৱা মৰিও অমৰ।

বস্তিৰাম দাসৰ লগত কথা পাতি থাকোঁতে আমাৰ লগত আলোচনাত অংশ গ্ৰহণ কৰিছিলহি চামতা উচ্চতৰ মাধ্যমিক বিদ্যালয়ৰ বৰ্তমান অধ্যক্ষ শ্ৰীজ্ঞানেশ্বৰ তালুকদাৰে। শ্ৰীতালুকদাৰৰ বয়স প্ৰায় ৬০ বছৰ, তেখেত নিৰ্দলীয়। তেখেতৰ মতে হেম বৰুৱাৰ জনপ্ৰিয়তাৰ অন্যতম কাৰণ আছিল মাৰ্জিত ব্যৱহাৰিক ভদ্ৰতা। যেনে তেখেতে এটা দিশলৈ আঙুলীয়াই দিলে। হেম বৰুৱাই তামোল খায়, আনেও খায়। কিন্তু হেম বৰুৱাই য'তে ত'তে পিক নেপেলায়, চূণ নাসানে। পিক পেলাবলৈ আৱশ্যক

হ'লে তেওঁ বহু দূৰলৈ উঠি যায়। এনে কাৰ্য্য সামান্য হ'লেও বৈশিষ্ট্যপূৰ্ণ। এনেবোৰ কাৰণতো হেম বৰুৱা জনপ্ৰিয় আছিল বুলি শ্ৰীতালুকদাৰে ক'ব খোজে।

বস্তিৰাম দাসৰ লগত কথা পাতি থাকোঁতেই সুন্দৰীদিয়াৰ সাহিত্যিক শিক্ষক শ্ৰীনৰেন্দ্ৰ নাথ পাটোৱাৰী আহিও আমাৰ কথাত যোগ দিয়ে। এওঁ হেম বৰুৱাৰ ভদ্ৰতা আৰু অধ্যয়ন-শীল মনৰ কথা কয়। ২০।২৫ বছৰমান আগৰ কথা। শ্ৰীপাটোৱাৰীয়ে "শিশু শিক্ষা" বোলা এখন এধানিমান পুথি লিখে। পুথিখন প্ৰকাশ কৰিছিল বৰপেটাৰ কথা-সাহিত্যিক শ্ৰীতিলক দাসে। এই পুথিখনৰ আলোচনা এটা তেতিয়াৰ দৈনিক নতুন অসমীয়াত ওলাল। লগে লগে হেম বৰুৱাই তিলক দাসলৈ লিখি পুথিখন নি পঢ়িলে। শ্ৰীপাটোৱাৰীৰ ভাষাত—"মই এজন সামান্য লেখক, অথচ হেম বৰুৱা প্ৰথিত যশা সাহিত্যিক। তেওঁ যেতিয়া মোৰ সেই এধানিমান পুথিখন বিচাৰি নি পঢ়ে, তেতিয়া মই তেওঁৰ প্ৰতি আগ্ৰহান্বিত নহৈ কি কৰোঁ?" সেই একে প্ৰসঙ্গতে শ্ৰীপাটোৱাৰীয়ে কৈছিল যে তাৰ পিছত প্ৰকাশিত পুথি তেওঁ হেম বৰুৱালৈ পঠাইছিল আৰু পুথিখন পোৱাৰ পিছতে সমীক্ষাৰ সৈতে প্ৰাপ্তি স্বীকাৰ কৰি লিখি তেওঁক উৎসাহিত কৰিছিল। সাধাৰণতে আমাৰ দেশত লব্ধপ্ৰতিষ্ঠসকলে নৱাগত সাহিত্যিকসকলক সহজে স্বীকাৰ কৰিব নিবিচাৰে। কিন্তু হেম বৰুৱাই বয়সলৈ নাচাই গুণলৈহে চাইছিল। সেয়ে নৱাগতকো তেওঁ স্বীকাৰ কৰিছিল, উৎসাহ উদ্দীপনা দিছিল। তেওঁৰ ছাত্ৰ-ছাত্ৰীসকলৰ প্ৰতি তেওঁ প্ৰকৃত সহৃদয় বন্ধু ভাবাপন্ন থকাৰ দৰে সমাজৰ অন্যান্য তৰুণ-তৰুণীসকলকো তেওঁ সহৃদয় বন্ধুৰ দৃষ্টিৰেই গ্ৰহণ কৰিছিল, আন বহুতৰ দৰে তেওঁৰ দ্বিধা-শংকা নাছিল। সেয়ে তৰুণ সকলেও তেওঁক অন্তৰৰ অতি আপোনজন বুলি গ্ৰহণ

কৰিছিল। আমি জানো যে অসুস্থতাৰ কাৰণে নিজে কলম ধৰিব নোৱাৰা হোৱাতো তেওঁ চিঠি-পত্ৰৰ বা তেওঁলৈ পঠোৱা পুথি আদিৰ, তেওঁ পত্নী বা আনৰ দ্বাৰা হলেও লিখাই, অন্ততঃ প্ৰাপ্তি স্বীকাৰ কৰিবলৈ তেওঁ হেলা নকৰিছিল।

নলবাৰীৰ বৰভাগ অঞ্চল বানপানীৰ কাৰণে বিখ্যাত। আন ক'তো নহ'লেও বৰভাগ অঞ্চলত বানপানী হ'বই হ'ব। এই অঞ্চলৰ ৰাইজ বানপানীৰ লগত সহঅৱস্থান কৰাত অভ্যস্ত, প্ৰায় সকলোৱে ঘৰৰ ভেটি দ'লৰ দৰে ওখ আৰু প্ৰতিঘৰ মানুহৰে অন্ততঃ এটা ঘৰত শক্তিশালী আটাল আছেই আছে। কাৰণ ভেটি তল গ'লে আটালত উঠিব লাগে। বাৰিষাৰ কেইমাহ এই অঞ্চলৰ ৰাইজৰ জীউ টোপোলা বন্ধা, বিশেষকৈ সৰু সৰু ল'ৰা-ছোৱালীৰ কাৰণে। কাগজত বৰভাগত বানপানী উঠাৰ খবৰ পালেই হেম বৰুৱা দিল্লীত থাকিলেও লৰি আহিছিল,—ৰাইজক বিপদৰ সময়ত এষাৰ মাত দিবলৈ। ৰাইজে জানে আৰু হেম বৰুৱাই নিজেও খোলাখুলিকৈ কৈছিল যে তেওঁ ৰাইজক একো দিব নোৱাৰে, কেৱল চৰকাৰৰ ওচৰত ৰাইজৰ কথা দাঙি ধৰিবহে পাৰে। কমাৰ-কুছিৰ অবসৰপ্ৰাপ্ত সত্তৰ বছৰীয়া শিক্ষক শ্ৰীনন্দচন্দ্ৰ বৰুৱাৰ লগত আমি এই বিষয়ে কথা পাতিছিলোঁ। শ্ৰীবৰুৱাই ক'লে,—"বিপদৰ সময়ত মাত দিবলৈ লৰি অহা কাৰণে আমাৰ ৰাইজে তেওঁক অতি আপোন বুলি গ্ৰহণ কৰিছিল। নিৰক্ষৰ ৰাইজে আৰ মুখে তাৰ মুখে হেম বৰুৱাৰ বাগ্মিতাৰ কথা শুনিছিল। তেতিয়াৰ প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুক ৰাগ্মিতাৰে চমক লগোৱাৰ কথাও ৰাইজে শুনিছিল। আৰু ৰাইজে বিশ্বাস কৰিছিল যে কেন্দ্ৰীয় চৰকাৰক অসম বিষয়ক কথাৰ সঠিক বুজ দিব পাৰিছিল কেৱল হেম বৰুৱাইহে। সেই কাৰণে ৰাইজৰ তেওঁৰ প্ৰতি গভীৰ আগ্ৰহ। নিৰ্বাচনৰ সময়ত তেওঁ নাহিলেও ৰাইজে তেওঁকেই সমৰ্থন কৰে।"

১৯৫৯ চনৰ বানপানীক ৰবভাগৰ ৰাইজে সবাতোকৈ ডাঙৰ বুলি কয়। সিবাৰ বৰ বুকিয়া অঞ্চলৰ চিন-মোকাম নোহোৱাৰ দৰে অৱস্থা। ক'ৰবাত দুই-এটাহে ঘৰ পানীৰ মাজত মূৰ তুলি থিয় দি আছিল। সেই তাণ্ডৱ লীলাৰ মাজতো হেম বৰুৱাই ৰাইজক দেখা কৰি সমবেদনা জনাই ফুৰিছিল। অথাই বিপদৰ মাজত হেম বৰুৱাৰ মৰমৰ মাতষাৰি পাই হোজা ৰাইজে কিবা সকাহ পোৱা যেন অনুভৱ কৰিছিল। আটালত বহি অজান বিপদৰ ক্ষণ গণি থকা তিৰোতাবিলাকে কেনেবাকৈ হেম বৰুৱা যোৱা বাতৰি শুনি এপলক চাই নয়ন সাৰ্থক কৰিবলৈ উথপ্‌থপ লগাইছিল। আটালৰ পৰা আইসকলে কোৱা কথা হেম বৰুৱা আৰু তেওঁৰ লগৰীয়াসকলৰ কাণত পৰিছিল,—"হাও এ, আমাৰ হেম বৰুৱা ৰাজা কুন্ তু এ?"

আমাৰ হোজা ৰাইজে মহাত্মা গান্ধীকহে ৰাজা বুলিছিল,—'গান্ধীৰাজা'। যেতিয়া ৰাইজে 'হেম বৰুৱাকো 'ৰাজা' বোলা কৰিলে তেতিয়া বুজিব লাগিব যে ৰাইজৰ হিয়াত হেম বৰুৱাই কি আসন পাইছিল।

কামৰূপী ঢুলীয়াৰ ভাও সকলোৰে জনাজাত। পৰাধীন ভাৰতবৰ্ষত অসহযোগ আন্দোলনৰ ভাও দি এওঁলোকে আন্দোলন জনপ্ৰিয় কৰি তুলিছিল। ভাৱৰ মাজতে মহাত্মা গান্ধীক উলিয়াই ৰাইজক গান্ধীজীৰ প্ৰতিও কৌশলেৰে আগ্ৰহান্বিত কৰি তুলিছিল। স্বাধীন ভাৰতবৰ্ষতো ঢুলীয়াই ভাও দিছিল। কৈহাটীৰ ঢুলীয়াই ১৯৫৭ চনৰ তেল শোধনাগাৰ আন্দোলনৰো ভাও দিছিল। এই ভাৱত হেম বৰুৱাক শোধানাগাৰ আন্দোলনৰ নেতা পাতি কংগ্ৰেছৰ বিৰুদ্ধে অসীম সাহসীৰূপে থিয় কৰাইছিল। জনপ্ৰিয় সাংস্কৃতিক অনুষ্ঠান ঢুলীয়াৰ ভাওতো হেম বৰুৱাই মহত্বপূৰ্ণ স্বীকৃতি লাভ কৰা কথাই তেওঁৰ অতুলনীয় জনপ্ৰিয়তাৰ কথাই দহদহীয়া কৰি তোলে।

পোনতে নলবাৰীলৈ আহিলে হেম বৰুৱা প্ৰায়েই অধ্যক্ষ ত্ৰৈলোক্যনাথ গোস্বামীৰ ঘৰত থাকিছিল, খাইছিল। পিছলৈ নিগাজীকৈ থকা কৰে ডাঃ গিৰীশ চৌধুৰীৰ ঘৰত। ডাঃ চৌধুৰী হেম বৰুৱাৰ দলৰ নলবাৰী শাখাৰ কেবাবছৰ ধৰি সভাপতি আছিল। অশোক মেহতাকে আদি কৰি নেতাসকল নলবাৰীলৈ আহিলেও ডাঃ চৌধুৰীৰ ঘৰতেই জিৰাইছিল আৰু দলৰ কৰ্মীসকলৰ সৈতে কথা পাতিছিল। এই সূত্ৰেই হেম বৰুৱা-গিৰীশ চৌধুৰীৰ সম্পৰ্ক। পিছলৈ দুয়ো অভিন্ন হৃদয়ত পৰিণত হ'ল, দুয়োৰো বন্ধুত্ব ক্ৰমে ক্ৰমে পৰিয়াল বৰ্গলৈয়ো বিস্তৃত হয়। হেম বৰুৱা-গিৰীশ চৌধুৰী দুয়োৰেই অগা-পিছাকৈ বিয়োগ ঘটিল, কিন্তু পৰিয়াল দুটাৰ সম্পৰ্ক হ'লে টুটা নাই। অলপতে ডাঃ চৌধুৰীৰ পত্নী শ্ৰীমতী কুঞ্জলতা চৌধুৰীক লগ ধৰি হেম বৰুৱাৰ কথা সুধিছিলোঁ। তেওঁ ক'লে বোলে হেম বৰুৱা তেওঁলোকৰ পৰিয়ালৰ মানুহৰ দৰে হৈ পৰিছিল। তেওঁৰ কাৰণে বিছনা-পত্ৰেৰে এটা কোঠালি সদায় সুকীয়াকৈ ৰখা হৈছিল। তেওঁ নিজেও ডাঃ চৌধুৰীৰ ঘৰখন হেনো নিজৰ ঘৰ বুলিয়ে বিবেচনা কৰিছিল। কিবা লাগিলে নিজেই বিচাৰি-খোচাৰি লোৱা কৰিছিল, আনক নাপাচিছিল। শ্ৰীমতী চৌধুৰীক হেম বৰুৱাৰ খোৱা-লোৱাৰ জুতিৰ কথা সোধাত ক'লে,—"তেওঁৰ কোনো বিশেষ বস্তুৰ প্ৰতি তেনে কোনো বিশেষ ৰুচি নাছিল। যিহকে দিয়া হয়, তাকেই খায়। কিন্তু কথা পাতি পাতি খাই থাকোঁতে কি বস্তু কিমান খালে তেওঁ নিজে একো টলকিবই নোৱাৰে।" তেওঁ কেনে কথা পাতিছিল জানিবলৈ বিচৰাত শ্ৰীমতী চৌধুৰীয়ে ক'লে,—"সাধাৰণতে সাহিত্য, সঙ্গীত আৰু পুথিৰ কথাই পাতিছিল। তেওঁ খুব সঙ্গীতপ্ৰিয় আছিল। প্ৰায়েই খাই উঠি নিশা ১ বজালৈ ৰেডিঅ'গ্ৰামত গান শুনিছিল আৰু শুনি শুনি আপোন পাহৰা হৈছিল।"

ৰাজনীতি বিষয়ক কথা সোধাত শ্ৰীমতী চৌধুৰীয়ে ক'লে,—"তেওঁ ঘৰত কেতিয়াও ৰাজনীতিৰ কথা পতা আমি শুনা নাছিলোঁ। আন কোনো মানুহৰ বিৰুদ্ধে কথা পতাও আমি শুনা নাছিলোঁ।"

ডাঃ চৌধুৰীৰ ঘৰত জগত বৰ্মন বোলা ল'ৰা এজনে কেবা-বছৰো কাম কৰিছিল। জাপাৰকুছি গাৱঁৰ এই ল'ৰাজন বৰ্তমান নলবাৰী মহাবিদ্যালয়ৰ অন্যতম চকীদাৰ। হেম বৰুৱা ডাঃ চৌধুৰীৰ ঘৰলৈ আহিলে লাচনি-পাচনি কৰি হেনো তেওঁ বৰ আনন্দ পাইছিল। জগতৰ নিজৰ ভাষাত ক'বলৈ হ'লে,—"আমি আগতে তেনে মানুহ লগ পোৱা নাছিলোঁ। ডাক্তৰৰ ঘৰলৈ বহু মানুহ আহে, থাকে, খায়। আমি তেওঁলোকৰ লাচনি-পাচনি কৰোঁ। কিন্তু আন কোনেও আমাৰ ফালে ফিৰি নাচায়। হেম বৰুৱাই হলে আমাক মৰম কৰিছিল, আহিলেই আমাৰ ব্যক্তিগত খা-খবৰ কৰিছিল, আনকি আমাৰ ঘৰৰো। এনে ব্যৱহাৰ আমাৰ কাৰণে তেনেই নতুন আছিল।" সঁচাকৈয়ে নলবাৰী অঞ্চলৰ শিক্ষিত-অশিক্ষিত সকলো ৰাইজে হেম বৰুৱাক অন্যান্য ৰাজনৈতিক নেতাতকৈ বৈশিষ্ট্যপূৰ্ণ বুলি শ্ৰদ্ধা-মৰম কৰিছিল।

লেনিন, মহাত্মা গান্ধী, মাও ছে টুং আদিৰ দৰে মানৱ জাতিৰ পৰম বন্ধুসকলৰো শত্ৰু আছে, হেম বৰুৱাৰ শত্ৰু থকা তেনেই স্বাভাৱিক, কিন্তু নলবাৰী অঞ্চলৰ ৰাইজৰ মাজত তেওঁৰ শত্ৰু বা তেওঁক ভাল নোপোৱা মানুহ নাই যেনেই লাগে। যাৰেই ওচৰ চাপিছোঁ, তেৱেঁই পৰম ভাৱভক্তিৰে তেওঁৰ গুণৰ কথাহে কয়, দোষ-ত্ৰুটি কোনেও আঙুলীয়াই নিদিয়ে। ইয়াৰ কাৰণেই সম্ভৱতঃ ১৯৫৭-১৯৬৫ চনৰ ভিতৰত নলবাৰীৰ ৰাইজে কোৱা-বথনা কৰিছিল বোলে স্বয়ং প্ৰধানমন্ত্ৰী নেহৰু আহি হেম বৰুৱাৰ লগত প্ৰতি-দ্বন্দ্বিতা কৰিলেও হাৰিব। এই স্বীকৃতিয়েই হেম বৰুৱাৰ জীৱনৰ কালজয়ী কীৰ্তিস্তম্ভ।

# ৰাজনৈতিক সহকৰ্মীৰূপে

চুজাউদ্দীন আহমদ

হেম বৰুৱা এটি সৰু নাম। তাৰ মাজতেই লুকাই আছিল এটি অগ্নিস্ফুলিঙ্গ - প্ৰচণ্ড বিস্ফোৰণৰ জুইশলা কাঠি। বিৰাট ব্যক্তিত্ব-সম্পন্ন, মহা-মহীৰূহ সদৃশ এই প্ৰতিভাধৰ মহান পুৰুষজনৰ কথা মনলৈ আহিলেই চকুৰ আগত ভাহি উঠে এখন বেলেগ জগতৰ ছবি। দেশ-বিদেশত স্বকীয় প্ৰতিভাৰ স্বাক্ষৰ ৰাখি যোৱা, অসমৰ সাহিত্য কলা সংস্কৃতিৰ জগতত মচিব নোৱাৰা পদচিহ্ন ৰাখি যোৱা, ৰাজনৈতিক ৰঙ্গমঞ্চত নিজস্ব শক্তিশালী অভিনয় প্ৰতিভাৰে দেশৰ ৰাজনৈতিক নাটঘৰত খলকনি লগাই তোলা এই বিৰাট পুৰুষজনৰ সান্নিধ্য লাভৰ সুযোগ বিভিন্ন সময়ত পাইছিলোঁ। কবি-সাহিত্যিক, সাংবাদিক, সমালোচক, সুবক্তা, জননেতা, দেশ-বিদেশ ভ্ৰমণ কৰোঁতা, সংসদী সদস্য— আদি বিভিন্ন ৰূপত তেখেতক বহুতোবাৰ দেখা পাইছোঁ। কিন্তু আমাৰ আলোচ্য বিষয় তেখেতৰ ৰাজনৈতিক প্ৰতিভাৰ মূল্যাঙ্কণ হে।

একে বিধৰ ৰাজনৈতিক মতবাদত বিশ্বাস থকাৰ বাবেই তেখেতৰ সান্নিধ্যলৈ অহাৰ সুযোগ পাইছিলোঁ। নানা ঠাইত, বিভিন্ন সময়ত, বিভিন্ন কাৰণত, সাহিত্য সভাৰ অধিবেশনত, কলা সংস্কৃতিৰ আলোচনাত, শিক্ষাগত কাৰণত—ৰাজনৈতিক সভা-সমিতিত, তেখেতৰ বাস-ভৱনত—এসময়ত তেখেতে অধ্যক্ষতা

কৰা মহাবিদ্যালয়ৰ কাৰ্য্যালয়ত—য'তেই তেখেতক লগ পাইছিলোঁ। একেই ব্যক্তিত্বসম্পন্ন দৃঢ়তা, মতবাদৰ স্থিৰতা, স্থিতপ্ৰজ্ঞ চাৰিত্ৰিক বৈশিষ্ট্য, অসীম বিশ্লেষণাত্মক শক্তি, বিশাল অধ্যয়নপুষ্ট মানসিকতা, ক্ষুৰধাৰ যুক্তিবাদ, প্ৰচলিত সমাজ ব্যৱস্থাৰ প্ৰতি বীতস্পৃহা, দেশৰ যুবক শক্তিৰ ওপৰত অবিচলিত নিষ্ঠা দেখা পাইছিলোঁ। সমাজবাদৰ প্ৰতি থকা তেখেতৰ অকুণ্ঠ আৰু অবিচলিত আস্থা অসমৰ যুবকসকলৰ অনুকৰণীয় হৈ পৰিছিল। ৰাজনৈতিক সহ-কৰ্মী হিচাপে তেখেতৰ লগত বহু সভা-সমিতিত যোগ দিয়াৰ আৰু অংশ গ্ৰহণ কৰাৰ সুযোগ পাইছিলোঁ। জটিল বিষয়ৰ আলোচনাত কোনো গুৰুত্বপূৰ্ণ সিদ্ধান্ত গ্ৰহণৰ সময়ত তেখেতৰ বিশ্লেষণাত্মক দৃষ্টিভঙ্গী আৰু গভীৰ সমাজবাদী মনোভাৱৰ পৰিচয় দেখা পাইছিলোঁ। মণিপুৰৰ পাৰ-পত্ৰ প্ৰথা উচ্ছেদৰ বাবে হোৱা আন্দোলন, গোৱা সত্যাগ্ৰহৰ সময়ত সক্ৰিয় অংশ গ্ৰহণ কৰি দিয়া তেজোদীপ্ত বক্তৃতা, গুজৰাটৰ কচ্ছ অঞ্চলৰ ৰাণ উপত্যকাত হোৱা সত্যাগ্ৰহত অংশ গ্ৰহণ কৰি ঘূৰি আহি দিয়া ৰাজহুৱা সভাৰ ভাষণ—বিভিন্ন গণ-আন্দোলনত সমাজবাদী দলৰ নেতৃত্ব কৰি যুবকসকলক অনুপ্ৰাণিত কৰি তোলাত তেখেতৰ অবদান অতুলনীয়।

অসমত প্ৰথম তেল শোধনাগাৰ প্ৰতিষ্ঠাৰ আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰি সত্যাগ্ৰহী দলৰ নেতৃত্ব কৰি কাৰাবৰণ কৰাৰ পাছত ১৯৫৭ চনৰ ১৮ আৰু ১৯ অক্টোবৰত নাহৰকটীয়াত বহা সদৌ অসম তেল শোধনাগাৰ অভিবৰ্তনৰ মুকলি অধিবেশনত ভাষণ দিয়াৰ পাছত নিশা নাহৰকটীয়া উচ্চ-মাধ্যমিক বিদ্যালয়ত বহা তেল শোধনাগাৰ আন্দোলনৰ প্ৰতিনিধি সভাত বিভিন্ন বাওঁপন্থী ৰাজনৈতিক দলৰ কৰ্মীসকলৰ মাজত আন্দোলনৰ গতিপথ নিৰ্দ্ধাৰণ কৰা সম্পৰ্কে হোৱা আলোচনাত মতভেদ হোৱা সময়ত বৰুৱা-দেৱক দেখা পাইছিলোঁ—মাজ নিশাৰ গভীৰ বিতৰ্কমূলক আলো-

চনাত সক্ৰিয় অংশ গ্ৰহণ কৰি প্ৰায় বন্ধ হবৰ উপক্ৰম হোৱা প্ৰতিনিধি সভাক পুনৰ সঞ্জীৱিত কৰি তোলাৰ আপ্ৰাণ চেষ্টা কৰি স্বকীয় বিশ্লেষণাত্মক দৃষ্টিভঙ্গীৰে বিভিন্ন মতবাদ-পুষ্ট বাওঁপন্থী দলৰ প্ৰতিনিধিসকলক একগোট কৰি একে সিদ্ধান্তত উপনীত কৰাবলৈ সমৰ্থ হৈছিল। ১৯৬৯ চনৰ দ্বিতীয় তেল শোধনাগাৰ আন্দোলনৰ সময়তো একেই দৃঢ়তাৰে তেখেতক আন্দোলনত সক্ৰিয় অংশ গ্ৰহণ কৰা দেখিছিলোঁ। বিভিন্ন সময়ত হোৱা খাদ্য-আন্দোলনত, বাওঁপন্থী ৰাজনৈতিক দলসমূহৰ সন্মিলিত নেতৃত্বত হোৱা হৰতাল আদিত সক্ৰিয় অংশ গ্ৰহণ কৰি জনসাধাৰণক অনুপ্ৰাণিত কৰি তোলাৰ কথা আজিও মনত পৰে। চৰকাৰৰ খাদ্য-নীতিৰ প্ৰতিবাদত ১৯৬৪ চনৰ ২৫ চেপ্টেম্বৰত সমাজবাদী দলৰ নেতৃত্বত দেশজুৰি হোৱা "ভাৰত-বন্ধ" হৰতাল পালন, ১৯৬৫ চনৰ খাদ্য-আন্দোলন, ১৯৬৬ চনৰ ১৮ আগষ্টত চৰকাৰী খাদ্য-নীতিৰ প্ৰতিবাদত হোৱা ধৰ্মঘট, ১৯৬৬ চনৰ ৯ চেপ্টেম্বৰৰ "অসম বন্ধ" হৰতাল সম্পৰ্কীয় আলোচনা আদিত সক্ৰিয় অংশ গ্ৰহণ—আদি কৰি বিভিন্ন সময়ত দেশৰ জন-সাধাৰণক নেতৃত্ব দি অহাৰ কথা কোনেও পাহৰিব নোৱাৰে।

সংসদী সদস্য হিচাপে ১৯৫৭ চনত অসম জুৰি হোৱা প্ৰথম তেল শোধনাগাৰ আন্দোলন সংক্ৰান্ত আলোচনাত লোকসভাত তেতিয়াৰ প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰুৰ লগত যথেষ্ট বাক্-বিতণ্ডাৰ সৃষ্টি হোৱাৰ পিছত তেওঁ বৈপ্লৱিক মনোভাৱ প্ৰদৰ্শন কৰি কেন্দ্ৰীয় চৰকাৰৰ অনমনীয় দৃষ্টিভঙ্গীৰ প্ৰতিবাদত সদন ত্যাগ কৰি ওলাই আহিছিল। ১৯৬৩ চনৰ আগষ্ট মাহত সেই সময়ৰ কেন্দ্ৰীয় উদ্যোগ মন্ত্ৰী কেশৱ দেও মালব্যৰ লগত উৰিষ্যাৰ ছিৰাজুদ্দিন এণ্ড কোম্পানীক খনি সম্পৰ্কীয় বিষয়ত অযুক্তিসঙ্গত ভাবে সুবিধা দিয়াৰ সন্দৰ্ভত যুক্তি-তৰ্কৰ অৱতাৰণা কৰি নিজস্ব মতবাদত অবি-

চলিত থাকি উদ্যোগ মন্ত্ৰীক বিতৰ্কত পৰাজিত কৰি নিজৰ ৰাজ-নৈতিক বিচক্ষণতাৰ পৰিচয় দিছিল। ১৯৫৭ চনৰ পৰা ১৯৭১ চনলৈকে—একেৰাহে চৈধ্যবছৰ কাল লোকসভাৰ সদস্য হিচাপে অসমৰ জনসাধাৰণৰ স্বাৰ্থৰ হকে তেখেতে মাত মাতি অহাৰ বিষয়ে সকলোৱে জানে। অসমত প্ৰথম তেল শোধনাগাৰ প্ৰতিষ্ঠা, ব্ৰহ্মপুত্ৰৰ ওপৰত দলং নিৰ্মাণ, বঙাইগাঁৱত দ্বিতীয় তেল শোনাগাৰ স্থাপন, যোগীঘোপাৰ কাগজৰ কল প্ৰতিষ্ঠা, নামৰূপত পেট্ৰো ৰাসায়নিক প্ৰকল্প স্থাপন—আদি সকলো ধৰণৰ ঔদ্যোগিক বিকাশৰ ক্ষেত্ৰত অসমৰ স্বাৰ্থ ৰক্ষাৰ্থে লোকসভাত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। এইবিলাক সকলোৱে জনা কথা। তথাপিও প্ৰিয়জনৰ জন-হিতকৰ কাৰ্য্যাৱলী দোহাৰি আত্ম-সন্তুষ্টি লাভ কৰিছোঁ। আৰু এটা কথা এইখিনিতে উল্লেখ নকৰি নোৱাৰিলোঁ—এবাৰ সংসদৰ অধিবেশন বহি থকাৰ কালছোৱাত তেতিয়াৰ প্ৰধান মন্ত্ৰী নেহৰুৰ উপস্থিতিতে, ভাৰতৰ বিভিন্ন প্ৰান্তৰ বিখ্যাত সংসদী সদস্য-সকলৰ সাক্ষাতত লোকসভাত দিয়া বক্তৃতাৰ অভিলেখ সৃষ্টি কৰি মিনিটত এশ পচাঁশীটাকৈ ইংৰাজী শব্দ প্ৰয়োগ কৰি সংসদক চমকিত কৰি তুলিছিল। ১৯৬২ চনৰ অক্টোবৰ মাহত চীনৰ ভাৰত আক্ৰমণৰ পটভূমিত সংসদত হোৱা বিতৰ্কত ভাৰতৰ বৈদেশিক নীতি সংক্ৰান্ত বিষয়ত প্ৰধান মন্ত্ৰী নেহৰুৰ লগত সম্পূৰ্ণ এবেলা ধৰি চলা বাক্-বিতণ্ডাত যথেষ্ট যুক্তি প্ৰদৰ্শনেৰে সৈতে সেই সময়ৰ কেন্দ্ৰীয় চৰকাৰৰ ভ্ৰান্ত পৰৰাষ্ট্ৰ নীতিৰ তীব্ৰ সমালোচনা কৰি চৰকাৰক থকাসৰকা কৰিছিল। সেই যুক্তিসম্পন্ন বাগ্মিতা চিৰদিনৰ বাবে নীৰৱ হৈ গ'ল!

৯ 'এপ্ৰিল, ১৯৭৭—দিনটোৰ কথা মনত পৰিলেই দেহ-মন জিকাৰ খাই উঠে। সেইদিনাই অন্তৰ্হিত হৈছিল হেম বৰুৱাৰ দৈহিক অস্তিত্ব! শেষ দেখা হৈছিল ১৯৭৩ চনৰ ফেব্ৰুৱাৰী মাহত

—ৰঙিয়াত বহা অসম সাহিত্য সভাৰ অধিবেশনৰ সময়ত। প্ৰতিনিধি সভা শেষ কৰি সন্ধিয়া ৰঙিয়াৰ ৰাজপথত দুয়ো একেলগে বহু সময় খোজকাঢ়ি আহিছিলোঁ—নানা ধৰণৰ কথা-বতৰা পাতি —বাটত শ্ৰীযোগেশ দাস আৰু শ্ৰীনন্দ তালুকদাৰক লগ পাইছিলোঁ —আজিও মনত পৰে। তাৰ পাছত চাহ খোৱা মেজৰ কাষত বহি কথা-বতৰা পাতি উঠি তেখেতক এখন মটৰ গাড়ীত তুলি গুৱাহাটী অভিমুখে বিদায় দিছিলোঁ। ভবা নাছিলোঁ—এয়ে শেষ দেখা হব বুলি! আজি হেম বৰুৱা নাই—বৰুৱাদেৱৰ চিঠি কিছুমান সোঁৱৰণী স্বৰূপে আছে। ৰাজনৈতিক সহকৰ্মী ৰূপে তেখেতৰ নিকট সান্নিধ্যৰ বিষয়ে লিখিবলৈ কোৱাত লিখিলোঁ। কিন্তু ৰাজনীতি, সাহিত্য, সংস্কৃতি—সকলোৰে উৰ্দ্ধত হেম বৰুৱাক মই ভাল পাইছিলোঁ আৰু শ্ৰদ্ধা কৰিছিলোঁ এজন প্ৰকৃত মানুহ হিচাপেহে—কাৰণ মানুহ হিচাপে মহৎ হব নোৱাৰিলে আন কোনো বিষয়তে মহৎ হব নোৱাৰি।

# সমাজবাদী আন্দোলনত হেম বৰুৱা

শ্ৰীবিশ্ব গোস্বামী

১৯৪২ চনত মহাত্মা গান্ধীৰ নেতৃত্বত ভাৰতবৰ্ষত ঐতিহাসিক "ভাৰত ত্যাগ" আন্দোলন আৰম্ভ হয়। বৃটিছ সাম্ৰাজ্যবাদীসকলক ভাৰত ত্যাগ কৰিবলৈ আৰু দেশবাসীক "কৰা নাইবা মৰা" (do or die) বুলি দিয়া গান্ধীজীৰ আহ্বানে দেশৰ ইমূৰৰ পৰা সিমূৰলৈ বিপ্লৱৰ অগনি জ্বলাই তুলিছিল। সেই আহ্বানে হেম বৰুৱাকো স্পৰ্শ কৰিছিল আৰু তেওঁ আন্দোলনত জপিয়াই পৰি কাৰাবৰণ কৰিছিল। এয়ে আছিল হেম বৰুৱাৰ ৰাজনৈতিক জীৱনৰ সূত্ৰপাত। সেই সময়ত তেওঁ যোৰহাট জেলত আছিল আৰু তাত তেওঁ গোপীনাথ বৰদলৈ প্ৰমুখ্যে কংগ্ৰেছৰ নেতাসকলক লগ পোৱাৰ উপৰিও কুশল কোঁৱৰকো লগ পাইছিল। কুশল কোঁৱৰৰ ফাঁচীৰ সময়ত হেম বৰুৱা জেলতেই আছিল আৰু ই তেওঁৰ জীৱনত গভীৰ ৰেখাপাত কৰিছিল। হেম বৰুৱাই দিয়া ৰাজহুৱা ভাষণসমূহত সুযোগ পালেই কুশল কোঁৱৰৰ ফাঁচীৰ ঘটনাটো হুবহুভাৱে ব্যাখ্যা কৰাৰ কথাই তাৰ নিদৰ্শন দিয়ে। কুশল কোঁৱৰৰ ফাঁচীৰ পাছত হেম বৰুৱাই জেলৰ পৰা খালাচ পায়। জয়প্ৰকাশ নাৰায়ণে হাজাৰিবাগ জেলৰ পৰা পলাই আহি ৰাম মনোহৰ লোহিয়া, অচ্যুত পট্টৱৰ্দ্ধন, অৰুণা আচফ আলিৰ লগত লগ হৈ পলাতক অৱস্থাত থাকি স্বাধীনতা আন্দোলন পৰিচালনা কৰিছিল। সেই সময়ত জয়প্ৰকাশ নাৰায়ণে 'মুক্তি যুঁজাৰুসকলৈ

চিঠি' আখ্যাৰে লিখা চিঠিৰ যোগেদি আন্দোলনৰ কৰ্মসূচী দাঙি ধৰিছিল। জয়প্ৰকাশ নাৰায়ণৰ এই চিঠিয়ে মুক্তি যুঁজাৰুসকলক দেশ প্ৰেমত উদ্বুদ্ধ কৰি তুলিছিল। জয়প্ৰকাশ নাৰায়ণৰ সেই চিঠিয়ে হেম বৰুৱাৰ অন্তৰো গভীৰভাৱে স্পৰ্শ কৰিছিল।

জয়প্ৰকাশ নাৰায়ণৰ নিচিনাকৈ "কংগ্ৰেছ ছচিয়েলিষ্ট পাৰ্টি"ৰ বহুতো কৰ্মীয়ে পলাতক অৱস্থাত থাকি দেশৰ বিভিন্ন ঠাইত ঘূৰি ফুৰি স্বাধীনতা সংগ্ৰাম পৰিচালনা কৰিছিল। এই গুপ্ত আন্দোলনকাৰী কিছু লোকৰ লগত হেম বৰুৱাৰো যোগাযোগ হৈছিল, আৰু সেই যোগাযোগৰ দ্বাৰা তেওঁ গণতান্ত্ৰিক সমাজবাদৰ প্ৰতি আকৃষ্ট হৈছিল।

১৯৩৪ চনত আচাৰ্য্য নৰেন্দ্ৰ দেৱ, জয়প্ৰকাশ নাৰায়ণ, ডাঃ ৰাম মনোহৰ লোহিয়া প্ৰমুখ্যে সেই সময়ৰ ডেকা কংগ্ৰেছ কৰ্মী-সকলে কংগ্ৰেছৰ ভিতৰতে "কংগ্ৰেছ ছচিয়েলিষ্ট পাৰ্টি" নামেৰে এটা উপদল গঠন কৰিছিল। এই উপদল গঠনৰ উদ্দেশ্য আছিল কংগ্ৰেছ অনুষ্ঠানক গণতান্ত্ৰিক সমাজবাদৰ আদৰ্শত গঢ়ি তুলি ইয়াক বৈপ্লৱিক পথত পৰিচালিত কৰা। তেওঁলোকে বিশ্বাস কৰিছিল যে সেই সময়ৰ ভাৰতৰ স্বাধীনতা অৰ্জনৰ প্ৰশ্নটোৱেই মূল কথা আৰু এই স্বাধীনতা অৰ্জনৰ বাবে দেশৰ জাতীয়তাবাদত বিশ্বাসী সকলো শ্ৰেণীৰ লোকৰ লগত ঐক্যবদ্ধভাৱে এই স্বাধীনতা সংগ্ৰাম চলোৱা অপৰিহাৰ্য্য। সেই কাৰণে সমাজবাদত বিশ্বাসী লোক-সকলেও কংগ্ৰেছৰ ভিতৰতে থাকি দেশৰ স্বাধীনতা সংগ্ৰামত বৰঙণি যোগোৱাৰ লগে লগে গণতান্ত্ৰিক সমাজবাদৰ আদৰ্শ প্ৰচাৰ কৰি যাব লাগিব যাতে দেশ স্বাধীন হোৱাৰ পাছত এই আদৰ্শৰ ভিত্তিত স্বাধীন ভাৰতক গঢ় দিব পৰা সম্ভৱপৰ হয়। কংগ্ৰেছৰ ভিতৰত থকা এই ডেকা কৰ্মীসকলে এই আদৰ্শ আগত ৰাখি কাম কৰি গৈছিল আৰু কংগ্ৰেছ অনুষ্ঠানৰ নীতি নিৰ্দ্ধাৰণত যথেষ্ট প্ৰভাব বিস্তাৰ কৰিবলৈ সক্ষম হৈছিল।

১৯৪৭ চনত অসমত কংগ্ৰেছ ছচিয়েলিষ্ট পাৰ্টি গঠিত হয়। এই কংগ্ৰেছ ছচিয়েলিষ্ট পাৰ্টিত হেম বৰুৱা, শঙ্কৰ বৰুৱা, হৰেশ্বৰ গোস্বামী, লক্ষ্যধৰ চৌধুৰী, মহেন্দ্ৰ হাজৰিকা আদি লোকসকল সদস্য আছিল। ১৯৪৮ চনত কংগ্ৰেছ ছচিয়েলিষ্ট পাৰ্টি কংগ্ৰেছৰ পৰা ওলাই আহি স্বকীয়াভাৱে "ছচিয়েলিষ্ট পাৰ্টি" নামেৰে এটা পাৰ্টি গঠন কৰে। হেম বৰুৱাইও অসমৰ কংগ্ৰেছ ছচিয়েলিষ্ট পাৰ্টিৰ লোকসকলৰ লগতে কংগ্ৰেছৰ পৰা ওলাই আহি ছচিয়েলিষ্ট পাৰ্টিত যোগদান কৰে। হেম বৰুৱা লোকপ্ৰিয় বৰদলৈৰ বৰ প্ৰিয়পাত্ৰ লোক আছিল। কিন্তু সেই বৰদলৈয়েও হেম বৰুৱাক অতি চেষ্টা কৰিও কংগ্ৰেছত ৰাখিব নোৱাৰিলে। হেম বৰুৱা আৰু প্ৰবীণ গান্ধীবাদী শঙ্কৰ বৰুৱাৰ ছচিয়েলিষ্ট পাৰ্টিত যোগদানে সেই সময়ত যথেষ্ট আলোড়নৰ সৃষ্টি কৰিছিল। হেম বৰুৱা, হৰেশ্বৰ গোস্বামী, শঙ্কৰ বৰুৱা আদিৰ চেষ্টাত কম দিনৰ ভিতৰতে অসমত ছচিয়েলিষ্ট পাৰ্টিয়ে গা-কৰি উঠিবলৈ সক্ষম হৈছিল।

কংগ্ৰেছে সমাজবাদী আৰ্হিৰ সমাজ গঠনৰ প্ৰস্তাব গ্ৰহণ কৰাৰ পাছত ছচিয়েলিষ্ট নেতা অশোক মেহতাই কংগ্ৰেছত যোগদান কৰে আৰু আন পাৰ্টিৰ কৰ্মীসকলক কংগ্ৰেছত যোগদান কৰিবলৈ আহ্বান জনায়। সেই আহ্বান মতে অসমত হৰেশ্বৰ গোস্বামী আৰু অসম বিধান সভাৰ বিৰোধী দলপতি শ্ৰীলক্ষ্মীপ্ৰদাস গোস্বামী প্ৰমুখ্যে প্ৰজা-ছচিয়েলিষ্ট পাৰ্টিৰ এম. এল. এ. সকলে এক যোগে কংগ্ৰেছত যোগদান কৰে। প্ৰজা-ছচিয়েলিষ্ট পাৰ্টিৰ ইতিহাসত এইটো এটা চৰম বিপৰ্য্যয়ৰ সময় আছিল। হেম বৰুৱা সেই সময়ত দিল্লীত আছিল। দিল্লীৰ পৰা তেওঁ কংগ্ৰেছত যোগ দিয়া পাৰ্টিৰ কৰ্মীসকলৰ কাৰ্য্যক নিন্দা কৰি পাৰ্টিৰ ৰাজ্যিক কাৰ্য্যালয়লৈ চিঠি লিখে। হেম বৰুৱাৰ এই চিঠিয়ে প্ৰজা-ছচিয়েলিষ্ট পাৰ্টিৰ কৰ্মীসকলক যথেষ্ট প্ৰেৰণা যোগাইছিল। দৰাচলতে সেই সময়ত

হেম বৰুৱা পাৰ্টিত নথকাহেঁতেন অসমত প্ৰজা-ছচিয়েলিষ্ট পাৰ্টিক জীয়াই ৰখা সম্ভব হ'লহেঁতেন নে নাই কোৱা টান।

১৯৬২ চনত হৰেশ্বৰ গোস্বামী আদিয়ে কংগ্ৰেছত যোগদান কৰাৰ পাছত হেম বৰুৱা প্ৰজা-ছচিয়েলিষ্ট পাৰ্টিৰ সভাপতি নিৰ্বাচিত হয়। তেওঁ ১৯৭১ চনলৈকে অসমৰ প্ৰজা-ছচিয়েলিষ্ট পাৰ্টিৰ সভাপতি আছিল। তেওঁ প্ৰজা-ছচিয়েলিষ্ট পাৰ্টিৰ জাতীয় কাৰ্য্য-নিৰ্বাহকত ১৯৬২ চনৰপৰা ১৯৭১ চনলৈ সদস্য আছিল।

ভাৰতৰ সমাজবাদী আন্দোলনত হেম বৰুৱাৰ বৰঙণি অতুলনীয়। তেওঁ অতি গৰীব পৰিয়ালৰ পৰা অহা লোক আছিল, আৰু সেই কাৰণে শোষক শ্ৰেণীৰ লোকসকলৰ গাত থকা দোষবোৰ তেওঁৰ নাছিল। বহুতো ক্ষেত্ৰত সমাজৰ অভিজাত শ্ৰেণীৰ লোকসকলে অতি সাধাৰণ শ্ৰেণীৰ লোকসকলৰ লগত মুকলিমূৰীয়া ভাবে মিলা-মিছা কৰাৰ বাবে হেম বৰুৱাক নিন্দা কৰিছিল। এজন সু-সাহিত্যিক, কবি আৰু শিক্ষাবিদ হিচাপে হয়তো এই অভিজাত শ্ৰেণীৰ লোকসকলে হেম বৰুৱাক ওপৰৰ শ্ৰেণীৰ লোকসকলৰ মাজতহে মিলা-মিছা কৰাটো বিচাৰিছিল। কিন্তু এই লোকসকলে জনা নাছিল যে হেম বৰুৱা এজন অকল সাহিত্যিকেই বা কলেজৰ অধ্যক্ষই নাছিল—তেওঁ গান্ধীজীৰ আদৰ্শত দীক্ষিত সমাজৰ আমূল পৰিবৰ্তনত বিশ্বাসী এজন বিপ্লৱী সমাজবাদী নেতাও আছিল।

কিছুমানে ভাবে যে হেম বৰুৱা প্ৰধানতঃ সাহিত্যৰহে মানুহ আছিল, ৰাজনীতি তেওঁৰ প্ৰকৃতিৰ লগত খাপ খোৱা নাছিল। কিন্তু এইটো এটা ওপৰে ওপৰে কোৱা কথা। হেম বৰুৱাই ৰাজনৈতিক ক্ষেত্ৰত বিশেষকৈ সমাজবাদী আন্দোলন গঢ়ি তোলাৰ ক্ষেত্ৰত যি বৰঙণি যোগাই গৈছে সেয়ে প্ৰমাণ কৰে যে তেওঁ এজন উচ্চ খাপৰ ৰাজনীতিজ্ঞ আৰু পদদলিত জনসাধাৰণৰ মুক্তিৰ কাৰণে সংগ্ৰাম কৰা আগশাৰীৰ নেতা আছিল। সংসদত সুদীৰ্ঘ

১৪ বছৰ কাল সদস্য থাকিও তেওঁৰ আচাৰ ব্যৱহাৰত কোনো পৰিবৰ্তন হোৱা নাছিল আৰু তেওঁ সহজ সৰল জীৱন যাপন কৰি দুৰ্নীতিৰ আশ্ৰয় গ্ৰহণ নকৰাকৈ আছিল। সংসদৰ মজিয়াত তেৱেঁই একমাত্ৰ সদস্য যি জনে সংসদৰ সদস্য কিছুমানে কৰা কিছুমান দুৰ্নীতিমূলক কাৰ্য্য উদঙাই দি তাৰ প্ৰতিকাৰ দাবী কৰিছিল। তেওঁৰ বাবেই এসময়ৰ তেল মন্ত্ৰী কে· ডি· মালব্যই দুৰ্নীতিৰ আশ্ৰয় গ্ৰহণ কৰা অপৰাধৰ বাবে মন্ত্ৰীত্বৰ গাদীৰ পৰা আঁতৰিবলগীয়া হৈছিল। সঁচাকৈয়ে হেম বৰুৱা আদৰ্শৰ প্ৰতি গভীৰ আনুগত্য থকা এজন নিষ্ঠাবান সমাজবাদী নেতা আছিল। তেওঁ সমাজবাদী আদৰ্শৰ প্ৰতীক স্বৰূপ আছিল। Socialism is a way of life (সমাজবাদ জীৱনৰ প্ৰয়োগ নীতি)—হেম বৰুৱাই এই কথাষাৰ আখৰে ·আখৰে পালন কৰিছিল। আজিৰ অৱস্থাত এই ধৰণৰ নিষ্ঠাবান ৰাজনীতিজ্ঞ পাবলৈ টান হৈ পৰিছে। হেম বৰুৱাই তেওঁৰ আদৰ্শ আৰু নীতি কেতিয়াও পৰিত্যাগ কৰা নাছিল। তেওঁ প্ৰায়ে এইদৰে কৈছিল—"অকলে থাকি নাথাই বগুৱাবাই শ্মশানলৈ যাম, তথাপি নিজৰ নীতি বিসৰ্জন নিদিওঁ আৰু কাৰো ওচৰত শিৰ নত নকৰো।" এই কথাখিনি এজন বৈপ্লৱিক দৃষ্টিভঙ্গী থকা ব্যক্তিয়েহে উচ্চাৰণ কৰিব পাৰে।

হেম বৰুৱাই ছচিয়েলিষ্ট পাৰ্টিৰ উদ্যোগত ১৯৪৯ চনত ঘিলাধাৰী, ৰণথলী, সৰুচৰাই, মালৌথাট আদি ঠাইত হোৱা কৃষক সত্যাগ্ৰহত অংশ গ্ৰহণ কৰিছিল। তেওঁ শ্ৰমিক আন্দোলনতো অংশ গ্ৰহণ কৰিছিল। পূৰ্বোত্তৰ সীমান্ত ৰেলৱে মজদুৰ ইউনিয়নৰ ১৯৬৩ চনৰ পৰা একেৰাহে প্ৰায় ৭ বছৰ সহ-সভাপতি থাকি তেওঁ কৃতিত্বেৰে ৰেলৱে শ্ৰমিক আন্দোলন পৰিচালনা কৰিছিল। তাৰোপৰি তেওঁ কামৰূপ মিল মজদুৰ সংঘৰ কাম-কাজত সহায় কৰিছিল। ভাৰত চৰকাৰে দেশৰ কিছু অংশ পাকিস্থানক এৰি দিয়াৰ প্ৰতিবাদত

কচ্ছত হোৱা সত্যাগ্ৰহত তেওঁ দলপতি হিচাপে যোগদান কৰিছিল।

অসমত তেল শোধনাগাৰ, মালিগাৱঁত ৰেলৱে হেড কোৱাৰ্টাৰ স্থাপন আৰু ব্ৰহ্মপুত্ৰৰ দলং নিৰ্মাণ আদি দাবীৰ ভিত্তিত হোৱা আন্দোলনত হেম বৰুৱাই সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। তেল শোধনাগাৰ আন্দোলনত তেওঁ কাৰাবৰণো কৰিছিল। লোক সভাৰ মজিয়াত হেম বৰুৱাই যোগ্যতা সহকাৰে অসমৰ প্ৰতিটো ন্যায্য দাবী উত্থাপন কৰিছিল। তেওঁৰ বাহিৰে আন কোনেও এইদৰে অসমৰ সমস্যাসমূহৰ কথা সংসদৰ মজিয়াত তুলি ধৰা নাছিল।

সংসদৰ সদস্য হিচাপে হেম বৰুৱাৰ স্থান প্ৰথম শাৰীৰ আছিল। বাতৰি কাকতত প্ৰায় দৈনিক হেম বৰুৱাই সংসদত লোৱা ভূমিকাৰ কথা প্ৰকাশিত হৈছিল। বিশেষকৈ তেওঁ সংসদত কৰা প্ৰশ্নসমূহে চৰকাৰৰ পক্ষক জৰ্জৰিত কৰাৰ উপৰিও তেওঁৰ সুখ্যাতি বঢ়াইছিল। তেওঁ প্ৰশ্ন ৰচনাৰ নতুন কৌশল উদ্ভাৱন কৰিছিল আৰু কেইবাটাও কথা এটা বাক্যতে লগ কৰি প্ৰশ্ন কৰিছিল। প্ৰশ্ন ৰচনাৰ এই কৌশলৰ বাবে মন্ত্ৰীসকলেও বিস্তাৰিত উত্তৰ দিবলৈ বাধ্য হৈছিল।

হেম বৰুৱা এজন জনতাৰ মানুহ আছিল। জনতাৰ মাজত থাকিয়েই তেওঁ সাহিত্য সেৱা কৰিছিল আৰু ৰাজনীতি কৰিছিল। জনতাৰ পৰা আঁতৰত থাকি নেতৃত্ব দিব খোজা বিধৰ ব্যক্তি তেওঁ নাছিল। এই ক্ষেত্ৰত তেওঁৰ জীৱনত গান্ধীজীৰ প্ৰভাৱ সুস্পষ্ট। মানুহৰ বিপদৰ সময়ত হেম বৰুৱাক সদায় পোৱা গৈছিল। অসমত প্ৰতি বছৰে হোৱা বানপানীৰ সময়ত হেম বৰুৱাক সদায় বানপানীৰ মাজত ক্ষতিগ্ৰস্ত ৰাইজক লগ ধৰি ঘূৰি ফুৰা দেখা গৈছিল। বিপদৰ সময়ত হেম বৰুৱাৰ আন্তৰিকতাপূৰ্ণ মুখৰ মাতষাৰে ৰাইজক সান্ত্বনা দিছিল।

গান্ধীজীয়ে-দেশ সেৱকসকলৰ আগত কিছুমান আচৰণ-বিধি তুলি ধৰিছিল। লক্ষ্যত উপনীত হ'বলৈ যি কোনো উপায় অৱলম্বন কৰা (end justifies the means) নীতি তেওঁ মানি লোৱা নাছিল। তেওঁৰ মতে বেয়া পথেৰে কোনো ভাল লক্ষ্যত উপনীত হ'ব নোৱাৰি। সেই কাৰণে শুদ্ধ আৰু ন্যায়ৰ পথত দেশৰ ৰাজনীতি পৰিচালিত হোৱা তেওঁ বিচাৰিছিল। গান্ধীজীৰ এই কথা হেম বৰুৱাই আখৰে আখৰে পালন কৰিছিল। কূট চক্ৰান্ত আৰু ষড়যন্ত্ৰৰ ৰাজনীতি হেম বৰুৱাই কেতিয়াও কৰা নাছিল। পাৰ্টিৰ এজন সহকৰ্মীক বঞ্চিত কৰি নিজে আগবাঢ়ি যোৱা পথ অনুসৰণ কৰা বিধৰ লোক হেম বৰুৱা নাছিল। আনকি কোনোবাই উপযাচি নিদিলে নিজৰ প্ৰাপ্য ঠাইখিনি অধিকাৰ কৰিবলৈও তেওঁ সংকোচ বোধ কৰিছিল। মঙ্গলদৈ লোকসভা সমষ্টিৰ উপনিৰ্বাচনত প্ৰজা-ছচিয়েলিষ্ট পাৰ্টিৰ প্ৰাৰ্থী মনোনীত কৰোতে প্ৰতিদ্বন্দ্বিতা কৰিবলৈ তেওঁ বৰকৈ ইতস্ততঃ কৰিছিল। কাৰণ এই আসনখন প্ৰকৃততে শ্ৰীলক্ষ্যধৰ চৌধুৰীৰহে প্ৰাপ্য আছিল। পাৰ্টিৰ আমি কেইজনমান কৰ্মী বিশেষকৈ শ্ৰীলক্ষ্যধৰ চৌধুৰীয়ে জোৰকৈ অনুৰোধ কৰাতহে তেওঁ প্ৰতিদ্বন্দ্বিতা কৰিবলৈ মান্তি হৈছিল। এই কৰ্মীসকলৰ ভিতৰত শ্ৰীপ্ৰমোদ বৰ্মন, শ্ৰীলক্ষ্যধৰ চৌধুৰী আৰু শ্ৰীকমলনাৰায়ণ চৌধুৰীৰ নাম উল্লেখযোগ্য।

হেম বৰুৱাই গোটেই জীৱনটো শুদ্ধ পথত থাকি সাহিত্য, সংস্কৃতি আৰু ৰাজনীতিত যথেষ্ট বৰঙণি যোগোৱা সত্ত্বেও ১৯৭১ চনৰ লোকসভা নিৰ্বাচনত তেওঁৰ বিৰুদ্ধে অমূলক আৰু অসত্য কিছুমান কথাৰ অপপ্ৰচাৰ কৰা হৈছিল। নিৰ্বাচনী অভিযানত যাওঁতে এই অপপ্ৰচাৰৰ বিৰুদ্ধে আমি ৰাইজক বুজাবলগীয়া হৈছিল। এই কথা ভাবিলে মনত বৰ বেজাৰ লাগে। এই অপপ্ৰচাৰে হেম বৰুৱাৰ মনত বৰ আঘাত দিছিল। ১৯৭১ চনৰ

নিৰ্বাচনত হেম বৰুৱাৰ পৰাজয় হয় আৰু তাৰ পাছৰে পৰা তেওঁৰ অসুখ বৃদ্ধি হয়।

সমাজবাদী আন্দোলনত হেম বৰুৱাই যোগোৱা বৰঙণিৰ কথা সমগ্ৰ ভাৰততে স্বীকৃত হৈছে। ভাৰতৰ সমাজবাদী আন্দোলনৰ নেতাসকলে এতিয়াও শ্ৰদ্ধাৰে তেওঁৰ নাম সোঁৱৰে। স্বৰ্গীয় তৰুণৰাম ফুকনৰ পাছত হেম বৰুৱাই এইদৰে সমগ্ৰ দেশতে জনপ্ৰিয় হৈ উঠিবলৈ সক্ষম হৈছিল। হেম বৰুৱাক গাঁৱৰ গৰীব শ্ৰেণীৰ লোকে নিজৰ মানুহ বুলি ভাবিছিল। তেওঁৰ মানবীয় গুণৰাজিৰ বাবে তেওঁ সাধাৰণ মানুহৰ আত্মীয় হৈ উঠিব পাৰিছিল। হেম বৰুৱাই ১৯৪৮ চনত কংগ্ৰেছ ত্যাগ কৰি ওলাই নহা হ'লে ক্ষমতাত থাকি ভোগ-বিলাসত দিন কটাব পাৰিলেহেঁতেন। কিন্তু তেওঁ ক্ষমতাৰ ৰাজনীতিৰ পৰা আঁতৰত থাকি দেশৰ শোষিত আৰু নিষ্পেষিত জনসাধাৰণৰ মুক্তিৰ বাবে গণতান্ত্ৰিক সমাজবাদী সমাজ প্ৰতিষ্ঠা কৰাৰ কাৰণে আত্মনিয়োগ কৰি গ'ল। এই কথা সমাজবাদী আন্দোলনৰ ইতিহাসত সোণালী আখৰেৰে লিখা থাকিব।

# আধুনিক অসমীয়া সাহিত্যত হেম বৰুৱাৰ স্থান

শ্ৰীত্ৰৈলোক্য নাথ গোস্বামী

যিটো সময়ত হেম বৰুৱাই কাপ হাতত লৈছিল, সেই সময়ত অসমীয়া সমাজৰ মাজত নতুন নতুন ভাবধাৰাৰ অনুপ্ৰবেশ ঘটিছে। দেশৰ মুক্তি-আন্দোলন বিয়পি পৰি দেশবাসীৰ মাজত সঞ্চাৰ কৰিছে নৱ জাগৰণ; দ্বিতীয় মহাসমৰৰ দ্ৰুত বিস্তাৰে দেশ-বিদেশত ঘটা ঘটনা-ৰাজিৰ প্ৰতি চিন্তাশীল লোকক আকৃষ্ট কৰিছে; যুদ্ধৰ ভয়াবহতা, নৃশংসতা আৰু পৈশাচিকতাই সহৃদয় জনৰ অন্তৰত জগাই তুলিছে মানবিকতাৰ আদৰ্শ; নিষিদ্ধ হৈ থকা মাৰ্ক্সীয় চিন্তাধাৰা সহজলভ্য হোৱাৰ সুযোগতে এদল লোকে ইয়াৰ মাজত বিচাৰি পাইছে এটা নতুন দিগন্তৰ উজ্জ্বল আলোক।

আধুনিক যুগৰ প্ৰথমাৰ্দ্ধত অসমীয়া সাহিত্যৰ ভেটি যুগমীয়া কৰা লেখকসকলৰ চকুৰ আগত জীৱনৰ এইবোৰ দিশ উদ্ভাসিত হৈ উঠা নাছিল আৰু অৰ্থনৈতিক বৈষম্যৰ ফলত ভাৰাক্ৰান্ত হৈ পৰা এদল মেহনতী লোকৰ যাতনা-বেদনাৰ প্ৰতিও তেওঁলোকে সজাগতাৰ পৰিচয় দিয়া নাছিল। মানুহৰ গুণগান আৰু আনকি মানুহক দেৱতা বুলি পূজা কৰা আদৰ্শৰ প্ৰতিও আধুনিক যুগৰ প্ৰথমাৰ্দ্ধৰ কোনো কোনো লেখক আকৃষ্ট হৈ পৰিছিল সন্দেহ নাই, কিন্তু এনেবোৰ কথা সূত্ৰৰ ৰূপতহে উপস্থাপিত হোৱাৰ কাৰণে লেখকৰ প্ৰাণৰ পৰশৰ উম যেন তাত নাই। ইয়াৰ কাৰণ,

বৈষ্ণৱ যুগত প্ৰচাৰিত হোৱা আদৰ্শ এক পৰম পিতাৰ সন্তান হিচাপে মানুহ-মানুহৰ মাজত যি ভাই ভাই সম্বন্ধ সেই সম্বন্ধৰ ওপৰত থকা এইসকল লেখকৰ বিশ্বাসৰ মাজত সোমাই পৰিছিল সন্দেহৰ কীট এই যুগত বিশ্বাস আৰু যুক্তিৰ মাজত সংঘাত উপস্থিত হৈছিল আৰু ইয়াৰ ফল স্বৰূপে আধুনিক অসমীয়া সাহিত্যৰ প্ৰথমাৰ্দ্ধত প্ৰকাশিত হৈছিল এক প্ৰকাৰ আপোছমুখী মনোভাব।

হেম বৰুৱাই যেতিয়া সৃষ্টিধৰ্মী সাহিত্যত হাত দি লেখত লবলগীয়া বৰঙণি আগবঢ়াবলৈ চেষ্টা কৰিছিল, তেতিয়া জীৱনৰ নতুন নতুন প্ৰমূল্য গঢ়ি উঠিব ধৰিছিল আৰু নতুন যুগৰ লেখক-সকলেও যুক্তি-নিষ্ঠাৰ পৰিচয় দিছিল। আন লেখকসকলৰ তুলনাত হেম বৰুৱা আছিল বেছি ভাব-প্ৰবণ। গতিকে সহজতে তেওঁ নতুন প্ৰমূল্যবোৰৰ প্ৰতি আকৃষ্ট হৈ পৰিছিল। পৰম্পৰাগত আদৰ্শৰ ওপৰলৈ উঠি তেওঁ যেতিয়া সমসাময়িক সমাজৰ পিনে দৃষ্টি নিক্ষেপ কৰিছিল, তেতিয়া তেওঁ দেখিবলৈ পাইছিল মানুহ-মানুহৰ মাজত বৈষম্য, অৰ্থনৈতিক অসাম্য আৰু সামাজিক অবিচাৰ। হেম বৰুৱাৰ আগতে সমাজৰ এই দিশটোৰ প্ৰতি আকৃষ্ট হৈছিল অমূল্য বৰুৱা, চক্ৰেশ্বৰ ভট্টাচাৰ্য্য প্ৰভৃতি নবীন কবিসকল। কিন্তু এইসকল কবিৰ কবিতা জনপ্ৰিয় হৈ উঠাৰ আগতে হেম বৰুৱাৰ কবিতাৰ প্ৰতি পাঠক আকৃষ্ট হৈ পৰিছিল কাৰণ হেম বৰুৱাৰ বাক্‌পটুতা আৰু কথনভঙ্গীৰ সৰসতাই তেওঁক এজন জনপ্ৰিয় নেতা কৰি তুলিছিল। যদিও হেম বৰুৱা ভাব-প্ৰবণ আছিল তথাপি ইয়ে তেওঁক অতিশয়োক্তি আৰু অত্যুক্তিৰ পিনে আগবঢ়াই নিব পৰা নাছিল কাৰণ তেওঁৰ চকুৰ আগত আছিল সমাজবাদী আদৰ্শ আৰু এই আদৰ্শই তেওঁক সদায় মাটিৰ পৃথিৱী আৰু জীয়া জীৱনৰ মাজলৈ টানি আনিছিল। গতিকে

ভাব-প্ৰবণতাই তেওঁৰ ভঙ্গীৰ মাজলৈ আনিছিল সংলগ্নতা আৰু সৰসতাহে ।

"কুকুৰ", "বেশ্যা" প্ৰভৃতি কবিতাৰ মাজেদি অমূল্য বৰুৱাই ফুটাই তুলিছিল এটা নতুন দৃষ্টিভঙ্গী । অকল বিষয়বস্তু নিৰ্বাচনৰ ক্ষেত্ৰতে নহয়, প্ৰকাশভঙ্গীৰ দিশতো ইয়াত কিছু নতুনত্ব ফুটি উঠিছিল । তথাপি অমূল্য বৰুৱা নাইবা চক্ৰেশ্বৰ ভট্টাচাৰ্য্যক নতুন কাব্য-ৰীতিৰ প্ৰতিষ্ঠাতা বোলা নাযায় কাৰণ এওঁলোক প্ৰকৃততে নতুন কাব্য-আন্দোলনৰ অগ্ৰদূতহে আছিল । প্ৰকৃতাৰ্থত হেম বৰুৱা নতুন কাব্য-আন্দোলনৰ প্ৰতিষ্ঠাতা বুলি স্বীকৃত নহলেও এই আন্দোলন জনপ্ৰিয় কৰি তোলাৰ সন্মান তেওঁৰহে প্ৰাপ্য । প্ৰাচীন চিন্তা-ধাৰাৰ ঠাই নতুন চিন্তাধাৰাই অধিকাৰ কৰা নিয়ম মানৱ-সভ্যতাৰ ইতিহাসৰ বিশেষত্ব আৰু এই বিশেষত্বৰ ওপৰতে নিৰ্ভৰ কৰে মানৱ-সমাজৰ উন্নতি । কিন্তু প্ৰাচীন ৰীতি-নীতিৰ ঠাই নতুন ৰীতি-নীতিযে অধিকাৰ কৰাৰ বাবেও যেন লাগে এক প্ৰস্তুতি-পৰ্ব । মানৱ-জীৱন আৰু তাৰ ক্ৰম-বিকাশৰ মাজত থাকে এক অখণ্ড যোগসূত্ৰ । সমাজৰ মাজত কেতিয়াবা কেতিয়াবা অৱশ্যে বৈপ্লবিক পৰিবৰ্তন উপস্থিত হোৱা দেখা যায় কিন্তু এইটো এটা সূত্ৰ নহয়, ব্যতিক্ৰমহে কাৰণ বৈপ্লবিক পৰিবৰ্তনৰ পিছৰ ইতিহাস ক্ৰম-বিকাশৰ ইতিহাস মাথোন । অসমীয়া কাব্য-সাহিত্যৰ মাজত যি ধৰণৰ নতুন চেতনাই প্ৰকাশ-লাভ কৰিলে তাৰ আগৰণুৱা হ'ল অমূল্য বৰুৱা আৰু চক্ৰেশ্বৰ ভট্টাচাৰ্য্যৰ দৰে তৰুণ কবিসকল । নতুন চেতনাৰ পম খেদি কোনো কোনো সমালোচক দেৱকান্ত বৰুৱাৰ ওচৰ পায়গৈ কিন্তু ভালকৈ বিচাৰ কৰি চালে দেৱকান্ত বৰুৱাক নতুন কাব্য-আন্দোলনৰ লগত জড়িত কৰাৰ কোনো যুক্তি নাই কিয়নো বৰুৱাৰ দৃষ্টিভঙ্গী ৰোমাণ্টিক আৰু সৰহ ক্ষেত্ৰতে তেওঁৰ উক্তি আৱেগিক ।

আধুনিক কোনো কোনো আলোচকে হেম বৰুৱাক কবি হিচাপে উচ্চ স্থান দিব নোখোজে কাৰণ এওঁলোকৰ মতে হেম বৰুৱাৰ কাব্যিক অনুভূতি অগভীৰ আৰু প্ৰকাশভঙ্গী গদ্য ধৰ্মী। এইটো সঁচা কথা যে হেম বৰুৱাৰ কবিতাত স্পন্দিত গদ্যৰে প্ৰয়োগ বেছি। তথাপি ঠায়ে ঠায়ে তেওঁ কাব্যিকতাৰ সুৰ পোৱাগৈ নাই বুলি কব নোৱাৰি। তেওঁৰ কেইটামান কবিতাৰ আবেদন যে গভীৰ তাত সন্দেহ কৰাৰ থল নাই। "জাৰৰ দিনৰ সপোন", "মমতাৰ চিঠি" আৰু "আইতা"ৰ সৰল বৰ্ণনাৰ মাজত কবিৰ জাগ্ৰত সহানুভূতি প্ৰকাশিত হৈছে। মানবিকতাৰ আদৰ্শৰ দিশৰ পৰা এনে কবিতাৰ সমাদৰ থাকিব বুলি আশা কৰা যায়।

হেম বৰুৱাই নিজে উৎকৃষ্ট কাব্য-সৃষ্টি কৰিব নোৱাৰিব পাৰে; তথাপি আধুনিক কবিতাৰ প্ৰসাৰতাৰ কাৰণে তেওঁ যি পৰিবেশ সৃষ্টি কৰিছিল তাৰ ফলতে লাহে লাহে নতুন কাব্য-আন্দোলনে গা-কৰি উঠিছিল বুলি কোৱাৰ থল আছে। এই বাবে মই ভাবোঁ যে আধুনিক কাব্য-আন্দোলনৰ গুৰি ধৰাৰ সন্মান হেম বৰুৱাৰ প্ৰাপ্য। মোৰ বিশ্বাস ইতিহাসে তেওঁক এই সন্মান নিদিয়াকৈ নাথাকে।

আন এটা দিশত হেম বৰুৱাৰ নাম উজ্জ্বল হৈ ৰব বুলি মোৰ ধাৰণা। এই দিশটো হ'ল ভ্ৰমণ কাহিনী ৰচনা কৰা তেওঁৰ কৌশল। হেম বৰুৱাৰ ভ্ৰমণ-কাহিনীবোৰ তথ্যগধুৰ সামাজিক, ৰাজনৈতিক প্ৰভৃতি দিশৰ বিশ্লেষণ নহয় কিন্তু এইবোৰ এক প্ৰকাৰ পৰ্য্যটকৰ ব্যক্তিগত গীতিধৰ্মী উপস্থাপন। গতিকে এইবোৰৰ মাজত আছে সৰসতা, হৃদ্যতা আৰু লেখক আৰু পাঠকৰ মাজত স্থাপন কৰিব খোজা আত্মীয়তা। বিভিন্ন প্ৰসঙ্গৰ সমাবেশ ঘটিলেও গদ্য শৈলীৰ ৰমণীয়তা আৰু প্ৰসঙ্গ উত্থাপনৰ কৌশলৰ কাৰণে ভ্ৰমণ-কাহিনীবোৰ সুখ-পাঠ্য। যেতিয়া তেওঁৰ প্ৰথম ভ্ৰমণ-কাহিনী

"সাগৰ দেখিছা" প্ৰকাশিত হয় তেতিয়া পুথিখনৰ জনপ্ৰিয়তাই হেম বৰুৱা-প্ৰেমী লোকসকলক অভিভূত কৰা কথা আমি নিজ চকুৰে দেখিছোঁ। কিন্তু জনপ্ৰিয়তাৰ মানদণ্ডেৰে সাহিত্য-কৃতিৰ মুল্যায়ন সম্ভৱ নহয় যদিও জনপ্ৰিয় হোৱাৰ কাৰণে তাৰ মুল্য নিশ্চয় কমি নাযায়। হেম বৰুৱাৰ ভ্ৰমণ কাহিনীয়ে যে এদল পাঠকক সাহিত্য-অধ্যয়নৰ প্ৰতি আকৃষ্ট কৰিছে, এই কথা মুই কৰা টান। আমাৰ সাহিত্যত ভ্ৰমণ-কাহিনী লেখক হিচাপে হেম বৰুৱাৰ নাম উজ্জ্বল হৈ ৰব বুলি কব পাৰি।

কবিতা আৰু ভ্ৰমণ কাহিনী ৰচনাৰ মাজতে হেম বৰুৱাৰ প্ৰতিভা সীমিত হোৱা নাই। "কিউপিড্ আৰু ছাইকী" আৰু "কন্নকী"ৰ দৰে ৰম্য কাহিনীৰ পুথিও তেওঁ লিখিছে। পুথি দুখনৰ মাজত থকা গদ্যশৈলীৰ লালিত্যৰ সোৱাদ পাঠক মাত্ৰেই পাব। ইয়াৰ উপৰিও তেওঁ লিখিছে সাহিত্য আৰু সংস্কৃতি বিষয়ক ভালেমান প্ৰবন্ধ। সমালোচনামুলক প্ৰবন্ধৰ সংখ্যাও তাকৰ নহয়।

হেম বৰুৱাৰ ইংৰাজী সাহিত্যৰ অধ্যয়নৰ ক্ষেত্ৰ বহল। তেওঁ এজন ইংৰাজীৰ অধ্যাপক কিন্তু এইটোৱেই তেওঁৰ ইংৰাজী সাহিত্যৰ জ্ঞানৰ পৰিচয়াত্মক দিশ নহয়। ইংৰাজী ভাষা-সাহিত্যৰ প্ৰতি তেওঁৰ আছিল প্ৰবল অনুৰাগ কাৰণ এই ভাষাৰ যোগেদিয়ে তেওঁ বহল পৃথিৱীত তোলপাৰ লগোৱা নতুন নতুন ভাবনাৰ জগত আত্মীয় সম্পৰ্ক স্থাপন কৰিবলৈ সমৰ্থ হৈছিল। কিন্তু ইংৰাজী ভাষাৰ ওপৰত দখল থকা সত্বেও তেওঁ নিজৰ মাতৃভাষাৰ প্ৰতি আছিল গভীৰভাৱে শ্ৰদ্ধাশীল। অসমীয়া ভাষা-সাহিত্যৰ উন্নতি-সাধন তেওঁৰ আছিল জীৱনৰ আদৰ্শ। এইবাবেই অসমীয়া সাহিত্যৰ বিভিন্ন দিশত সাধ্যানুসাৰে বৰঙণি যোগোৱাৰ কাৰণে তেওঁ সদায় সচেষ্ট আছিল। তেওঁৰ লেখাই কোনো কোনো দিশত অসমীয়া

সাহিত্য সমৃদ্ধ কৰিছে বুলি কলে নিশ্চয় অত্যুক্তি কৰা নহয়।

"আধুনিক সাহিত্য"ই ইংৰাজী সাহিত্যৰ প্ৰতি থকা হেম বৰুৱাৰ অনুৰাগৰ স্বাক্ষৰ বহন কৰিছে। কিন্তু "আধুনিক সাহিত্য"ত সন্নিবিষ্ট সমালোচনাৰ ওপৰত ইংৰাজ সমালোচকসকলৰ গধুৰ প্ৰভাৱ দেখিবলৈ পোৱা যায়। পিছলৈ তেওঁ কিছুমান তত্ত্বমূলক আৰু ব্যৱহাৰিক সমালোচনাত্মক প্ৰবন্ধ লিখিছে। এইবোৰ প্ৰবন্ধত মননশীলতাৰ পৰিচয় কতো কতো নিশ্চয় আছে, কিন্তু ভালেমান ৰচনাতে লেখকৰ বিশ্লেষণ বিক্ষিপ্ত ধৰণৰ। তাৰোপৰি এনে কিছুমান প্ৰবন্ধ আছে যিবোৰ অনাবশ্যকীয় তৰল তুলনাত্মক সঙ্কেতেৰে ভাৰাক্ৰান্ত। কাব্য-বিচাৰৰ দিশতে হওক নাইবা আন কোনো আলোচনাৰ দিশতে হওক বিষয়ৰ গভীৰতম স্তৰলৈ অনুপ্ৰবেশ কৰি তাৰ বৈশিষ্ট্য বিচাৰৰ চেষ্টা হেম. বৰুৱাৰ ভালেমান প্ৰবন্ধৰ মাজতে পোৱা নাযায়। বস্তুৰ উপৰিভাগৰ সৌন্দৰ্য্য-বিচাৰৰ মাজতে যেন সৰহ ক্ষেত্ৰতে তেওঁৰ মন অৱৰুদ্ধ হৈ থাকে। তাৰোপৰি, আলোচনাৰ সময়ত সঘনে ইংৰাজ বা আন ইউৰোপীয় লেখকৰ উক্তি মনলৈ অনা অভ্যাসে আলোচনাৰ কেন্দ্ৰীয় বস্তুটো সমুজ্জ্বল কৰাৰ সলনি অনুজ্জ্বল কৰিহে তোলে। হেম বৰুৱাৰ মানত টি. এছ্. ইলিয়ট আছিল আদৰ্শস্থানীয় কবি আৰু সমালোচক। ইলিয়টৰ প্ৰভাৱ তেওঁ ৰচনা কৰা কেইটামান কবিতাৰ ওপৰত অৱশ্যে আছে কিন্তু ইলিয়টী সমালোচনাৰ ঢঙ্ তেওঁৰ সমালোচনাত দেখা পোৱা নাযায়। সমালোচনাৰ ক্ষেত্ৰত সাহিত্য-তত্ত্ব সম্বন্ধীয় আলোচনাৰ অৱগতি কিছু পৰিমাণে অপৰিহাৰ্য্য কিন্তু তাত্ত্বিক দিশৰ প্ৰতি তেওঁৰ গভীৰ অনুৰাগ থকাৰ পৰিচয় ক'তো পোৱা নাযায়। সংস্কৃত আলঙ্কাৰিক সকলৰ সাহিত্য-তত্ত্ব বিষয়ক বিশ্লেষণ আৰু বিচাৰৰ লগতো হেম বৰুৱাৰ সম্বন্ধ নাছিল বুলিয়েই কব পাৰি। দাৰ্শনিক বিচাৰ-বিশ্লেষণেও তেওঁক সেই দিশলৈ আকৃষ্ট

কৰিব পৰা নাছিল। হেম বৰুৱা নিজেই এনেবোৰ ত্ৰুটিৰ প্ৰতি অবহিত আছিল আৰু কেতিয়াবা কেতিয়াবা এইবোৰ ত্ৰুটি-বিচ্যুতিৰ কথা তেওঁ নিজেই আমাৰ আগত স্বীকাৰ কৰিছিল। দৰ্শন-শাস্ত্ৰত সোমাই পৰাৰ আগ্ৰহো তেওঁৰ আছিল কিন্তু তেওঁৰ অকাল বিয়োগে জীৱনৰ এটা অলিখিত মূল্যবান অধ্যায় সমাপ্ত হবলৈ নিদিলে। তথাপি হেম বৰুৱাৰ স্মৃতি প্ৰেৰণাদায়ক আৰু উৎসাহব্যঞ্জক। প্ৰেৰণাদায়ক এই বুলিয়েই যে সক্ৰিয়ভাৱে ৰাজনীতিৰ মাজত সোমাই পৰা এগৰাকী ব্যক্তিয়ে পোন্ধৰমান বছৰৰ ভিতৰতে যিখিনি সাহিত্যৰ সৃষ্টি কৰিলে তালৈ চকু দিলে তেওঁৰ দৃঢ়তা আৰু কৰ্মনিষ্ঠাত মুগ্ধ নহৈ নোৱাৰি। হেম বৰুৱাৰ কৰ্মনিষ্ঠা আমাৰ কাৰণে এটা প্ৰেৰণা।

# হেম বৰুৱাৰ জীৱন দৰ্শন আৰু সাহিত্য

শ্ৰীঅতুলচন্দ্ৰ বৰুৱা

মানুহৰ জীৱন কামৰ সমষ্টি মাথোন। এই কৃতি বা কাম আৰু ৰচনা বা সাহিত্যৰ মাজেদি বাগ্মীনেতা হেম বৰুৱাৰ জীৱন দৰ্শনৰ মূল সূত্ৰ কি আছিল তাকে অলপ বিশ্লেষণ কৰি চাব খুজিছোঁ।

১৯৩৭ চনতে 'আৱাহন'ত 'হিয়াৰ মিলন' গল্প প্ৰকাশ কৰি অসমীয়া সাহিত্যত প্ৰথম পদক্ষেপ দিয়া শ্ৰীযুত হেমকান্ত শৰ্মা বৰুৱা বি. এ. ডাঙৰীয়ায়ে ইংৰাজীৰ এম. এ. পাছ কৰি অধ্যয়নৰ অন্তত অধ্যাপনাত আৰু তাৰ পিছত বক্তৃতা আৰু লেখনীৰে অসমৰ গৌৰৱ ভাৰতৰ আৰু বিশ্বৰ পণ্ডিত-সভাত প্ৰচাৰ কৰা হেম বৰুৱা। বাগ্মীনেতা হেম বৰুৱা আজি নাই, কিন্তু তেওঁৰ কৃতিত্বৰ কাহিনী মানুহৰ মুখে মুখে।

হেম বৰুৱাৰ জীৱনৰ মূল আদৰ্শ আমি দেখাত আছিল প্ৰধানতঃ দুটাঃ প্ৰথমটো ত্যাগ আৰু দ্বিতীয়টো দৃঢ় প্ৰতিজ্ঞাঃ ইহকাল আৰু পৰকালৰ কাৰণে কাম কৰি যাবলৈ দৃঢ় প্ৰতিজ্ঞা। তেওঁ মাজে মাজে কৈছিল আৰু লিখিছিলো, "ৰাজনীতি কৰিছোঁ ইহকালৰ কাৰণে, সাহিত্য চৰ্চ্চা কৰিছোঁ—পৰকালৰ কাৰণে।" দৃঢ় প্ৰতিজ্ঞাৰ ইঙ্গিত দি তেওঁৰ এজনা অন্তৰঙ্গ বন্ধুৱে লিখিছে যে আৱাহনৰ পাতত ত্ৰিশৰ দশকত তেতিয়াৰ হেমকান্ত শৰ্মা বৰুৱাই গল্প আৰু আলোচনামূলক প্ৰবন্ধেৰে থৰক-বৰককৈ খোজ

পেলাইছিল মাথোন—ভৱিষ্যতৰ সম্ভাৱনাৰ সিমান আশা দিব পৰা নাছিল। বক্তৃতাৰ ক্ষেত্ৰতো যোৰহাটৰ অনুষ্টুপীয়া আয়োজনৰ সাহিত্য সভা এখনতো বক্তৃতা দিবলৈ উঠি তাহানি জৱাহৰলাল নেহৰুৱে প্ৰথমে বক্তৃতা দিবলৈ উঠি ৰঙা-চঙা পৰি ঘামি-জামি যোৱাৰ দৰে গৈছিল। ১৯৩৯-৪২ চনৰ ভিতৰত ঘটা বৰুৱাদেৱৰ জীৱনৰ পৰিবৰ্তনলৈ লক্ষ্য কৰি তেওঁৰ বন্ধু মুনীন বৰকটকীদেৱে কৈছে, "ভাব হয় সেই কেইবছৰৰ চৰম বিপৰ্যয়ৰ ভাগ্য পৰিবৰ্তন আৰু আশাভঙ্গ তেওঁৰ জীৱনলৈ নহা হলে যিজন হেম বৰুৱাক লৈ অসমীয়াই আজি গৰ্ব কৰে সেইজন হেম বৰুৱাৰ পাতনি হয়তো নহ'লহেঁতেন।" এইখিনিতে থোৰতে উল্লেখ কৰা যায় যে জীৱনৰ এনে আশাভঙ্গই বহুতৰ জীৱন-তৰীৰ গতিকে তেনেই পৰিবৰ্তন কৰি দিয়ে, বহুতৰে আকৌ পাল ছিগি গৈ সি ডকা-চাকনৈয়াত পৰি পানী খাবলৈ ধৰে আৰু খেনোৰ ক্ষেত্ৰত বুৰ যোৱাও দেখা যায়। এনে পৰিস্থিতিত বৰুৱাৰ সাহসিকতা আৰু ধৈৰ্য্য অসমৰ ভাগ্য আৰু গৌৰৱৰ কথা।

হেম বৰুৱাৰ জীৱনত ত্যাগ আৰু একনিষ্ঠতাৰ আদৰ্শ হিমালয়ৰ শৃঙ্গৰ দৰে উচ্চ হৈ থাকিব। ব্যক্তিগত জীৱনত সেই মহীয়সী ত্যাগৰ গৰিমা আমি নিজে উপলব্ধি কৰিবলৈ কিঞ্চিৎ সুযোগ লভিছিলোঁ। ১৯৫৬ চন মানৰ কথা। সচৰাচৰ থকাৰ দৰে তেওঁ কৰবাৰপৰা আহি এদিন বাটৰ কাষৰ তামোলৰ দোকান এখনত চুণে-চাদাই সেলেঙি লগাই তামোল খাই আছিল। এনে সময়তে কোনোবা ফালৰ পৰা আমিও আহি সেইখিনি পালোঁহি। আমি তেতিয়া গুৱাহাটী চক্ৰৰ মাটিৰ হাকিম। পুৰণি অন্তৰঙ্গ বন্ধু যদিও দেশনেতা বাবে বৰুৱাক অলপ সমীহ কৰি চলোঁ। সৰবৰহী বৰুৱাই পোনেই কলে—"বৰুৱাদেও, আপোনালোকে হেনো বহুত মানুহক চৰকাৰী মাটি দিব লাগিছে—আমাকো এটুকুৰা নিদিয়ে

কিয় ?”—তেতিয়া বৰুৱা ডাঙৰীয়া চেনিকুঠীৰ এটা ভাড়াঘৰত কথা সাহিত্যিক যোগেশ দাসৰ লগত আছিল।—মই কথাৰ মৰ্ম সাধাৰণভাৱে বুজি লৈ কলোঁ।—“সঁচা নেকি ? আপুনি জানো দৰ্খাস্ত কৰিছে ? আপোনাৰ দৰ্খাস্ত দেখাতো মোৰ মনত নপৰে ! মন্ত্ৰীৰ হাতত দিছে যদি সি এতিয়াও আমাৰ হাত পোৱাহি নাই।” —তেওঁ কলে, “নাই দিয়া, দিম বাৰু। মনত ৰাখিব কিন্তু। পিছে এটা কথা দেই, মোক চৰকাৰী মাটি নালাগে—কেইদিননো থাকিম হেৰি ? ‘ৰবাৰ ঘৰত তৰাৰ গাঁথি, বৰা থাকিব কেই ৰাতি ?’ ভাড়াঘৰত বা পৰৰ ঘৰত থকাই দেখোন ভাল। আমি পৰৰ ঘৰতে ওপজো আৰু পৰলৈয়ে ঘৰ-বস্তু এৰি থৈ যাওঁ—নহয় জানো ?”

—“তেনেহলে মাটি কিয় লাগে ? কাৰ কাৰণে লাগে ?”

—“মোক নালাগে ঃ মোৰ কলেজটোৰ বাবেহে লাগে। ভাড়াঘৰত কলেজ আৰু কিমান দিন চলাম বাৰু ?”

মোৰ তেতিয়া মনটো গধুৰ লাগিছিল। ঘূৰি আহি ভাবিছিলো —ভব্যগব্য নায়ক অধিনায়কসকলকো পাইছোঁ—গুৱাহাটীৰ মাটিৰ কাৰণে বুকুৰ কুটুম আদৰি নি কথা পতাৰ দৰে কথা পাতে ঃ তইহে তই, মইহে মই। বোলে মহন্তৰ চিন মাহনিত, বুঢ়া গৰুৰ চিন ধাঁহনিত ! কিন্তু এই লোকজনৰ ক্ষেত্ৰত আদৰ্শৰ কি বৈপৰীত্য !

অন্য এদিনৰ কথা। ষ্টেডিয়াম এটা গুৱাহাটীত পাতিবলৈ ৰাইজৰ প্ৰস্তাৱ পাই তেতিয়াৰ ৰাজহ মন্ত্ৰী মতিৰাম বৰাই ৰাধাগোবিন্দ বৰুৱাক শ্বিলঙলৈ মাতিলে—লগতে জিলাৰ বৰ চাহাবক নিৰ্দেশ দিলে—নথি-পত্ৰ লৈ ময়ো বৰুৱাৰ লগতে আলোচনাত যোগ দিবলৈ শ্বিলঙলৈ যাব লাগে। বৰুৱা আৰু মই দুয়ো গৈ যথাসময়ত উপস্থিত হোৱাত মন্ত্ৰীয়ে মেপ চাই ষ্টেডিয়ামৰ কাৰণে আমি দেখুৱামতে মাটি দিবলৈ স্থিৰ কৰিলে।

ষ্টেডিয়ামৰ মাটিৰ দক্ষিণ-পূব কোণত লগতে লগা ১০।১১ বিঘা মাটিৰ টেমুনা এটা ওলাল—ষ্টেডিয়ামক সেই মাটি নালাগে। মই কলোঁ—"ছাৰ, এই মাটিখিনিও এটা ৰাজহুৱা অনুষ্ঠানত দি লেঠা মাৰি থোৱা ভাল; নহলে ই আমাৰ সকলোৰে জীৱন দুৰ্বহ কৰি তুলিব। দৰ্খাস্তৰ ওপৰত দৰ্খাস্ত পৰিব।"

—"কাক দিলেনো ভাল হব ?"—মন্ত্ৰী গৰাকীয়ে সুধিলে। "কি অনুষ্ঠানৰ বাবে ?"

—"প্ৰিন্সিপাল হেম বৰুৱাই বি· বৰুৱা কলেজৰ কাৰণে লগ পালেই মুখেৰে দৰ্খাস্ত দিয়ে। তেওঁক দিয়াই বেয়া নহয় নেকি ?" —মই কলোঁ।

—"এৰাহে ! এই মানুহজনৰ প্ৰতি মোৰ শ্ৰদ্ধা হয়। পিছে তেওঁৰ দৰ্খাস্ত নাই। নাপায় বুলি দিবলৈ লাজ কৰে হবলা। দিবলৈ কব।"—এই বুলি মোৰ মেপতে মন্ত্ৰীয়ে নিজ হাতে লিখি দিলে Site for B. Borooah College· লিখাই নহয় সককৈ স্বাক্ষৰো দি থলে আৰু প্ৰস্তাৱ দিবলৈ কলে।

গুৱাহাটী পাই কথাটো উত্থাপন কৰাত উপাযুক্তই পোনেই দাং খাই উঠি কলে নাই নাই, বি· বৰুৱা কলেজক দিব নোৱাৰি। সি আৰু এটা 'ট্ৰাবল স্পট্' হব। পিছত আদ্যোপান্ত কৈ মন্ত্ৰীৰ চহী থকা মেপ দেখুৱাত জানিবা মন্ত্ৰ শুনা সাপে ফণা চপৰোৱাৰ দৰে জামৰি গ'ল আৰু নীৰব হ'ল। বি· বৰুৱা কলেজৰ ভেটি মাটি এইদৰেই লাভ হৈছিল—হেম বৰুৱাৰ ত্যাগৰ মাজেদি। নিজৰ কাৰণে বৰুৱাই কিন্তু চৰকাৰী মাটি কোনো দিনে নিবিচাৰিলে।

আজিকালি সাহিত্য সভাৰ সভাপতিৰ পদটো মন্ত্ৰীৰ গাদীৰ দৰে বহুতৰ কাৰণে এটা কাম্য বস্তু হৈ পৰিছে। তাৰ বাবে কিমানে কিমান ঘূৰে আৰু আনকো ঘূৰায়, কিমান জাল পাতে,

কিমানে ছাত্র আৰু ছাত্রস্থানীয় শিষ্য-প্রশিষ্যসকলক খটায়—সেইটো সকলোৱে জনা কথা। পিছে পাঁচ দশকৰ মাজ ভাগ মানত এনে এটি গৌৰৱৰ কাৰণে হেম বৰুৱাৰ নামটো যেতিয়া উত্থাপিত হ'ল—তেতিয়া তেওঁ এই বুলি উত্তৰ দিলে যে তেওঁ সেই পদৰ বাবে তেতিয়ালৈ নিজক যোগ্য হোৱা বুলি নাভাবে, কাৰণ অসমীয়া ভাষা আৰু সাহিত্যৰ হকে তেতিয়ালৈ তেওঁ লেখত লবলগীয়া একো বৰঙণি দিব পৰা নাই।

নকলেও হব যে সেই সময়ত সমাজবাদী নেতা আৰু বাগ্মী হেম বৰুৱাৰ প্ৰতিভা উদীয়মান সূৰ্য্যৰ ৰশ্মিৰ দৰে উজ্জ্বল হৈ পৰিছিল আৰু বস্তুতঃ তেওঁৰ বক্তৃতা শুনিবৰ কাৰণে মানুহে ব্যগ্ৰ হৈ খেদি ফুৰিছিল। সাহিত্য সভাৰ সেই আহ্বানে কিন্তু হেম বৰুৱাক ৰাইজৰ আশা-আকাঙ্ক্ষা আৰু তেওঁৰ কৰ্তব্য সম্পৰ্কে বাৰুকৈয়ে সচেতন কৰি তুলিলে। তেতিয়াৰ পৰা বৰুৱাই কমেও বছৰি দুখনকৈ গ্ৰন্থ প্ৰণয়ন কৰি অসমীয়া সাহিত্যৰ ভঁৰাল চহকী কৰাত লাগি গ'ল। তেওঁ নিশ্চয় ভাবিছিল ৰাইজে তেওঁলৈ আগবঢ়োৱা সন্মানৰ আসনখন তেওঁ এদিন যোগ্যতাৰে অধিকাৰ কৰিবই লাগিব, আৰু তাৰ বাবে তেওঁ প্ৰস্তুতি চলাইছিল।

বৰুৱাৰ সঙ্গী ৰাজনীতিক বন্ধু দুই-এগৰাকীয়ে ইতিমধ্যে লুটি-বাগৰ দি ক্ষমতা আৰু ভোগ-ঐশ্বৰ্য্যৰ শীৰ্ষ-স্থানত টিঘিল-ঘিলালে; তেওঁ কিন্তু মনৰ সংকল্প আৰু দৃঢ়তা ত্যাগ নকৰিলে। তেওঁক নিবলৈ এবাৰ গোপীনাথ বৰদলৈৰ দৰে লোকেও যত্ন নকৰাকৈ থকা নাছিল: আনকি মুখ্যমন্ত্ৰীৰ প্ৰাইভেট চেক্ৰেটাৰীৰ পদবীৰ টোপ পৰ্য্যন্ত যাচিছিল বুলি শুনা যায়। কটন কলেজৰ অধ্যাপকৰ চাকৰিৰ প্ৰলোভনো—অন্য কাৰণত তেওঁলৈ আহিছিল। সেই সকলোবোৰ প্ৰলোভন হাস্যবদন বৰুৱাই ৰসিকতা কৰি হাঁহি হাঁহিয়ে উৰুৱাই দিছিল। এনেকুৱা ত্যাগৰ আদৰ্শ আজিৰ দিনত

কেইজনৰ আছে ?

বৰুৱাৰ বাগ্মিতা আৰু সাহিত্যিক প্ৰতিভাত বহু পৰিমাণে যত্নৰ ফলত আয়ত্ত কৰা সমল বুলি তেওঁ নিজে স্বীকাৰ কৰিছে। ১৯৩৮ চনৰ কথা। উচ্চ শিক্ষা লাভ কৰি নিবনুৱা হৈ বহি থকা সময়ত তেওঁ হেনো এদিন 'আৱাহন' এখন লৈ জনচেৰেক ছাত্ৰৰ আগত 'আৱাহন'ৰ প্ৰত্যেকটো গল্প, প্ৰবন্ধ, কবিতাৰে খুঁটবোৰ খুঁচৰি কটু সমালোচনা কৰিছিল। তাতে সাহসী ছাত্ৰ এজনে বিৰক্ত হৈ কলে—ছাৰ, পিছে লিখকসকলে হোৱাই-নোহোৱাই কিবা নহয় কিবা এটা লিখিবলৈ যত্ন কৰিছে—সি নিৰ্ভুল বা স্বয়ংসম্পূৰ্ণ নহবও পাৰে, আপুনি এম· এ· পাছ কৰিনো কি কৰিছে ? আপুনি নিলিখে কিয় ?—বৰুৱা স্তব্ধ হ'ল। কবলৈ গলে সেয়ে তেওঁৰ চকু মুকলি কৰিলে। তাৰ পাছতেই তেওঁ আৱাহনত আৰম্ভ কৰিলে পাৰ্ল বাকৰ বিষয়ে এখন ৰচনা, তাৰ পাছত আধুনিক নাট্য সাহিত্যত বিয়ানাম আৰু ৰোমান্স, মেটাৰলিঙ্কৰ সাহিত্য-প্ৰতিভা, আধুনিক সাহিত্যৰ লক্ষণ, আধুনিক সাহিত্যৰ প্ৰকাশভঙ্গী আদি প্ৰবন্ধ। ডাঃ হেম বৰুৱাৰ জীৱনতো ঠিক এনেকুৱা ঘটনাই ঘটিছিল। শ্বিলং মুকুল সঙ্ঘৰ এক বৈঠকত পোনতে প্ৰৱেশ কৰি ডাঃ হেম বৰুৱাই কৈছিল, "ময়ো সঙ্ঘত সোমালোঁ যেতিয়া —মোৰ জীৱনৰ অভিজ্ঞতাৰেই ময়ো সাহিত্য সৃষ্টি কৰি আনি আপোনালোকক শুনাম বুলি ভাবিছোঁ।"—তাতে এজন গা-উঠা বিধৰ সদস্যই কলে—"নালাগে আপুনি সাহিত্য ৰচনা কৰিব। ইমান দিনে ঔষধৰ 'পেচ্ক্ৰিপ্চন' লিখি থাকি আপুনি এতিয়া সাহিত্য লিখিব নোৱাৰে। আমি আপোনাক ৰেহাই দিছোঁ।" —ডাক্তৰ হেম বৰুৱাই অন্তৰত বৰ দুখ পালে। তেওঁ সেইদিনাই প্ৰতিজ্ঞা কৰিলে—বাৰু মই সাহিত্য লিখিব পাৰোঁ নে নোৱাৰোঁ —তোক দেখুৱাম ! মই সাহিত্য লিখি তোৰ পৰা বাঃবাঃ লৈছে

এৰিম। —তাৰ ফলতেই 'নৱগ্ৰহ', 'চপনীয়া', 'মোৰ ঘৰখন' আদি ৰসপুষ্ট গ্ৰন্থ প্ৰকাশত বাহিৰেও তেতিয়া 'ৰামধেনু', 'জয়ন্তী' আদি আলোচনী তেওঁৰ প্ৰবন্ধেৰে ওপচি পৰিছিল। তেৱেঁা আছিল এক হেম বৰুৱা, এৱেঁা অন্য এক হেম বৰুৱা! দুয়োৰো সাহিত্য সৃষ্টিৰ পাতনি কিন্তু একে ধৰণৰ: মনৰ জিদত উন্নত হোৱা দৃঢ় সংকল্প!

ৰাজনীতিৰ ক্ষেত্ৰত হেম বৰুৱাই মঞ্চ-বক্তা আৰু সংসদী-তাৰ্কিক হিচাপে যি কীৰ্তি ৰাখিলে তাৰ তুলনা নাই, কিন্তু সি তেওঁৰ ভাষাতেই ইহকালৰহে সম্বল। তাৰ হৰণ-ভগন হবই। কিন্তু সেই একেডোখৰ কালতে যুগপৎ তেওঁ ৰাতিক দিন কৰি, মগজু খটাই, টোপনি বঞ্চি—ৰাজনৈতিক জীৱনৰ চৈধ্যটি বছৰৰ ভিতৰতে যি ৩১ খন কিতাপ ৰচনা কৰিলে সেয়েহে তেওঁক অসমীয়া সাহিত্যত বহু কাললৈ নমস্য কৰি ৰাখিব। তালৈ লক্ষ্য কৰিয়ে ডঃ সৰ্ব্বপল্লী ৰাধাকৃষ্ণনৰ দৰে লোকেও তেওঁলৈ লিখিছিল—I am glad that you write. Nothing ultimately lasts except your writing.

বৰুৱাৰ সাহিত্য অকল জ্ঞানগৰ্ভই নহয়, অভিজ্ঞতাপুষ্ট আৰু নানা দেশৰ জ্ঞান-বিজ্ঞানৰ সমন্বয় সম্বলিতও। ৰাজনৈতিক জীৱনত তেওঁ চৰকাৰ-বিৰোধী দলত থাকিও ভাৰতৰ প্ৰতিনিধিত্ব কৰিবলৈ আমেৰিকা, ইউৰোপ, ৰুছিয়া, ইণ্ডোচীন আদি ঠাইবোৰলৈ প্ৰেৰিত হৈছিল। তেওঁৰ এইবোৰ দেশ ভ্ৰমণৰ ফলত আমি পাইছোঁ—'সাগৰ দেখিছা', 'ৰঙা কৰবীৰ ফুল', 'মেকং নৈ দেখিলোঁ' আৰু 'ইজৰাইল'—এই চাৰিখন আপুৰুগীয়া গ্ৰন্থ।

পুথিৰ পাতনিত সদায়ে গ্ৰন্থকাৰে ব্যক্তিগত কথা দুই-এফাৰ এনেকৈ কৈ থয় যে সিয়ে গ্ৰন্থকাৰৰ ৰচনাৰ পটভূমিৰ ইঙ্গিত দিয়ে আৰু বিষয়বস্তু আৰু অধিক উপভোগ্য কৰি তোলে।

পাতনিত উল্লেখ কৰা গ্ৰন্থকাৰৰ স্বীকাৰোক্তিবোৰ গ্ৰন্থ-গৰ্ভৰ সঁচাৰ-কাঠীৰ দৰে।

১৯৬৪ চনত ছপা হোৱা 'আঁচু-ফুল'ৰ পাতনিত বৰুৱাই কৈছে —"ক্ৰমাৎ মোৰ উপলব্ধি হৈ আহিছে ৰাজনীতি আৰু সাহিত্য-চৰ্চ্চা দুয়োটা বস্তু একেলগে চলাবলৈ টান। নেহৰুৰেও তেওঁৰ প্ৰায়বোৰ কিতাপ জেলত লিখিছিল।" 'মেকং নৈ দেখিলোঁ।' গ্ৰন্থৰ পাতনিত আছে —"মন নগলে কোনো কামকে মই নকৰো।" দক্ষিণ-পূব এছিয়ালৈ ৰাজনৈতিক ভ্ৰমণৰ বাবে যোৱাৰ আহ্বান ভাৰত চৰকাৰৰ পৰা অহাত তেওঁৰ হেনো "মন-ময়ূৰী চালি ধৰি উঠিছিল", কাৰণ তেওঁ জানিছিল যে "অসমৰ বুৰঞ্জী আৰু সংস্কৃতিৰ বিষয়ে ভালকৈ জানিবলৈ হলে দক্ষিণ-পূব এছিয়াৰ এই দেশসমূহৰ সৈতে, ঘাইকৈ টাইলেণ্ড আৰু লাওচৰ সৈতে, সম্বন্ধ স্থাপন কৰিব পাৰিলে ভাল "

হেম বৰুৱাই তেওঁৰ কিতাপবোৰৰ পাতনিখনক বেলেগ বেলেগ নামে অভিহিত কৰে। 'মেকং নৈ'ৰ পাতনি হ'ল—"জিলিকনি, নতুন দিল্লী ১৯৬৬।" দ্বিতীয় সংস্কৰণখন হ'ল—"আৰু একেবাৰ, গুৱাহাটী ১৯৬৮।" জিলিকনিত গ্ৰন্থসৃষ্টিৰ বেদনা কেনেকৈ জিলিকি উঠিছে মন কৰিবলগীয়া। "মেকং নৈ দেখিলো' —এই কিতাপখন বৰ কষ্টেৰে লেখিছোঁ। সময়ৰ নাটনি। সময়ৰ নাটনিৰ সৈতে সংগ্ৰাম কৰি, নিতৌ নিশা আঢ়ৈ বজালৈকে উজাগৰে থাকি —দুদিন নিশা চাৰে তিনি বজালৈকে বহি—কিতাপখন লেখিলোঁ। ইমান কষ্টকৈ কিতাপ লেখিব লাগে কিয় ? নেলেখিলেও দেখোন হয়। ৰাজনীতি কৰা মানুহৰ কাৰণে কিতাপ লেখাটো একপ্ৰকাৰ বিলাসিতা। জীৱনত যি কোনো সুযোগ-সুবিধা নাপালে, জিৰণি কি বস্তু যি নাজানিলে, তেনে মানুহে যিমান সোণকালে কিতাপ লেখা অভ্যাসটো বৰ্জন কৰিব পাৰে সিমান ভাল। মনতে বহুবাৰ

ভাবিছো, কাৰ্য্যত কিন্তু আজিও পৰিণত কৰিব পৰা নাই ।”

এই পুথিৰে দ্বিতীয় সংস্কৰণত “আৰু একেষাৰ” কওঁতে তেওঁ কৈছে—“যাৰ স্বকীয় প্ৰতিভা আছে সেইসকলৰ কথা সুকীয়া । সেইবুলি প্ৰতিভাশালীসকলৰ ক্ষেত্ৰতো যে প্ৰচেষ্টাৰ প্ৰয়োজন নাই, সেইষাৰ কথা কব খোজা নাই । ‘মেকং নৈ দেখিলোঁ’ -ভ্ৰমণ কাহিনী সাধাৰণ এক প্ৰচেষ্টা । ইয়াত প্ৰতিভাৰ সাঁচ নাই ।” -এনে স্বীকাৰোক্তি কেইজনে কৰে ? ই বৈষ্ণৱী বিনয় নহয়, গ্ৰন্থকাৰ বৰুৱাৰ অন্তৰৰ খোলা কথা ।

‘কিউপিড আৰু ছাইকী’তো তেওঁ কৈছে—(পাতনিত)—“সাহিত্য সৃষ্টিৰ বাবে অৱসৰৰ প্ৰয়োজন ।” ‘সানমিহলি’ত তেওঁ আত্মবিশ্লেষণ কৰি চাই মন্তব্য দিছে, “লেখকৰ জীৱনটোৱেই সানমিহলিৰ এটা ভগ্নস্তূপ ।” ইত্যাদি ।

‘এবাৰ পঢ়ি চাওঁ’ শিতানৰ—‘বহাগতে পাতি যাওঁ বিয়া’ বোলা গ্ৰন্থখনৰ পাতনিত আকৌ পাঠকে ‘গোঁসাইঘৰত কোন’ বুলি প্ৰশ্ন কৰাৰ সন্দেহত নিজেই প্ৰশ্নেৰে আৰম্ভ কৰিছে—“অশ্লীল ? —‘বহাগতে পাতি যাওঁ বিয়া’ কিতাপখনত উচপ খাবলগীয়াকৈ অশ্লীল কথা নাই । * * * পৃথিবীত অশ্লীল বোলা কিবা এটা বস্তু আছে বুলি নাভাবোঁ । সকলোবোৰ কথা নিজৰ মানসিক সংযম আৰু দৃষ্টিভঙ্গীৰ ওপৰত নিৰ্ভৰ কৰে । মনটো সংযত কৰিব পাৰিলে একো কথালৈ চিন্তা কৰিবলগীয়া নাই । তথাপি কোনোবাই ‘বহাগতে পাতি যাওঁ বিয়া’ কিতাপখনক যদি অশ্লীল বুলিব খোজে তেন্তে উপায় নাই ।” দৰাচলতে এই কিতাপখন বৰুৱাৰ বিবিধ যৌন-সাহিত্য অধ্যয়নৰ ফলশ্ৰুতি । দেশ-বিদেশৰ ন-পুৰণি তেওঁ অজস্ৰ যৌন-সাহিত্য অধ্যয়ন কৰিছিল । তেওঁ পাতনিত নিজেই কৈছে যে সেই সময়ত দিল্লীৰ সংসদ-ভৱনৰ পুথি-ভঁৰালত চৌত্ৰিশখন কিতাপ আছিল ; তাৰ উপৰি তেওঁৰ নিজাকৈও একে শ্ৰেণীৰ আৰু

দুই-চাৰিখন কিতাপ আছিল। সেই সকলোবোৰ তেওঁ পঢ়িছিল আৰু পঢ়ি উঠি তেওঁৰ মনত ভাব হৈছিল—এইলেখীয়া কিতাপ এখন আমাৰ ভাষাত নেলেখো কিয় ? তাতেই 'বহাগতে পাতি যাওঁ বিয়া'ৰ জন্ম। মাতৃভাষাৰ দৈন্য-দূৰীকৰণৰ এনে চিন্তা আৰু প্ৰয়াস হেম বৰুৱাৰ সাহিত্য সৃষ্টিৰ এটি মূল উৎস। প্ৰাসঙ্গিকভাৱে কোৱা যায় যে ডঃ সূৰ্য্যকুমাৰ ভূঞাই়ো সেই একে কথাকেই কৈছিল।

'পছোৱাৰ ৰেঙণি' (১৯৬৯) হেম বৰুৱাৰ অন্য এখন বিবিধ বিষয়ৰ অনুবাদ ৰচনাৰ গ্ৰন্থ। ইয়াৰ পাতনিক বোলা হৈছে—"পছোৱাৰ এসোঁতা'। তাত পোনতে তেওঁ ১৯৪৮ চনত মাহেকীয়া 'পছোৱা' আলোচনী এখন কেনেকৈ সম্পাদনা কৰিবলৈ লৈছিল আৰু তাৰ সম্পাদনা কেনে অভিনব ধৰণৰ—অন্ততঃ অসমীয়া সাহিত্যত নোহোৱা-নোপজা বিধৰ আছিল তাৰে এটি ইঙ্গিত দিছে। এবছৰ মাত্ৰ জীয়াই থকা এই মাহেকীয়া আলোচনীখনৰ সাহিত্যিক ৰৰঙণি উলামুলা বিধৰ নাছিল। ইয়াৰ ঘাই বিশেষত্ব আছিল এয়ে যে ই আছিল এখন সম্পাদকৰ নাম-স্বাক্ষৰ বহন নকৰা—অভিনৱ সাহিত্যালোচনী। ইংৰাজীত এনে আলোচনী আছে। বৰুৱাৰ নিজৰ কথাতে—"সম্পাদকীয়ৰ আৰিয়া নোহোৱা 'পছোৱা' আলোচনীয়েই সম্ভৱতঃ সম্পাদকীয়হীন প্ৰথম অসমীয়া আলোচনী।" স্ৰষ্টা থাকে অন্তৰালত, সৃষ্টি হয় প্ৰকাশ—এয়ে আছিল 'পছোৱা'ৰ বিশেষত্ব।

আলোচনী প্ৰকাশৰ পথৰ আহুকালবোৰৰ সৰস আৰু কৰুণ বিষয় বৰ্ণাই 'পছোৱা'ৰ এসোঁতাক সঁচাকৈয়ে নতুন সাহিত্যৰ এসোঁতা কৰি তুলিছে। প্ৰপন্ন শিষ্যক গুৰুজন ডঃ কাকতিয়ে দিয়া উপদেশৰেই মুক্তাফল 'পছোৱাৰ ৰেঙণি।' এই শিষ্য গ্ৰন্থকাৰ-জনাই কৈছে—"পছোৱা আলোচনীত প্ৰায়েই ভাঙনি বস্তু প্ৰকাশ কৰা হৈছিল। আন বস্তু পালেও আলোচনী একোখনলৈ প্ৰবন্ধ

পোৱাটো টান। প্ৰবন্ধ ৰচনাৰ কাৰণে বিশেষভাৱে অধ্যয়ন আৰু চিন্তাৰ প্ৰয়োজন। প্ৰবন্ধৰ বাবে হাহাকাৰ কৰি এদিন ডঃ বাণীকান্ত কাকতি দেৱৰ পৰামৰ্শ বিচাৰিলোঁ। 'ছাৰ, কি কৰো ? কিবা এটা পৰামৰ্শ দিয়ক।' ছাৰে কলে—'এটা কাম কৰা, ইংৰাজী কিতাপ, আলোচনী পঢ়া নহয় ? সেইবোৰৰ পৰা বাছি বাছি বস্তু ভাঙি আলোচনীখনত প্ৰকাশ নকৰা কিয় ?' শিক্ষাগুৰুৰ এই পৰামৰ্শটো শিৰত লৈ ইংৰাজী কিতাপ-আলোচনীৰ পৰা বহুতো বস্তু 'পছোৱা' আলোচনীত ভাঙনি কৰি দিছিলোঁ। তাৰে কিছুমানৰ সঙ্কলন হৈছে 'পছোৱাৰ ৰেঙণি' বোলা এই পুথিখন।" সঁচাকৈ জৱাহৰলাল নেহৰু, মুলকৰাজ আনন্দ, বাৰট্ৰাণ্ড ৰাছেল, এ. বাৰ্ণছ, হৰপ্ৰসাদ শাস্ত্ৰী আদি মনীষীসকলৰ বাছকবনীয়া ৰচনাৰ ভাঙনিৰে এইখন এখন মুক্তামালাৰ যুগজয়ী গ্ৰন্থ।

'ছিন্নমূল' হেম বৰুৱাৰ এখনি শেহতীয়া গ্ৰন্থ (১৯৭৩)। ই বিভিন্ন সময়ত লিখা বাৰখন বিভিন্ন বিষয়ৰ ৰচনাৰ সমষ্টি। ইয়াত তেওঁ পাতনিক 'দৃষ্টিপাত' নাম দিছে। অৰ্থনৈতিক হেঁচায়ো গ্ৰন্থকাৰক এই সময়ত কেনেকৈ জুৰুলা কৰিব ধৰিছিল—আৰু সাধাৰণতে লেখকসকলৰ আৰ্থিক অৱস্থা যে সকলোৰে প্ৰায় এনেকুৱাই হয়, তাৰ এটি মৰ্মস্পৰ্শী বৰ্ণনা দৃষ্টিপাতে দাঙি ধৰিছে। ইয়াত কথা কম, ভাব বেছি। ৰচনাবোৰৰ মাজে মাজে জ্ঞানগৰ্ভ অভিজ্ঞতা-প্ৰসূত বাণী দুই-একোটাই পাঠকক স্তব্ধ নকৰি নাথাকে, যেনে, 'বিজ্ঞানে বিচাৰে গণিত, কবিতাই সঙ্গীত' (ভাঙনি সাহিত্য); 'সাহিত্য সৃষ্টি উদ্দেশ্যধৰ্মী হোৱা উচিত' (আমাৰ সাহিত্যৰ স্বৰূপ); 'সমাজে যেনেকৈ সাহিত্য গঢ়ে, তেনেকৈ সাহিত্যয়ো সমাজ গঢ়ে' (আমাৰ সাহিত্যৰ স্বৰূপ); ইত্যাদি।

সাহিত্য অৱসৰ বিনোদনৰ সামগ্ৰী, সেইটো স্বীকাৰ কৰা যায়; কিন্তু মানসিক প্ৰস্তুতি আৰু ঐকান্তিক আগ্ৰহ নাথাকিলে—

অপৰিসীম অৰসৰ থাকিলেও সাহিত্য সৃষ্টি অসম্ভৱ। বৰুৱাই প্ৰাণান্তকাৰী পৰিশ্ৰমেৰে জননী জন্মভূমি আৰু ভাষাজননীৰ কাৰণে যিখিনি কৰি থৈ গ'ল - তেনে দ্বিতীয় এগৰাকী ব্যক্তি সম্প্ৰতি আমাৰ মনত নপৰে।

নতুন অসমীয়া কবিতাৰ জন্মদাতাসকলৰ ভিতৰতো হেম বৰুৱা অগ্ৰগণ্য। কমলনাৰায়ণ -চক্ৰেশ্বৰ ভট্টৰ সম্পাদনাৰ 'জয়ন্তী'তেই নতুন অসমীয়া কবিতাই তুপতীয়া চেহেৰা দেখুৱায় আৰু সেই কবিতাৰ প্ৰথম চাম কবিসকলৰ ভিতৰত হেম বৰুৱাৰ নাম জ্ঞাকত জিলিকা হৈ থাকিব।

হেম বৰুৱাৰ ইংৰাজী অসমীয়া গ্ৰন্থ-সন্তানসমূহৰ ঘাই ঘাই কেইখনৰ নাম স্মৰণ কৰা অযৌক্তিক নহব। হেম বৰুৱাই ইংৰাজীত লিখিছিল--

(1) The August Revolution in Assam (1946)
(2) The Red River and the Blue Hill (1954)
(3) Fairs and Festivals of Assam (1956)
(4) Modern Assamese Poetry (1960)
(5) Idle Hours (1961)
(6) Assamese Literature (1962)
(7) Folk Songs of India (1965)
(8) Lakshminath Bezbarua (1967)

নকলেও হব যে এই কেইখন কিতাপে অসম আৰু অসমীয়াৰ গৌৰৱ বাহিৰত উজ্জ্বল কৰি তুলিছে। তেখেতৰ অসমীয়া সাহিত্যৰ পুথি-ভঁৰাললৈ আগবঢ়োৱা অৰিহণা—

(১) ৫ জন নেতা (১৯৪৭); (২) বিয়াল্লিছৰ গণবিপ্লৱত অসম (১৯৪৭); (৩) আধুনিক সাহিত্য (১৯৫০); (৪) সাগৰ দেখিছা (১৯৫৪); (৫) সানমিহলি (১৯৫৭); (৬) ৰঙা কৰবীৰ ফুল (১৯৫৯);

(৭) বালিছন্দা (১৯৫৯); (৮) কিউপিড আৰু ছাইকী (১৯৫৯); (৯) কন্নকী (১৯৬০); (১০) এই গাওঁ, এই গীত (১৯৬১); (১১) সাহিত্য আৰু সাহিত্য (১৯৬২); (১২) আঁচু-ফুল (১৯৬৪); (১৩) মন-ময়ূৰী (১৯৬৫); (১৪) ইজৰাইল (১৯৬৫); (১৫) মেকং নৈ দেখিলোঁ (১৯৬৭); (১৬) ডাক-পখিলী (১৯৬৮); (১৭) বহাগতে পাতি যাওঁ বিয়া (১৯৬৯); (১৮) পছোৱাৰ ৰেণুণি (১৯৬৯); (১৯) স্মৃতিৰ পাপৰি (১৯৭০); (২০) সত্য আৰু অহিংসা: গান্ধীজী (১৯৭১); (২১) ছিন্নমূল (১৯৭৩); (২২) তলসৰা (১৯৭৬); (২৩) সাহিত্য আৰু সমস্যা (১৯৭৮) ইত্যাদি। দেখা যায় ৬০ৰ পৰা ৭০ লৈ এই দহ বছৰ বৰুৱাৰ সাহিত্য সৃষ্টিৰ ভৰপক।

নতুন কবিতাত আৰু কথা-সাহিত্য সৃষ্টিত হেম বৰুৱাৰ স্থান ইতিহাসে সুদূৰ ভবিষ্যতত ক'ত দিব তাক আজিয়ে কোৱা টান। অহেতুক ভাব-প্ৰবণতাক বাদ দি বৌদ্ধিক যুক্তিৰ প্ৰতি আগ্ৰহ প্ৰদৰ্শন কৰা আৰু জীৱনৰ প্ৰকৃত ছবি, বিশেষকৈ তাৰ দুখ-দৈন্যভৰা কৰুণ ফালটোৰ ছবি মূৰ্ত কৰিবলৈ যত্ন কৰা নতুন কাব্যৰীতিৰ মুখ্য উদ্দেশ্য। তাৰ কাৰণে কবিসকলে ন ন প্ৰতীক আৰু ন ন শব্দ সৃষ্টিৰ সহায় লয়। চিনাকি বচন আৰু শব্দ যোজনা আৰু চিনাকি ৰূপক-উপমা আদিৰ লগত হোৱা সঘন সাক্ষাৎ লাভে পৰম্পৰাগত কাব্যৰীতিত পাঠকক আচহুৱা আচহুৱা অনুভৱ কৰিব নিদিয়ে। বিপৰীতে নতুন কাব্যৰীতিত প্ৰতি পদক্ষেপতে নতুন আলহীৰ লগত চিনাকি হৈ বন্ধুত্ব স্থাপন কৰি আগবাঢ়িব লাগে; সেয়েহে সাধাৰণ পাঠকৰ অধ্যয়নত গতি মন্থৰ আৰু মন সতৰ্ক হৈ থাকিব লগাত পৰে। হেম বৰুৱাৰ 'মন-ময়ূৰী'ৰ দুই-এটা কবিতাত তেনে অচিনাকী আলহীৰ সংখ্যা অপেক্ষাকৃতভাৱে কম হোৱা হেতুকে সেইবোৰ সাধাৰণ পাঠকৰ কাৰণেও আপোন-আপোন যেন লাগিব খোজে। বৰুৱাৰ নতুন কবিতাৰ প্ৰাথমিক সাফল্য

আৰু জনপ্ৰিয়তাও সাধাৰণ পাঠকৰ পক্ষৰ পৰা সিমানেই। সময়ে হয়তো জনতাক এনে কবিতাৰ আৰু ওচৰ চপাই আনিব।

হেম বৰুৱা আছিল যাইকৈ সৰবৰহী নেতা আৰু বাগ্মী সংসদী সদস্য। গদ্যৰ ভাষা তেওঁৰ অতিশয় সৰস, সবল আৰু অবিৰাম গতিত বৈ যোৱা বিধৰ। তেওঁৰ গদ্য-ৰীতিৰ সেয়ে এটা বিশেষত্ব। কিন্তু স্বীকাৰ কৰিব লাগিব, তেওঁৰ ৰচনা কেতিয়াবা কেতিয়াবা ইংৰাজী ভাষাৰ উদ্ধৃতিৰে ভাৰাক্ৰান্ত হৈ পৰে, আৰু তেতিয়া সি সাধাৰণ পাঠকৰ হাতৰ পৰা পিচলি পৰি অতৰ্কিতে ওপৰলৈ উৰা মাৰিব খোজে। এইটো তেওঁৰ বিপুল অধ্যয়নৰততাৰ ফল। তেনে অধ্যয়নলব্ধ জ্ঞান ডঃ কাকতিৰ লেখনীতো প্ৰকট হৈছিল, কিন্তু সি তাত একোটা নতুন চিনাকি ৰূপ লৈহে দেখা দিছিল। বৰুৱাৰ ক্ষেত্ৰত তেনে ঘটিবলৈ যেন সময় আৰু সুযোগৰ নাটনি পৰিছিল। অৱশ্যে সময়ৰ তেনে নাটনিৰ কথা তেওঁ নিজেও মুক্ত-কণ্ঠে আৰু বেদনাকাতৰভাৱে একাধিকবাৰ স্বীকাৰ কৰিছে।

বতাহে বনজুইক সহায় কৰাৰ দৰে জনপ্ৰিয় বাক্‌পটুতাই হেম বৰুৱাৰ সাহিত্যৰ জনপ্ৰিয়তা বৃদ্ধিত সহায় কৰিছিল। তেওঁৰ লেখা পঢ়িলে তেওঁৰ বক্তৃতা শুনি থকা যেন লাগে, গতিকে পাঠকে তাৰ বাগীত মজি নোযোৱাকৈ থাকিব নোৱাৰে। সময়ৰ হাত বুলনিত সেই জনপ্ৰিয়তা কিছু হ্ৰাস পালেও তেওঁৰ আকৰ্ষণীয় প্ৰকাশ ভঙ্গী, বিষয় বস্তুৰ বৈচিত্ৰ্য আৰু অধ্যয়নপুষ্ট উক্তিবোৰে পাঠকৰ মনত সদায় চিন্তা আৰু কৌতূহল জগাই থাকিব।

ভাষাৰ ওপৰত হেম বৰুৱাৰ অসামান্য দখল আছিল। তাৰ সহায়তে তেওঁ ভ্ৰমণ কাহিনীক অসমীয়া সাহিত্যত নতুন স্থান দিলে। তেওঁৰ ভ্ৰমণ কাহিনীবোৰ বৰ্ণনা নহয়, সেইবোৰত পৰ্য্যাপ্ত পৰিমাণে কাব্যিক সৰসতা আছে। তেওঁৰ বৰ্ণনাৰ বিশেষত্ব এয়ে যে তেওঁৰ মনত লগা আৰু মনত থকা অসমীয়া, ইংৰাজী, বঙলা

উদ্ধৃতিবোৰে সুৰুঙা পালেই ওলাই আহি সমধৰ্মী বৰ্ণনাৰ লগত শাৰী পাৰি বহি যায়। তাকে কৰোঁতে তেওঁ 'সাগৰ দেখিছা'ৰ কলংপৰীয়া কবি দেৱকান্ত বৰুৱাক আৰু ইংৰাজ কবি শ্বেলী আৰু টেনিচনক সঘনে সোঁৱৰে বুলিলে বোধকৰো ভুল নহব। হেম বৰুৱাৰ বিবিধ সাহিত্যিই বহু কাললৈ অসমীয়া সাহিত্যৰ দিগন্ত পোহৰ কৰি ৰাখিব, সেইটো সহজে অনুমান কৰা যায়।

# হেম বৰুৱা আৰু তৎকালীন কবি-গোষ্ঠী

**শ্ৰীনৰকান্ত বৰুৱা**

'আৱাহন'ত ওলাইছিল কন্নকী আৰু কভালানৰ কাহিনী—লেখকৰ নাম পাইছিলোঁ, শ্ৰীযুত হেমকান্ত বৰুৱা এম. এ.। খবৰ পাইছিলো, জে. বি. কলেজত ইংৰাজী পঢ়ায়। তেওঁৰ শ্ৰেণীবোৰ হেনো ইংৰাজীৰ শ্ৰেণী হৈ নাথাকে—অসমীয়াকে ধৰি বিশ্ব-সাহিত্যৰ শ্ৰেণী হৈ পৰে—আজিকালি যিটোৰে উন্নত সংস্কৰণ হ'ল ভাৰতীয় বিশ্ববিদ্যালয়সমূহৰ 'তুলনামূলক সাহিত্য' নামৰ বিষয়টো।

গল্প আছে, বাইৰণৰ চাইল্ড হেৰল্ডৰ অংশ এটাত থকা সাগৰৰ বৰ্ণনা পঢ়াওঁতে অধ্যাপক হেম বৰুৱাই (ইতিমধ্যেই তেওঁৰ নামটো চমু হৈ আহিছেই) আগৰ শাৰীত বহি থকা ছোৱালী এগৰাকীক সুধিছিল···"সাগৰ দেখিছা ?" ছোৱালীটীয়ে থত্‌মত্‌ খাই কোৱাদি কলে, "নাই দেখা ছাৰ।" হেম বৰুৱাই হাঁহি এটা মাৰি কলে, "ময়ো দেখা নাই।" তাৰ পিচত সেই একেটা হাঁহিৰেই গাই গ'ল, "শুনিছোঁ তথাপি, নীলিম সলিল ৰাশি বাধাহীন উৰ্মিমালা, আছে দূৰ দিগন্ত বিয়পি······" দেৱকান্ত বৰুৱাৰ কবিতাৰ পংক্তিবোৰৰ পৰা ব্ৰাউনিং পাইছিলগৈ। এইদৰেই হেনো হেম বৰুৱাই সেই সময়ত তৰুণ চামৰ মন আকৰ্ষণ কৰিছিল সাহিত্যৰ পিনে, কবিতাৰ পিনে, সংস্কৃতিৰ পিনে।

আমি তেতিয়া তৰুণ ছাত্ৰ, সাহিত্যৰ অনুৰাগী। তুৰবা-গগৈ সুৰীয়া কবিতা পঢ়ি ভাল লাগে……কিন্তু আমি যেন তেনেকৈ লেখিলে নচলিব, এনেকুৱা এটা ভাব। সামাজিক মূল্যবোধৰ পৰিবৰ্তন ইতিমধ্যেই আমি অনুভৱ কৰিছিলোঁ, ধীৰেন দত্তৰ 'কাঠ-মিস্ত্ৰীৰ ঘৰ' আৰু 'অভিযান'ৰ অন্যান্য কবিতাত নতুন সাম্যবাদী সামাজিক ধ্যান-ধাৰণাবোৰৰ ৰেঙণি দেখিছিলোঁ; কিন্তু ৰচনাভঙ্গীত শুনিছিলোঁ নজৰুল ইছলামৰ ছন্দধ্বনি। মুগ্ধ হৈছিলোঁ, এতিয়াও হওঁ, কিন্তু সেই ভঙ্গী যে আমাৰ হব নোৱাৰে সেই কথা তেতিয়াই অনুভৱ কৰিছিলো। মুঠতে আমাৰ আগৰচাম কবিৰ কবিতাই আমাক আকৃষ্ট কৰিলেও, মুগ্ধ কৰিলেও, সেই কবিতা আমি লেখিব নোৱাৰিম, লেখিলে নহব, এনে এটা ভাব মনত সততে আছিল।

মুক্তক ছন্দ, স্পন্দিত কবিতা (গদ্যত লিখা কবিতা) এনে ধৰণৰ কিছুমান ধাৰণা ওপঙি আছিল, কিন্তু আমি যেন ঠিক ধৰিব পৰা নাছিলো।

তেনেকুৱাতে পঢ়িছিলো হেম বৰুৱাৰ 'বান্দৰ', 'পূজা', 'গুৱাহাটী (১৯৪৩)' আদি কবিতা। আমি কটাকটি কৰি লেখি থোৱা অথচ কবিতা বুলিবলৈ ভয় কৰা কিছুমান বস্তুৰ দৰেই তাৰ ৰূপ, তাৰ ভঙ্গী, আনকি তাৰ বিষয়বস্তুৰ ধৰণটোও! তেওঁৰ কবিতা কেইটিক সাম্প্ৰতিক অসমীয়া কবিতাৰ আৰ্কিটাইপেল পটভূমি বুলি মই অন্ততঃ নিঃসন্দেহে কব পাৰোঁ। তাৰ পিছত আমি বহুতে বহুত বাটেৰে খোজ লৈছো, বচনভঙ্গীলৈ আনিছো ব্যক্তিগত বৈশিষ্ট্য; কিন্তু হেম বৰুৱাৰ কবিতাই আমাক আত্মবিশ্বাস আনি দিছিল। আমাৰ কবিতা যে বলিয়া হোৱা গদ্য নহয়, সেই প্ৰতীতিৰ বাবে হেম বৰুৱাৰ কবিতাৰ খবৰ আজিৰ কবিয়ে ৰাখিব লাগে।

—"আবেগৰ বন্দী কবি নোহে নিয়মৰ"

"কবিৰ অন্তৰখনি / আলসুৱা অতি / তুমি তাত নিদিবা যাতনা।"

"সৌ যে চোৰা কবি আছে নিমাতে নিৰলে"

"কবিতা কল্পনাময়ী কবিৰ বাঞ্ছিত"—

কবি আৰু কবিতাৰ বিষয়ে এনে ধৰণৰ ৰোমাণ্টিক ধাৰণাই যেতিয়া আমাক সন্তুষ্টি দিব পৰা নাছিল, অথচ তাৰ কোনো বিকল্পৰ কথা ঠিকমতে ভাবিব পৰা নাছিলো, তেনে সময়তে হেম বৰুৱাৰ কল্যাণতে আমি এটা নতুন কথা অসমীয়া সাহিত্যত শুনিলোঁ। সেইটো হ'ল, মননশীল কবিতা! সংস্কৃত ব্যাকৰণে যদিও মননশীল শব্দটো ব্যক্তিৰ বিশেষণ হিচাপেহে ব্যৱহাৰ কৰে, প্ৰকৃততে তাক 'মননধৰ্মী কবিতা' বোলাহে উচিত, তথাপি কবিতাত আবেগৰ লগত যে চিন্তাৰ সংযোগ আছে সেই ধাৰণা আমাৰ মনত স্পষ্ট হৈ উঠিছিল হেম বৰুৱাৰ ৰচনাৰ পৰা। সেই একে সময়তে 'জয়ন্তী' আলোচনীৰ জৰীয়তে আমাৰ সাহিত্যত 'প্ৰগতিবাদ' নামৰ চিন্তাধাৰা সোমায়। কিন্তু চিন্তাধাৰা সোমালেই কবিতা নোলাব পাৰে। বিশেষ চিন্তাধাৰা এটাকে সূত্ৰ বুলি ধৰি তাৰে উদাহৰণ স্বৰূপে ৰচনা কৰা সাহিত্যই মানুহৰ মন নুছুবও পাৰে। আৰু, দৰাচলতে তেনে হৈছিলো।

আমি হেম বৰুৱাকে আমাৰ এক ধৰণৰ নেতা হিচাপে মানি লৈছিলোঁ—আৰু মানি লৈছিলোঁ ভবানন্দ দত্তক। তেওঁলোকৰ মাজৰ চিন্তাগত পাৰ্থক্যৰ আভাস পিচলৈ পাইছিলো যদিও আমি তাৰ দ্বাৰা কোনো প্ৰভাৱান্বিত হোৱা নাছিলো। ভবানন্দ দত্তৰ সমালোচনাক, মূল্যায়নক আমি মূল্য দিছিলো, আৰু হেম বৰুৱাৰ কবিতাক আমাৰ পতাকা হিচাপে গ্ৰহণ কৰিছিলো। হেম বৰুৱাৰ নেতৃত্ব আছিল অলপ বেলেগ ধৰণৰ। তেওঁ আমাক তেওঁৰ

অনুগামী হবলৈ নিৰ্দেশ দিয়া নাছিল ; কোৱা নাছিল, তেওঁৰ পথেই একমাত্ৰ পথ ; কোৱা নাছিল মাৰ্ক্স বা ফ্ৰয়েডৰ 'শৰণং ব্ৰজ', যদিও মাৰ্ক্স আৰু ফ্ৰয়েড দুয়ো তেওঁৰ কবিতাত ওচৰা-ওচৰিকৈ নহলেও মুখামুখিকৈ আছিল। তেওঁ যেন আমাৰ হাতত পতাকা তুলি দি কৈছিল, "নিজৰ বাটেৰে আগ বাঢ়া", আমাৰ আমাৰ চাকিবোৰ তেওঁৰ চাকিৰে জলাই দি কৈছিল, "নিজৰ বাট বিচাৰি লোৱা।"

আমি কেইজনমানে অন্ততঃ তেনেকৈয়ে বাট বিচাৰিবলৈ যত্ন কৰিছিলো—এতিয়াও বিচাৰি আছো।

হেম বৰুৱাইও তেনেকৈ বাট বিচাৰিছিল। 'পূজা', 'বান্দৰ' আদি কবিতাৰ পৰা 'মন-ময়ূৰী'লৈকে (চল্লিছৰ দশকৰ পৰা ষাঠিৰ দশকলৈকে) সেই ঘটনাবহুল বাট ছোৱাৰ ধূলি আৰু সৌৰভ তেওঁৰ কবিতা। এটা সাধাৰণ উদাহৰণেৰে হেম বৰুৱাৰ মননশীল কবিতা কেনেকৈ জনমানসৰ কবিতা হোৱাৰ বাটেদি আগবাঢ়িছিল সেইটো মন কৰিব পাৰি। ৰোমাণ্টিক কবিতাত থকা 'তুমি' জন সাধাৰণতে কিছু অজ্ঞেয় প্ৰকৃতিৰ। ৰবীন্দ্ৰনাথৰ চিত্ৰা আৰু মানসীৰ 'তুমি' গৰাকীয়ে ক্ৰমে ক্ৰমে গৈ 'জীৱন দেৱতা'ৰ ৰূপ লৈছিল। অৰ্থাৎ মোহময় প্ৰাকৃতিক অনুভূতিবোৰে আধ্যাত্মিকতাৰ ফাললৈ গতি কৰিছিল। হেম বৰুৱাৰ 'তুমি' জনী প্ৰথমে আছিল "হেৰা শকুন্তলা" যাৰ গাত দুষ্যন্তৰ চুমাৰ চেকা। পিছলৈ গৈ তেওঁ হৈ পৰিল 'সোণপাহী', যাক তেওঁ খোজে এবাটি আপং—জীৱনৰ সুৰা, জীয়াই থকাৰ অমৃতৰস। এক ক্লাছিকেল প্ৰিয়তমা হৈ পৰিছে জনজীৱনৰ প্ৰতিভূ সোণপাহী।

তেওঁৰ প্ৰথম কবিতা কেইটিৰ shock technique-টোৱেই আমাক প্ৰথমে আকৰ্ষণ কৰিছিল—

"এয়া পূজা, আন কাৰোবাৰ পূজা

.....................................

কোন সি বুৰ্বকৰ ঘোৰা চহিচ্
নাম নাজানো তাৰ !”

আকৌ,

“জেপত নাই এটা লাল পইচা !”

এনেবোৰ পংক্তিয়ে ওপৰে ওপৰে আলি দাতিৰ পুলত বহি থকাসকলৰ তথাকথিত বজৰুৱা ভাষাৰে ৰোমাণ্টিক কবিতাৰ সুৰীয়া পেলৱ বাক্য-গাঁথনিক মুখ-ভেঙুচালি কৰি শিয়ৰাৰ লগতে সম-সাময়িক হতাশা আৰু অৰ্থহীন জীৱন যাত্ৰাৰ প্ৰতি আঙুলি সংকেত কৰে। দ্বিতীয় মহাসমৰৰ ভৰপক বেলিকা অসমৰ সাংস্কৃতিক জীৱন ক্ষতবিক্ষত। কটন কলেজ তেতিয়া মিলিটেৰী হস্পিটাল, ঠিকাদাৰৰ অবাধ অৰ্থোপাৰ্জন············বাটে-পথে ইয়াংকী সৈন্যৰ সুহুৰি। একোটা চমকলগা উপমাৰে আমাক জোকাৰি দিছিল হেম বৰুৱাই, শাৰী কেইটা মনত নাই, এনে ধৰণৰ হ'ব—

নাৰ্চৰ ৰঙা ওঠ
ৰেড ক্ৰছটোৰ দৰেই ৰঙা !

এনে চমক লগোৱা কবিজন শ্ৰেয় আৰু প্ৰেয়ৰ সমস্যালৈ সোমাই আহিছে 'বালিচন্দা'ত—যিটোৰ কথা তেওঁ হিতবাদী আৰু সুখবাদী সৃষ্টি হিচাপে উল্লেখ কৰিছে। সজ্ঞানে তেওঁ সমাজবাদী ৰাজনৈতিক কৰ্মী হিচাপে হিতবাদিতাৰ পক্ষ ললেও তেওঁৰ কবিতা সেইবোৰ সমস্যাৰ উৰ্দ্ধত। তেওঁ কেৱল অভিজ্ঞতাৰ কবি, আৰু সেই অভিজ্ঞতা সদায়েই বাস্তৱ অভিজ্ঞতা নহয়, কল্পনাশ্ৰয়ী জাতীয় (racial) অভিজ্ঞতাও তাৰ অৱলম্বন। আনহাতে আকৌ এই অভিজ্ঞতা এজন ব্যক্তিৰ, আৰু সেই ব্যক্তিজন এজন সামাজিক মানুহ। ভঙ্গীৰ ফালৰ পৰা তেওঁ চমৎকাৰিতাৰ পথ এৰিছে—কাৰণ কেৱল চমক লগালেই নচলিব, কিবা কব লাগিব, কথা কব লাগিব, পঢ়োতাৰ মনৰ কথা কব লাগিব। পঢ়োতাৰ মনৰ

কথাৰ লগত এই বুদ্ধিজীৱী মননশীল কবিজনে মনৰ কথা যেনেকৈ খাপ খুৱাই লব পাৰে তাতে তেওঁৰ মনৰ এটা আত্মনেতিবাচক গুণ পোৱা যায়। আৰু সেই গুণটোৱেই কবিক সহায় কৰে নিজক বিলাই দিয়াত, আৰু পাঠকক সহায় কৰে নিজক বিচাৰি পোৱাত।

হেম বৰুৱাৰ কবিতাত আমি তাকে পাইছিলো।

'মনময়ূৰী'ত অভিজ্ঞতাৰ লগতে আৰু পৰিপক্বতা আহিছে। সেই বাবে সাহিত্যৰ বাদ-বিবাদ লৈ আলোচনা কৰাসকল বিব্ৰত হোৱাটো স্বাভাৱিক—শব্দই তাত এনে এটা ৰূপ লৈছে যাৰ চিনাকি শব্দবোৰে দিব নোৱাৰে, দৈনন্দিন ব্যৱহাৰৰ পৰাও তাৰ কালিকা ধৰিব নোৱাৰি। কল্পচিত্ৰসমূহ এনেভাৱে সজ্জিত যে তাত স্থূল-সূক্ষ্মতাৰ পাৰ্থক্য নাই। প্ৰত্যেকটোৱেই যুগপৎভাৱে বিচ্ছিন্ন আৰু জড়িত।

আৰু এটা কথা বিশেষভাৱে মন কৰিবলগীয়া, সেইটো হ'ল তেওঁৰ উন্মুখ মন। প্ৰায়বোৰ নৱ-নৱ উন্মেষশালিনী প্ৰজ্ঞাসম্পন্ন কবিয়ে শেষত গৈ 'কিবা' এটাত আত্মসমৰ্পণ কৰে। ইহুদী পাউণ্ড আৰু এংলিকান ইলিয়ট তাৰেই সাক্ষী। হেম বৰুৱাই কৰা নাই। তেওঁ কোনো 'ঠাই' পোৱা নাই। তেওঁ গৈ আছে। সাহিত্যৰ বুৰঞ্জীৰ বন্ধুৰ বাটত তেওঁৰ খোজ মছ নাখায়। সমাজবাদ তেওঁৰ আশ্ৰয় নহয়, অৱলম্বন অথবা যাত্ৰাৰ পাথেয়।

# হেম বৰুৱাৰ ইংৰাজী ৰচনা

শ্ৰীউপেন্দ্ৰনাথ শৰ্মা

হেম বৰুৱাই অসমীয়া সাহিত্যত অবিস্মৰণীয় অৱদান দি থৈ গৈছে। তেখেত আধুনিক অসমীয়া কবিতাৰ আন্দোলনৰ গুৰি ধৰোঁতা। জনমুখী ৰাজনীতি আৰু ভাৰতীয় পৰম্পৰাৰ প্ৰতি থকা আনুগত্যৰ বাবে তেখেতে অসমীয়া কবিতাৰ সন্ধিক্ষণত এই কবিতাক পাশ্চাত্য প্ৰভাবৰ সোঁতত উটি যোৱাৰ পৰা ৰক্ষা কৰিছিল। সাহিত্যৰ প্ৰায়বোৰ অঙ্গতে তেখেতে ভাল বৰঙণি আগবঢ়াইছে। কবিতা, প্ৰবন্ধ, ভ্ৰমণমূলক কাহিনী, ননফিক্‌চন, আখ্যান, সমালোচনা এই সকলোবোৰতে তেখেতৰ উল্লেখযোগ্য বৰঙণি আছে। অসমীয়া সাহিত্যৰ যুদ্ধোত্তৰ যুগটোক হেম বৰুৱাৰ যুগ বুলি ক'লে ভুল কৰা নহ'ব। অসাধাৰণ ব্যক্তিত্বৰ অধিকাৰী হোৱা কাৰণে তেখেতে এই সন্মান লাভ কৰিছে। এই যুগৰ এতিয়াও সামৰণি পৰা নাই। তেখেতৰ সমসাময়িক আৰু পৰবৰ্তী ভালেমান লেখকৰ ওপৰত তেখেতৰ প্ৰত্যক্ষ আৰু পৰোক্ষ প্ৰভাৱ আছে। পঞ্চম আৰু ষষ্ঠ দশকত হেম বৰুৱা ডেকাচামৰ বাবে অফুৰন্ত প্ৰেৰণাৰ স্থল আছিল। তেখেতৰ বক্তৃতা আৰু লেখনীয়ে ভালেমান নতুন লেখকক উদ্বুদ্ধ আৰু অনুপ্ৰাণিত কৰিছিল। ভাৰতীয় আধুনিক সাহিত্যৰ পৰম্পৰাৰ লগত, অসমীয়া আধুনিক সাহিত্যৰ সংযোগ স্থাপন তেখেতৰ অন্যতম উল্লেখযোগ্য অৱদান।

হেম বৰুৱাদেৱৰ ইংৰাজী ৰচনাত তেখেতৰ অসমীয়া ৰচনাৰ

বৈশিষ্ট্যসমূহ লক্ষ্য কৰা যায়। তেখেতৰ লেখা ওজস্বিতা আৰু সহৃদয়তা এই দুয়োটা গুণৰ দ্বাৰা সমৃদ্ধ। ইংৰাজী আৰু অসমীয়া এই দুয়োটা ভাষাতে তেখেতৰ অসাধাৰণ দখল আছিল। মাতৃ-ভাষা আৰু ইংৰাজী উভয়তে সমানে দক্ষতা দেখুৱাব পৰা অতি কম সংখ্যক ভাৰতীয় লিখকৰ ভিতৰত হেম বৰুৱা অন্যতম। অদূৰ ভবিষ্যতৰ 'ভাৰতীয়' লেখকসকলে এই দ্বিভাষিক নীতি গ্ৰহণ কৰিলে নিজৰ প্ৰান্ত দেশৰ সাহিত্যক বেছি সমৃদ্ধ কৰাৰ সম্ভাৱনা আছে ; কাৰণ তেতিয়া তেখেতসকলে এটা বৃহত্তৰ পাঠক গোষ্ঠীক আগত ৰাখি তেখেতসকলৰ সৃষ্টিক উপস্থাপিত কৰিব পাৰিব।

ইংৰাজী সম্প্ৰতি আন্তঃপ্ৰাদেশিক সাংস্কৃতিক ভাব বিনিময়ৰ একমাত্ৰ মাধ্যম। সহনশীলতাৰ অভাব আৰু অন্যান্য কাৰণত হিন্দী আদি সংখ্যা গুৰুসকলৰ কোনো ভাষাই এটা অৰ্দ্ধশতাব্দীতো এই বিষয়ত ইংৰাজীৰ স্থান গ্ৰহণ কৰাৰ সম্ভাৱনা নাই। শিক্ষা আৰু প্ৰশাসনীয় মাধ্যম হিচাপে নাথাকিলেও, ইংৰাজী ভাষা ভাৰতৰ সাংস্কৃতিক সংহতিৰ একমাত্ৰ মাধ্যম। ইংৰাজীৰ অবিহনে সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত বেবেলৰ স্তম্ভৰ (tower of Babel) সৃষ্টি হোৱাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি এই ক্ষেত্ৰত হেম বৰুৱাদেৱৰ দূৰদৰ্শিতা মন কৰিবলগীয়া।

ভাৰতীয় সাহিত্য আৰু সংস্কৃতি আৰু ভাৰতীয় জীৱন আৰু সমাজক বুজিবৰ বাবে এই মাধ্যমৰ প্ৰয়োজন। ভাৰতীয় জনমানস এতিয়া ভাৰতীয় সংস্কৃতিৰ পৰম্পৰাৰ শিপাৰ অনুসন্ধানৰ বাবে উন্মুখ। সঙ্কীৰ্ণ ভৌগোলিক সীমাৰেখাৰ ভিতৰত এই পৰম্পৰাক আবদ্ধ কৰি ৰাখিব নোৱাৰি। মধ্যযুগত ভাৰতীয় গোষ্ঠীসমূহৰ মাজত এনে ধৰণৰ সাংস্কৃতিক বিনিময়ে যুগান্তৰ আনিছিল। সঙ্কীৰ্ণ গণ্ডী আৰু দেৱালসমূহ বিৰাট ভাৰতীয় সাহিত্য সংস্কৃতিৰ বিকাশৰ অন্তৰায়।

ভাৰতীয় ভাষাসমূহে পশ্চিমীয়া সংস্কৃতিৰ লগত যোগসূত্ৰ স্থাপনৰ বাবে একোখন খিৰিকি খোলা ৰাখিছে যদিও, বিভিন্ন ভাৰতীয় ভাষাত হোৱা পৰীক্ষাসমূহৰ প্ৰতি লক্ষ্য ৰখাৰ সময় আৰু সুযোগ কম লিখকৰহে হৈছে। এই পৰিপ্ৰেক্ষিতটো আগত ৰাখিলে, ইংৰাজী ভাষাত হেম বৰুৱা দেৱৰ অৱদানৰ তাৎপৰ্য্য উপলব্ধি কৰিবলৈ সহজ হ'ব।

অসমীয়া সাহিত্য ভালেমান ক্ষেত্ৰত এতিয়াও গণ্ডীত আবদ্ধ (insular)। আমাৰ সমাজ আৰু সংস্কৃতিৰ লগত আন প্ৰদেশৰ মানুহৰ কোনো পৰিচয় নাই। আমাৰ সংস্কৃতি সম্পৰ্কে বাহিৰৰ মানুহৰ থকা উদ্ভট ধাৰণা এতিয়াও আঁতৰ হোৱা নাই। এই অঞ্চলৰ অতুলনীয় লোক সংস্কৃতি, তাৰ প্ৰাচীন মঞ্চ পৰম্পৰাৰ মহত্ত্ব, পুৰণি অসমীয়া সাহিত্যৰ ঐশ্বৰ্য্য—এইবোৰ অসমৰ বাহিৰত অপৰিচিত। পৰিচয়ৰ এই অভাবে অসমীয়া সংস্কৃতিক ভাৰতীয় সংস্কৃতিৰ বৰচ'ৰাত আসন লাভৰ ক্ষেত্ৰত বাধাগ্ৰস্ত কৰিছে। ইয়াৰ সুদূৰ প্ৰসাৰী পৰিণামো নোহোৱা নহয়। অসমৰ বাহিৰৰ যিসকলে অসমীয়া বৈষ্ণৱ কবিসকলৰ লেখনীৰ স্বকীয়তা আৰু গভীৰতাৰ দ্বাৰা আকৃষ্ট আৰু সেই ৰচনাৰ সৌন্দৰ্য্যত মুগ্ধ হৈছে—সেইসকলে এই সাহিত্য প্ৰচাৰৰ ক্ষেত্ৰত আমাৰ উদাসীনতাক নিন্দা কৰিছে। উপযুক্ত স্বীকৃতিৰ অভাৱত জাতিটোৱে নীচাত্মিকা ৰোগত দুখ লগা ভাবে ভুগিছে। সজোৱা বস্তু পেৰাত ৰাখিলে মলিয়ন হয়—ড্ৰইং ৰুমত সকলোৱে দেখাকৈ ৰাখিলে তাক ঘঁহি-মাজি উলিয়াবলগীয়া হয়। প্ৰদৰ্শন-চৈতন্যৰ অভাৱতো সংস্কৃতিৰ ৰত্ন-ৰাজি ধূলিমাকটি লাগি চিনিব নোৱাৰা হয়। এইবোৰ কাৰণত আমাৰ সাহিত্য-সংস্কৃতি এতিয়াও কৃপণৰ ধন। 'যেন ফুলঘ্ৰাণ হাবিত জনম, হাবিৰ বতাহে হাবিতে নাশে।'

হেম বৰুৱাদেৱে অসমীয়া সাহিত্য-সংস্কৃতি সম্পৰ্কে যি চিন্তা

কৰিছিল, তাক তেখেতৰ ইংৰাজী ৰচনাৰ যোগেদি সকলো ভাৰতীয় লোকৰ আগত দাঙি ধৰিছিল। তেখেতৰ ইংৰাজী ৰচনাই ইংৰাজী সাহিত্য চহকী কৰা নাই—ভাৰতীয় ভাষা-সাহিত্যকেই চহকী কৰিছে। তেখেতে অসমীয়া সাহিত্য-সংস্কৃতিৰ ৰত্নৰাজি বাহিৰলৈ উলিয়াবৰ বাবে অহোপুৰুষাৰ্থ কৰিছিল। তেখেত এই কামৰ বাবে অত্যন্ত উপযুক্ত আছিল। অসমীয়া ভাষা-সংস্কৃতিৰ প্ৰতি তেখেতৰ অনুৰাগ আন্তৰিক আৰু অতুলনীয়। তেখেতে অসমীয়া সংস্কৃতিক ভাৰতীয় প্ৰসঙ্গত (Indian context) চাবলৈ প্ৰয়াস কৰিছিল। হেম বৰুৱাই বৃহত্তৰ অসমীয়া সংস্কৃতিৰ সোঁতটোক ভাৰতীয় সংস্কৃতিৰ মহাসাগৰৰ ফালে বোৱাই দিছিল।

হেম বৰুৱা এজন সৰ্বভাৰতীয় লেখক আৰু চিন্তাবিদ। তেখেত সেইসকল নিতান্ত কমসংখ্যক চিন্তাবিদৰ অন্যতম যি ভাৰতীয় সংস্কৃতিৰ ঐক্যত বিশ্বাস কৰে। অসমীয়া সাহিত্যিকসকলৰ ভিতৰত তেখেতে প্ৰথমে এটা সৰ্বভাৰতীয় দৃষ্টিভঙ্গী আয়ত্ত কৰে। বৰুৱা-দেৱৰ বিষয়বস্তুৰ পৰিধিও সেই অনুপাতে বহল। তেখেতৰ অনু-সন্ধিৎসা প্ৰসংসনীয়। ভাৰতীয় গণমানসৰ বিভিন্ন অভিব্যক্তি আৰু তাৰ ভবিষ্যদ্দৰ্শী আৰু পশ্চাৎমুখী পৰিবৰ্তনসমূহৰ তাৎপৰ্য্যৰ প্ৰতিও তেখেত সজাগ। এটা বিশেষ ভাষাত সাহিত্য-সংস্কৃতিৰ দুৰ্বলতাৰ বাবে নহয়—গোটেই ভাৰতীয় সাহিত্যৰ—স্বাধীনোত্তৰ কালত উদ্ভৱ হোৱা স্তিমিতাৱস্থাৰ বাবে ক্ষোভ আৰু তাৰ কাৰণ আৰু প্ৰতিকাৰ অনুসন্ধানৰ বাবে আগ্ৰহ তেখেতৰ ৰচনাত প্ৰতি-ফলিত হৈছে:

'Social mobility is the life-spring of all creative literary efforts, and it is precisely for this reason that the pre-Independence period produced master minds, great writers and artists, notable among

whom was Rabindranath Tagore.' ('The Writer in India' : Idle Hours, 1961.)

অকল সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰতে নহয়, ভাৰতীয় সমাজ জীৱনত স্বাধীনোত্তৰ যুগটোত তেখেতে হতাশা আৰু অবক্ষয়ধৰ্মিতাৰ স্বৰূপ দেখি উদ্বিগ্ন হৈছে। এই ক্ষেত্ৰত তেখেতৰ বিশ্লেষণ সূক্ষ্ম আৰু যুক্তিপূৰ্ণ। স্বাধীনতাৰ প্ৰাক্কালত অনুভূত হোৱা আত্মত্যাগৰ মহান আদৰ্শ আৰু গণবিপ্লবৰ চেতনাৰ ৰোমাঞ্চ আঁতৰ হোৱাৰ লগে লগে অৰ্থনৈতিক দুৰৱস্থাৰ কৰাল ছায়াই অনা আশা আৰু মোহভঙ্গৰ হতাশাই সমাজৰ গাঁথনিক কেনেকৈ কঁপাই তুলিছে তাৰ বিশ্লেষণ তেখেতৰ 'Idle Hours, 1961'ত সন্নিবিষ্ট 'Our Social Milieu' প্ৰবন্ধটোত আছে।

হেম বৰুৱাই তেখেতৰ 'The Red River and the Blue Hills' গ্ৰন্থত তেতিয়াৰ অসম আৰু ওচৰ পাঁজৰৰ সাংস্কৃতিক, ভৌগোলিক, অৰ্থনৈতিক, নৃতাত্ত্বিক আদি বিভিন্ন দিশৰ ওপৰত আলোকপাত কৰি এই অঞ্চলৰ বিষয়ে এতিয়ালৈকে প্ৰকাশ পোৱা পৰিচয় গ্ৰন্থৰ ভিতৰতে শ্ৰেষ্ঠ পৰিচয় গ্ৰন্থ এখন ইংৰাজীত ৰচনা কৰে। এই অঞ্চলটোৰ বিভিন্ন জনগোষ্ঠীৰ জীৱন আৰু সংস্কৃতিৰ লগত বৰুৱাদেও নিবিড়ভাবে পৰিচিত। তেখেতে বিষয়বস্তুটো সহৃদয়-তাৰে উপস্থাপিত কৰিছে আৰু এই অঞ্চলৰ জীৱনৰ প্ৰতি তেখেতে অনুভৱ কৰা আকৰ্ষণ পাঠকৰ মনত বিস্তাৰ কৰিবলৈ সক্ষম হৈছে।

সক্ৰিয় ৰাজনীতিৰ লগত ওতঃপ্ৰোতভাৱে জড়িত হবলগীয়া হোৱাত হেম বৰুৱাদেৱে বহুত সময়ত দুপৰ নিশাৰ শলিতা জ্বলাইহে সাহিত্য সাধনা কৰিব পাৰিছিল। 'The Idle Hours, 1961'ত সন্নিবিষ্ট হোৱা প্ৰবন্ধবোৰ ১৯৬১ চনৰ কেইটিমান দুপৰ নিশাত ৰচনা কৰা হৈছিল। এই প্ৰবন্ধবোৰৰ বিষয়বস্তু নিৰ্বাচনৰ পৰিসৰ (range) বৰ বিস্তৃত। ইয়াত লোকনাট্যৰ পৰা ৰাষ্ট্ৰাও

বাছেললৈকে সকলো ধৰণৰ বিষয় সন্নিবিষ্ট হৈছে। 'The Writer in India' আৰু 'Our Social Milieu' আদি প্ৰবন্ধৰ চিন্তাৰ মৌলিকতা আৰু সমাজ জীৱনৰ বিশ্লেষণৰ যথাৰ্থতা প্ৰসংসনীয়। এই গ্ৰন্থখনৰ প্ৰবন্ধসমূহ তেখেতৰ অধ্যয়নৰ বিস্তৃতি আৰু সহানুভূতিৰ ব্যাপকতাৰ বিষয়ে আমাক সোঁৱৰায়।

হেম বৰুৱাদেৱৰ 'Modern Assamese Poetry—An Anthology' (1961) অসমীয়া সাহিত্যৰ এটা লেখত ল'বলগীয়া প্ৰকাশন। তেখেতে এই সময় ছোৱাৰ ভালেমান ভাল কবিতা সুদক্ষ লোকৰ দ্বাৰা অনুবাদ কৰাই সম্পাদনা কৰে। সঞ্চয়নখনৰ প্ৰায় আধামান কবিতা তেখেতে নিজে অনুবাদ কৰিছে। এই অনুবাদবোৰ মৌলিক কবিতাৰ দৰে সুপাঠ্য। উদাহৰণ স্বৰূপে তেখেতৰ নিজৰ কবিতাৰ পৰা নিজে কৰা অনুবাদৰ এই পংক্তিটোৰ আবেদন মন কৰিবলগীয়া—

On the other side of the Frontier bullets boom :
And on this,
there's a girl painted in a frame of bamboo grove. (A Snapshot).

হেম বৰুৱাৰ সৰু পুস্তিকা 'August Revolution in Assam'-অত ১৯৪২ চনৰ বিপ্লৱৰ যুগান্তৰকাৰী অভিজ্ঞতাৰ যথোপযুক্ত বৰ্ণনা আছে।

নেচনেল বুক ট্ৰাষ্টে ১৯৬৫ চনত প্ৰকাশ কৰা 'Assamese Literature' গ্ৰন্থখন তেখেতৰ শ্ৰেষ্ঠ অবদান। লোকসাহিত্যৰ আৰম্ভণিৰ পৰা আধুনিক সাহিত্যৰ তৎকালীন পৰিণতিলৈ এই বিস্তৃত সময়ছোৱাৰ সাহিত্যৰ এটা সুখপাঠ্য আলোচনা এই গ্ৰন্থখনত আছে। গ্ৰন্থখনৰ পুৰণি সাহিত্য বিষয়ক পৰ্য্যায়টো মৌলিক গৱেষণাৰ অভিজ্ঞতাৰ পৰা লিখা নহয় যদিও, তেখেতে বিভিন্ন

সমলৰ পৰা পোৱা জ্ঞান আৰু বিভিন্ন পুৰণি সাহিত্যৰ প্ৰত্যক্ষ উপলব্ধিৰ অভিজ্ঞতাৰ সহায়ত এইবোৰ সাহিত্যৰ ওপৰত যথেষ্ট আলোক পাত কৰিবলৈ সক্ষম হৈছে। তেখেতে কেৱল তথ্য-পাতি দাঙি ধৰিয়েই ক্ষান্ত নাথাকি সমাজ আৰু সাহিত্যক আজুৰি যোৱা বিভিন্ন সমস্যা আৰু আন্দোলনৰ ওপৰত নিজৰ মন্তব্য দাঙি ধৰিছে। বিভিন্ন সাহিত্যিক অঙ্গ (form) আৰু বিভিন্ন সাহিত্যিকৰ সাহিত্যকৰ্মৰ বিকাশ আৰু তাৎপৰ্য্য তেখেতে নিৰ্ভীক ভাবে বিশ্লেষণ কৰিছে। আধুনিক সাহিত্য সমালোচনা কৰোঁতে তেখেতে নিজস্ব ৰসানুভূতিৰ ওপৰত নিৰ্ভৰ কৰি, এটা বিৰাট অঞ্চল পৰ্য্যালোচনা কৰিছে। অসমীয়া সাহিত্যৰ বিকাশ আৰু গঠনৰ প্ৰতি তেখেতৰ গভীৰ মনোযোগ আছিল। তেখেতৰ দৃষ্টিভঙ্গী 'ইম্প্ৰেছনিষ্টিক'। তেখেতে কোনো বিষয় আৰু কোনো লিখনিৰ ওপৰত নিজৰ মন্তব্য দাঙি নধৰাকৈ থকা নাই। তেখেতৰ সকলো মন্তব্য অভ্ৰান্ত নহয়; সাহিত্যৰ বিষয়ে, বিশেষকৈ আধুনিক সাহিত্যৰ বিষয়ে চূড়ান্ত মন্তব্য দাঙি ধৰা সম্ভৱো নহয়। তেখেতৰ পৰ্য্যালোচনাত সাহিত্য সম্পৰ্কে বিস্তৃত অধ্যয়ন, সাহিত্যৰ প্ৰতি অগাধ ভালপোৱা আৰু অসাধাৰণ ৰসাস্বাদনৰ ক্ষমতা প্ৰকাশ পাইছে। নিঃসন্দেহে, এই গ্ৰন্থখন অসমীয়া সাহিত্যৰ সামগ্ৰিক আলোচনাৰ ক্ষেত্ৰত এটা অতুলনীয় অৱদান।

হেম বৰুৱা ইংৰাজী ভাষাৰ এজন ভাল ষ্টাইলিষ্ট। তেখেতে ইংৰাজী ভাষা সৃষ্টিধৰ্মিতাৰে ব্যৱহাৰ কৰিছিল। তেখেতৰ ভাষা স্বচ্ছন্দপ্ৰবাহী আৰু শক্তিশালী। তাত তীক্ষ্ণবুদ্ধিৰ দীপ্তি আছে। হেম বৰুৱাদেৱৰ প্ৰবন্ধৰাজিত 'হিউমাৰ'ৰ স্থান কম যদিও তেখেতৰ সৰস ৰীতি আৰু শব্দবিন্যাসৰ যথোপযুক্ততাৰ বাবে সি কেতিয়াও আমনিদায়ক নহয়। এইবোৰ গুণৰ কাৰণে তেখেতৰ স্থান ইংৰাজী ভাষাৰ সৃষ্টিশীল (creative) ভাৰতীয় লিখকসকলৰ আগ শাৰীত থাকিব।

# ‘কন্নকী’ ঃ ‘কিউপিড্ আৰু ছাইকী’

শ্ৰীনগেন শইকীয়া

কোনোবাই ক’ব পাৰে,—‘হেম বৰুৱা কাহিনীকাৰ নাছিল; আছিল কবি, মনোধৰ্মী ৰচনা-লেখক আৰু সমালোচক’। তেওঁৰ ‘কন্নকী’ আৰু ‘কিউপিড্ আৰু ছাইকী’লৈ আঙুলিয়াই দিলে ক’ব পাৰে,—‘এই দুয়োখন গ্ৰন্থ প্ৰাচ্য আৰু প্ৰতীচ্যৰ দুটি প্ৰসিদ্ধ আখ্যানৰ চমু অসমীয়া ৰূপান্তৰ মাত্ৰ; গতিকে এই দুখন গ্ৰন্থক তেখেতৰ মৌলিক ৰচনা বুলিব নোৱাৰি।’ আপাতদৃষ্টিত দুয়োটা মন্তব্যৰ যুক্তি মানি লবলগীয়া। তেখেতে নিজেও এই দুখন গ্ৰন্থৰ মৌলিকত্ব ক’তো দাবী কৰা নাই। বৰং দুয়োখন গ্ৰন্থৰ কাহিনী অসমীয়া ভাষাৰ পাঠক-পাঠিকাৰ সন্মুখত পৰিৱেশন কৰাৰ দায়িত্বহে যে তেখেতে লৈছে, সেই কথা দুয়োখন গ্ৰন্থৰ পাতনিতে কৈ থৈছে। যদি সেয়ে হয়, তথাপিও হেম বৰুৱাৰ ওচৰত অসমীয়া পাঠক-সমাজ কৃতজ্ঞ। কাৰণ ‘কন্নকী’য়ে যিদৰে তামিল ভাষাৰ এখনি প্ৰসিদ্ধ প্ৰাচীন কাব্যৰ কাহিনী আৰু তাৰ মৰ্মবাণীৰ লগত আমাক পৰিচয় কৰাই দিলে, ঠিক তেনেদৰেই ‘কিউপিড্ আৰু ছাইকী’য়ে পৰিচয় কৰাই দিলে—প্ৰতীচ্যৰ এটি অমৰ প্ৰেম-আখ্যান আৰু প্ৰতীচ্যৰ জীৱন-দৃষ্টিৰ লগত। দুয়োখন গ্ৰন্থতে প্ৰেমৰ দুটা ছবি জিলিকি উঠিছে। ‘কন্নকী’ত জিলিকি উঠিছে প্ৰাচীন ভাৰতীয় দৃষ্টিত প্ৰেমৰ মহত্ত্ব, য’ত প্ৰেম উন্নীত হৈছে এটি আধ্যাত্মিক স্তৰলৈ। দেহজ প্ৰেমৰ পৰা আত্মিক প্ৰেমলৈ উত্তৰণৰ এই কাহিনী

ভাৰতীয় ঐতিহ্যৰ অন্যতম উজ্জ্বল দৃষ্টান্ত। এই কাহিনী সেই সময়ৰ, যি সময়ত ভাৰতবৰ্ষৰ 'উচ্চ শ্ৰেণী'ৰ মাজত শাস্ত্ৰীয় নৃত্য-গীতৰ আদৰ আছিল যথেষ্ট বেছি, আৰু নৰ্তকী, গণিকা আদিৰো আছিল সমাজত বিশিষ্ট স্থান। কভালান আৰু কন্নকীৰ নিবিড় দাম্পত্য প্ৰেমক নৰ্তকী মাধৱীৰ শৰীৰৰ সৌন্দৰ্য্যই আৰু নৃত্যৰ পাৰদৰ্শিতাই খানবান কৰি দিছিল; কভালানে কন্নকীক এৰি মাধৱীৰ কাষত আত্মসমৰ্পণ কৰিলে। বছৰৰ পিছত বছৰ বাগৰিল। কভালান মাধৱীৰ প্ৰেমৰ সাক্ষী হৈ জন্মলাভ কৰিলে মণিমেখলাই। কিন্তু সকলো সম্পদ মাধৱীৰ কাষত অৰ্পণ কৰি কৰ্পদকশূন্য হোৱা কভালানক মাধৱীৰ মাকে কৌশলেৰে আঁতৰাই পঠালে। চিত্ৰ-পতিৰ যুক্তি—নৰ্তকীৰ আকৌ প্ৰেম কিহৰ? শৰীৰৰ সৌন্দৰ্য্য থাকোঁতেই সম্পদ আহৰণ কৰি নল'লে কেৱল মুখৰ প্ৰেমেৰেতো জীৱন নচলে! মাধৱী নৰ্তকী হ'লেও তেৱেঁ কভালানক ভাল পাইছিল প্ৰকৃত প্ৰেমিকাৰ দৰেই। কিন্তু মাক চিত্ৰপতিৰ ষড়যন্ত্ৰই কভালানক আঁতৰাই পঠালে। সতী-সাধ্বী, সুন্দৰী কন্নকীয়ে হৃদয়ত স্বামীৰ প্ৰতি গভীৰ প্ৰেমেৰে বাট চাই আছিল তেওঁ ঘূৰি অহালৈ। তেওঁৰ বাহিৰৰ ৰূপ হয়তো ম্লান হৈছিল, ভিতৰৰ সৌন্দৰ্য্য বৰং বাঢ়িছিল। কভালানৰ হৃদয়ো দুখ-শোকৰ জুইত পুৰি উজ্জ্বল হৈছিল। কন্নকীৰ কাষলৈ তেওঁ ঘূৰি আহিল—কৰ্পদক শূন্য হৈ কিন্তু নতুন উপলব্ধিৰে। কন্নকীৰ হাতৰ এপাট মূল্যবান কংকনক পুঁজি কৰি তেওঁ নতুনকৈ ব্যৱসায়-বাণিজ্য কৰিবলৈ যাত্ৰা কৰিলে। এই যাত্ৰাও আছিল নানা বিপদ-বিঘিনিৰে ভৰা। ইফালে মাধৱীয়ে মাকৰ নিৰ্দেশত—কভালানক অনিচ্ছাৰে আঁতৰাই পঠালেও, আশা কৰিছিল কভালান ঘূৰি যাব। তেৱেঁ কভালানক ঘূৰাই পাবলৈ দূত পঠালে। কভালানে তেওঁৰ কন্যা মণিমেখলাইৰ প্ৰতি পিতৃস্নেহ হেৰুউৱা নাছিল; মাধৱীকো তেওঁ ক্ষমা কৰিছিল।

কিন্তু কন্নকীৰ ঠাই তেওঁ এতিয়া আৰু কাকো দিব নোৱাৰে। কভালানে যাত্ৰা আৰম্ভ কৰিলে; কিন্তু ধূৰ্ত সোণাৰিৰ চক্ৰান্তত কভালানৰ হাতৰ খাৰুপাট ৰজা নেদাম ছেলিয়ামে তেওঁৰ ৰাণীৰ অপহৃত খাৰুপাট বুলি ভাবি কভালানক হত্যা কৰিলে।

এই বাতৰি শুনি কন্নকী নিজে আহি উপস্থিত হৈ তেওঁৰ হাতত থকা বাকী খাৰুপাটো ভাঙি দেখুৱাই ৰাণীৰ খাৰু আৰু তেওঁৰ খাৰুৰ মাজত থকা পাৰ্থক্য দেখুৱাই শাপ দিলে যে—ব্ৰাহ্মণ-সজ্জন, গৰু-গাই, বৃদ্ধ আৰু শিশুৰ বাহিৰে এই নগৰৰ সকলো ভস্মীভূত হ'ব। সেয়ে হ'ল। নগৰৰ অধিষ্ঠাত্ৰী দেৱী মথুৰাপতিৰ লগত হোৱা সাক্ষাতৰ পিছত তেওঁ ভৈগাই নদীৰ পাৰে পাৰে গৈ পাহাৰ পালেগৈ আৰু তাতেই চৈধ্যদিন ব্ৰত কৰাৰ পিছত দেৱৰাজ ইন্দ্ৰই কভালানক লগত লৈ আহি কন্নকীক সশৰীৰে স্বৰ্গলৈ লৈ গ'ল। কন্নকী সতী দেৱী ৰূপে পূজিতা হবলৈ ধৰিলে।—চমুকৈ এয়ে কন্নকীৰ মূল কাহিনী।

খৃষ্টপূৰ্ব দ্বিতীয় শতিকাত তামিল ভাষাত ৰচিত 'শিলপ্পদিকৰম' নামৰ এই কাব্যখনৰ মাজেৰে প্ৰেম আৰু সতীত্বৰ মহত্ত্ব, সমকালীন দক্ষিণ ভাৰতীয় সভ্যতা আৰু সংস্কৃতিৰ প্ৰতিচ্ছবি সুন্দৰকৈ প্ৰকাশিত হৈছে। সতীত্বৰ ধাৰণাৰ এতিয়া সলনি হৈছে। এই কাব্যখন সেইফালৰ পৰাও একালৰ ভাৰতীয় ধ্যান-ধাৰণাৰ ঐতিহাসিক দলিল স্বৰূপ। হেম বৰুৱাই পংকপেকশ আয়াৰে ইংৰাজীত লিখি উলিওৱা 'কন্নকী এণ্ড কভালান' নামৰ গ্ৰন্থৰ পৰা 'কন্নকী'ৰ কাহিনী চমুকৈ যুগুত কৰি উলিয়াইছে। সেইফালৰ পৰা চাবলৈ গ'লে—'কন্নকী'ক অনুবাদৰো অনুবাদ যেন লাগিব পাৰে। কিন্তু হেম বৰুৱাই 'কন্নকী'ক অনুবাদ-গ্ৰন্থৰ শাৰীত ৰখা নাই। সেইখিনিতেই তেওঁৰ সৃষ্টিশীল মনৰ কৃতিত্ব। আয়াৰৰ গ্ৰন্থৰ কাহিনীৰ মূলক অবিকৃত ভাবে ৰাখি হেম বৰুৱাই নিজা

বিশিষ্ট প্ৰকাশিকা শক্তিৰে তাক ন-কৈ অসমীয়া ভাষাত লিখি উলিয়াইছে। একপ্ৰকাৰ ই 'ৰিডেক্‌ছন'। কাহিনীৰ মৰ্ম অনুভৱ নকৰাকৈ এনে কাৰ্য্য সম্পাদন কৰা সম্ভৱ নহয়। আৰু বৰুৱাৰ মনত কন্নকী-কভালানৰ কাহিনী সঠিকভাৱে অনুভূত হোৱাৰ বাবেই তেওঁৰ নিজা সৃষ্টিশীল মনৰ স্বাক্ষৰো কাহিনীৰ মাজত প্ৰকাশিত হৈছে।

হেম বৰুৱাৰ বৰ্ণনা সজীৱ আৰু স্বচ্ছন্দ গতিৰে প্ৰৱাহিত হৈছে। চুটি সৰল বাক্যৰ পদযাত্ৰাৰ মাজে মাজে একোটি দীঘল বাক্যৰ স্বাভাৱিক অৱস্থানে বৰ্ণনাক দিছে বিশিষ্ট স্পন্দন। কভালানে কন্নকীক কোৱা কথাৰেই উদাহৰণ দিব পাৰি: "প্ৰিয়ে, দেৱকন্যা তুমি। কামদেৱ, ইন্দ্ৰ, সুব্ৰমণ্য—সকলো দেৱতা একগোট হৈ তোমাক এই বিশ্ববিমোহিনী ৰূপ দিলে। তোমাৰ সৌন্দৰ্য্যৰ তুলনাত ময়ূৰৰ পেখমো অতি তুচ্ছ। তোমাৰ কণ্ঠস্বৰৰ তুলনাত কুলিৰ কণ্ঠ-সুৰ ম্লান হৈ যায়। তুমি পীনোন্নত পয়োধৰা। তোমাৰ মধ্যদেশ ইমান লাহী। ওঁঠ দুটা ইমান ৰঙা। নয়নযুৰি এনে নীলিম কান্তিময়।……কন্নকী, ইমান সুন্দৰ তুমি। ইমান স্নিগ্ধ। ইমান নিৰ্মল। ইমান নিকা।……" তেওঁৰ ৰচনাৰ প্ৰকাশভঙ্গী ধৰুৱা হৈ পৰিছে ঠায়ে ঠায়ে। চিত্ৰপতিয়ে মাধৱীক কৈছে: "…দেখাত সি একেবাৰেই অঁকৰা, অজলাটো। কিন্তু আচলতে কিমান দগাবাজ জনাইহে জানে। তাৰ পেটৰ কথা তই বুজ। সি অসম্ভৱ নোম টেঙৰ। পেটৰ পাকে পাকে তাৰ বুদ্ধি।…"

এই গ্ৰন্থখনিয়ে আৰু এটি কাম কৰিলে: দক্ষিণ ভাৰতীয় সাহিত্যৰ এটি মূল্যবান সম্পদৰ লগত অসমীয়া ভাষাৰ পঢ়ুৱৈক পৰিচয় কৰাই দিলে। আমাৰ উত্তৰ ভাৰতীয় সাহিত্যৰ লগতেই পৰিচয় সীমিত; দক্ষিণ ভাৰতৰ নিজা সৃষ্টিৰ লগত পৰিচয়

একেবাৰেই নাছিল। 'কন্নকী' সেই কালৰ পৰাও এডালি যোগসূত্ৰ স্বৰূপ হৈ ৰ'ব।

'কিউপিড আৰু ছাইকী' নামৰ গ্ৰন্থখনো একপ্ৰকাৰ 'ৰিডেকৃছন্'। হুমেনৰ 'এমৰ এণ্ড ছাইকী' নামৰ গ্ৰন্থৰ "প্ৰতীকী অৰ্থখিনি বাদ দি কাহিনীটো উলিয়াই আনি সজাই-পৰাই উলিয়াইছোঁ" বুলি বৰুৱাদেৱে আগকথাত কৈ গৈছে। এই গ্ৰন্থৰো প্ৰধান উপজীৱ্য প্ৰেম; কিন্তু কন্নকীৰ প্ৰেম আৰু ছাইকীৰ প্ৰেমৰ মাজত পূব আৰু পশ্চিমৰ প্ৰেমৰ আদৰ্শৰ পৃথকতা লক্ষ্যণীয়। পশ্চিমৰ কাব্য আৰু কাহিনীৰ ঘাই পিতৃভূমি গ্ৰীচ দেশ। দেৱতাৰ ৰোষত মানুহে পোৱা দুঃসহ যন্ত্ৰণা, আৰু সততা আৰু সাহসিকতাৰে মানুহ দেৱতাৰ ৰোষমুক্ত হোৱাৰ আনন্দ—দুয়ো প্ৰকাৰ কাহিনী গ্ৰীচৰ কাব্য-কাহিনীৰ মাজত পোৱা যায়। কিন্তু এই বেদনা আৰু আনন্দ পাৰ্থিৱ আৰু লৌকিক। মৰণোত্তৰ, অলৌকিক, আত্মিক আনন্দতকৈ ঐহিক আনন্দ লাভেই হ'ল প্ৰধান লক্ষ্য। 'কিউপিড্ আৰু ছাইকী'ৰ কাহিনীৰ মাজতো এই বৈশিষ্ট্য নিহিত। ভেনাছতকৈও ৰূপৱতী বুলি খ্যাতি লাভ কৰা ছাইকীৰ ওপৰত প্ৰতিশোধ লবলৈ ভেনাছে তেওঁৰ পুত্ৰ প্ৰেমৰ দেৱতা কিউপিডক পঠালে পৃথিৱীলৈ। কিন্তু কিউপিড্ নিজেই ছাইকীৰ প্ৰেমত পৰি মাকৰ অজ্ঞাতে ছাইকীক পত্নী স্বৰূপে গ্ৰহণ কৰিলে। ৰাতিৰ আন্ধাৰত দুৰধিগম্য পাহাৰৰ চূড়াৰ ওপৰত কিউপিডে সৃষ্টি কৰা সুৰম্য প্ৰাসাদত দুয়োৰে মিলন হয়; কিন্তু ছাইকীয়ে কোনো দিন তেওঁৰ স্বামীৰ মুখ পোহৰত দেখা নাছিল। ছাইকীৰ দুই বায়েকে ছাইকীৰ সৌভাগ্য দেখি ঈৰ্ষান্বিতা হৈ ছাইকীৰ মনত সন্দেহ সুমাই দিলে যে ৰাতি অদৃশ্যভাৱে অহা ছাইকীৰ স্বামী এটি সহস্ৰ ফণা যুক্ত সৰ্প। তাক বধ নকৰিলে ছাইকীৰ নিস্তাৰ নাই। কিউপিডে ছাইকীক বায়েকহঁতৰ কুচুলনিত ভোল নাযাবলৈ

দঢ়াই দঢ়াই কোৱাতো ছাইকীয়ে অবিশ্বাসৰ প্ৰথম ভুলটো কৰিলে আৰু ৰাতি স্বামীৰ নিষেধ সত্বেও চাকি জ্বলাই কিউপিডৰ অনুপম সৌন্দৰ্য্য দেখি বিস্ময় আৰু আনন্দত অধীৰ হ'ল। ফলস্বৰূপে চাকিৰ তপত তেল কিউপিডৰ বাহুত পৰাত কিউপিড্ চক্‌মক্‌কৈ সাৰ পাই উঠিল আৰু অতি দুখ মনেৰে ছাইকীৰ পৰা বিদায় ল'লে। ছাইকীৰ এতিয়াহে জ্ঞান হ'ল। তাই প্ৰথমে বায়েক-হঁতৰ ওপৰত প্ৰতিশোধ ল'লে আৰু কিউপিডক বিচাৰি ঘূৰি ফুৰিবলৈ ধৰিলে। ইফালে ভেনাছে প্ৰকৃত খবৰ পাই কিউপিডক প্ৰাসাদত বন্দী কৰি ছাইকীৰ ওপৰত প্ৰতিশোধ লবলৈ তাইক বিচাৰি ফুৰিছে। অৱশেষত ছাইকী নিজেই গৈ ভেনাছৰ ওচৰত উপস্থিত হ'ল এইবাৰ ভেনাছে তাইক মৰণৰ মুখলৈ ঠেলিবলৈ অসম্ভৱ কামৰ আদেশ দিলে ইটোৰ পিছত সিটোকৈ। অন্যান্য দেৱতাৰ অনুগ্ৰহত তাই ৰক্ষা পৰি গৈ থাকিল কিন্তু প্ৰতিবাৰেই তাই নিৰাশ হৈ আত্মহত্যাৰ উপায় চিন্তিবলৈ ধৰিলে। অৱশেষত দেৱৰাজ জ'ভৰ হস্তক্ষেপত ভেনাছে ছাইকীক বোৱাৰী হিচাপে গ্ৰহণ কৰিলে। কিউপিড্ আৰু ছাইকীৰ মিলন হ'ল আৰু তেওঁলোকৰ প্ৰথম সন্তানটিয়ে জন্ম লাভ কৰিলে। তাইৰ নাম ৰাখিলে তৃপ্তি। চমুকৈ এয়ে কাহিনী।

এই গ্ৰীক উপকথাটি হেম বৰুৱাৰ হাতত পৰি এটি ৰোমাণ্টিক কবিতালৈ উন্নীত হৈছে। অৱশ্যে মূল কাহিনীৰ মাজতেই এই 'কবিতা' আছে। কিন্তু হেম বৰুৱাৰ কৃতিত্ব—সেই কবিতাক এটি অসমীয়া ভাষাৰ মৌলিক কবিতালৈ ৰূপান্তৰিত কৰাত। 'কন্নকী'ৰ কাহিনীৰ মাজত থকা সংযম প্ৰকাশৰ বাবে যিদৰে বৰুৱাই ধীৰ কিন্তু নিশ্চিত পদক্ষেপপূৰ্ণ ভাষা ব্যৱহাৰ কৰিছে, কিউপিড্-ছাইকীৰ কাহিনীৰ মাজত থকা প্ৰণয়ৰ আৱেগ-অনুৰাগ-বিহ্বলতা প্ৰকাশৰ বাবে, ঈৰ্ষা আৰু প্ৰতিশোধৰ বহ্নি প্ৰকাশৰ

বাবে ব্যৱহাৰ কৰিছে অলংকৃত, চঞ্চল আৰু প্ৰদীপ্ত ভাষা। কেইটামান উদাহৰণ চোৱা যাওক ঃ ছাইকীৰ ৰূপৰ খ্যাতি শুনি— "কোনো আহিল উত্তাল তৰংগমালাৰ সাগৰ পাৰ হৈ। কোনো আহিল গভীৰ অৰণ্য আৰু সুউচ্চ পৰ্বত অকাই-পকাই বগাই—এই অপূৰ্ব সৌন্দৰ্য্যৰ সন্ধান লবলৈ।"

বৰ্ণনাৰ এটা আঁচোৰতে ভেনাছে ছাইকীক দেখুৱাইছে জীৱন্ত ভাৱে ঃ "অৱশেষত ডাৱৰৰ ফাঁকে ফাঁকে মৰ্ত্যলোকৰ ফালে আঙুলিয়াই দি তেওঁ ছোৱালীজনী দেখুৱালে। সেই অপূৰ্ব সুন্দৰী ছোৱালীজনীৰ নাম আছিল ছাইকী।"

ভেনাছৰ বৰ্ণনা এটি চাওক ঃ "ভেনাছ, তেওঁৰ পদুম ফুলীয়া, উষাৰ হেঙুলীয়া জ্যোতিৰে জ্যোতিষ্মান ভৰিৰ আঙুলি-কেইটা নীল সাগৰৰ আৰ্চি যেন বুকুত ধীৰে ধীৰে বুলাই দি অকস্মাৎ অন্তৰ্ধান হ'ল।" ছাইকীৰ বিষণ্ণতাৰ বৰ্ণনা দিবলৈ গৈ কৈছে ঃ "সাগৰ-নীলা চকুযুৰিত মুকুতাৰ মণিহেন টোপালবোৰ জলমলাই উঠিল।"

এনে ধৰণৰ কবিত্বময় বৰ্ণনাৰে সমগ্ৰ গ্ৰন্থখনি উপচি আছে। এই অনুপম কাব্যিক গদ্যই কাহিনীৰ কোমলতা, কৰুণতা ইমান কৃতকাৰ্য্যতাৰে প্ৰকাশ কৰিছে যে পঢ়ি উঠাৰ পিছত এই কাহিনীকাৰ আন কোনো নহয়, কবি হেম বৰুৱা নিজে—এই প্ৰত্যয় হয়।

বৰুৱাই আগকথাত বিনয় সহকাৰে কৈছে যে কাহিনীৰ "জঁকাটোৰ বাহিৰে ৰংখিনি মোৰ নিজা বস্তু। ......ৰং সানোতে ক'ৰবাত যদি ভুল হৈছে, তেন্তে পঢ়ুৱৈ সমাজে অপৈণত হাতৰ বস্তু বুলি নিজ গুণে ক্ষমা কৰিব।" কিন্তু ৰঙৰ মিশ্ৰণ আৰু ব্যৱহাৰত যে তেওঁ এজন সুদক্ষ শিল্পী সেই কথা ছুনাই নক'লেও হ'ব।

বৰুৱাৰ গদ্যশৈলীত আন এটা বিশেষত্ব আছে। সি হ'ল— পাঠকৰ লগত স্থাপন কৰিব পৰা অন্তৰঙ্গতা। নিৰ্বাচিত শব্দা-

ৱলীৰে দিয়া তেওঁৰ বৰ্ণনাৰ ভাষাত তেওঁৰ মোহনীয় ব্যক্তিত্বই এই অন্তৰঙ্গতা সানি সেই ভাষাক পাঠকৰ ওচৰ চপাই দিয়ে। তেওঁৰ কবিমনৰ কল্পনাই ভাষাক কৰি তোলে স্পন্দিত, কোমল, ৰংচঙীয়া। মনোধৰ্মী ৰচনাৰ লেখক বৰুৱাৰ ব্যক্তিত্বই তাক দিয়ে অন্তৰঙ্গতা।

মই ভাবোঁ আধুনিক অসমীয়া গদ্যশৈলীৰ মনোৰম নিদৰ্শন স্বৰূপে 'কিউপিড্ আৰু ছাইকী'ৰ যি কোনো এটি অংশ দাঙি ধৰিব পাৰি। এই গদ্যশৈলীয়ে কাহিনীকাৰ বৰুৱাৰ দক্ষতাৰো নিদৰ্শন দাঙি ধৰে।

# হেম বৰুৱাৰ ভ্ৰমণ-সাহিত্য

ডঃ হেমন্তকুমাৰ শৰ্মা

একেধাৰে কবি, সমালোচক, সাংবাদিক, বক্তা, শিক্ষাবিদ্ আৰু ৰাজনীতিজ্ঞ পুৰুষ হেম বৰুৱা অসমীয়া সাহিত্যত ভ্ৰমণ-কাহিনী-ৰচয়িতা হিচাপেও বিশেষভাৱে পৰিচিত। এতিয়ালৈকে হেম বৰুৱাকেই শ্ৰেষ্ঠ ভ্ৰমণ-কাহিনীকাৰ বুলি ক'ব পাৰি। এই শ্ৰেষ্ঠত্ব ভ্ৰমণ-কাহিনী-গ্ৰন্থৰ সংখ্যা আৰু গুণৰ ফালৰ পৰা বিচাৰ কৰিব লাগিব। অসমীয়া সাহিত্যত বৰ্তমানলৈ বৰুৱাই অধিক সংখ্যক ভ্ৰমণ-কাহিনী লেখিছে। বৰুৱাৰ প্ৰথম ভ্ৰমণ-কাহিনী পুথি 'সাগৰ দেখিছা'ই (১৯৫৪) এসময়ত অসমীয়া পাঠক সমাজত বিশেষ আলোড়নৰ সৃষ্টি কৰিছিল আৰু আজিও পুথিখনৰ আদৰ কমা নাই। প্ৰকৃতাৰ্থত 'সাগৰ দেখিছা'ৰ পিছৰ পৰাই অসমীয়া সাহিত্যত অধিক সংখ্যক ভ্ৰমণ-বৃত্তান্ত ওলোৱাটো চকুত পৰে। সেই ফালৰ পৰা 'সাগৰ দেখিছা'ক অসমীয়া ভ্ৰমণ-সাহিত্যৰ এটি মাইলৰ খুটি বুলি ক'ব পাৰি। উল্লেখযোগ্য যে হেম বৰুৱাৰ দৰে শুৱলা, ওজস্বিতাপূৰ্ণ বক্তৃতা দিব পৰা লোক অসম কিয় ভাৰততে বৰ কম। তদুপৰি তেওঁৰ আছিল সাহিত্য, ৰাজনীতি আদি বিষয়ত গভীৰ জ্ঞান, তথ্য-অনুসন্ধিৎসু মন আৰু উদাৰ ব্যক্তিত্বেৰে মানুহক মুহিব পৰা শক্তি। তেওঁৰ বাগ্মিতা তথা ব্যক্তিত্বৰ কাৰণেই বিৰোধী দলৰ সদস্য হোৱা সত্বেও সংসদত থকা কালছোৱাত তেওঁ ভাৰত চৰকাৰৰ পৰা বিদেশ-ভ্ৰমণৰ সুবিধা অনেকবাৰ লাভ

কৰিছিল। এবাৰ কথা-প্ৰসঙ্গত তেওঁ এই লেখকক কৈছিল, "বুইছা, চৰকাৰে এনে সুবিধা নিদিয়া হলে আমাৰ দৰে ডাল-দৰিদ্ৰ লোকৰ বিদেশ-ভ্ৰমণ কেতিয়াও সম্ভৱ নহ'লহেঁতেন।" উল্লেখযোগ্য যে বৰুৱাই বিদেশী চৰকাৰৰ আমন্ত্ৰণ পাই অথবা সংসদী দলৰ প্ৰতিনিধিৰূপে ব্ৰহ্মদেশ, আমেৰিকা, ৰুছদেশ, ইজৰাইল, ইংলেণ্ড, ফ্ৰান্স, ইজিপ্ত, টাইলেণ্ড, কেম্বোডিয়া, লাওছ, মালয়ছিয়া, চিঙ্গাপুৰ, নেপাল আদি দেশ ভ্ৰমণ কৰে। তেওঁৰ ভ্ৰমণ অভিজ্ঞতা সঞ্চিত গ্ৰন্থৰাজি হ'ল 'সাগৰ দেখিছা' (১৯৫৪), 'ৰঙা কৰবীৰ ফুল' (১৯৫৯), 'ইজৰাইল' (১৯৬৫) আৰু 'মেকং নৈ দেখিলো' (১৯৬৭)। তদুপৰি বৰুৱাৰ প্ৰবন্ধৰ পুথি 'সানমিহলি'ত (১৯৫৭) ব্ৰহ্মদেশ সম্পৰ্কীয় দুটা আৰু ইজিপ্ত সম্বন্ধে এটা প্ৰবন্ধ সন্নিৱিষ্ট হৈছে।

**সাগৰ দেখিছা ঃ** হেম বৰুৱাই কলিকতাত থকা আমেৰিকাৰ কনছাল জেনেৰেলৰ আমন্ত্ৰণ ক্ৰমে ১৯৫৩ চনৰ ৬ ডিচেম্বৰত আমেৰিকা যুক্তৰাষ্ট্ৰলৈ বুলি যাত্ৰা কৰে। তেওঁ তিনি কুৰি সোতৰ দিন থাকি নিউ ইয়ৰ্ক, ৱাশ্বিংটন, বোষ্টন, চিকাগো, ছানফ্ৰান্সিস্কো, দাৰহাম, লছ এঞ্জেলছ্, শান্তা ফে আদি চহৰ ভ্ৰমণ কৰি সেই ভ্ৰমণ-ব্যস্ততাৰ মাজতো অসমীয়াত বাৰটা আৰু ইংৰাজীত চাৰিটা মুঠ ষোলটা ভ্ৰমণ-কাহিনী লেখে। অসমীয়াত লেখা আৰু 'নতুন অসমীয়া'ত ছোৱা ছোৱাকৈ প্ৰকাশ হোৱা সেই বাৰটা ভ্ৰমণ-কাহিনীৰ সংগ্ৰহেই হ'ল "সাগৰ দেখিছা"।

হেম বৰুৱা আমেৰিকালৈ যোৱা বিমানখনৰ নাম আছিল 'ৰামধেনু'। বৰুৱাই কবিত্বপূৰ্ণ ভাষাত 'ৰামধেনু', আকাশী ভ্ৰমণত দেখা নীলা সাগৰ আৰু নীলা আকাশৰ সুন্দৰ বিৱৰণ দাঙি ধৰিছে। বিমানেৰে যাওঁতে বাটত নামি লেবাননৰ ৰাষ্ট্ৰৰ ৰাজধানী বেইৰুট চহৰত কেইঘণ্টামানৰ কাৰণে ভ্ৰমণ কৰি দেখা লেবাননৰ ছোৱালীৰ চকুৰ সৌন্দৰ্য্য, ছিডাৰ গছৰ ৰূপ আৰু লেবানন-বাসীৰ

ভাষা-শিক্ষা-সংস্কৃতিৰ বিষয়ে চমুকৈ অথচ আকৰ্ষণীয়ভাৱে একোটি বৰ্ণনা দিছে। তেওঁ লণ্ডনতো দুদিন ঘূৰিছিল। লণ্ডন চহৰৰ মৌন গাম্ভীৰ্যই তেওঁক মুগ্ধ কৰিছিল। টেমছ নদীৰ পানী কাব্যৰ বৰ্ণনাত পোৱাৰ দৰে নিৰ্মল নহয়—লেতেৰা। লণ্ডনৰ হাইড পাৰ্ক, ওৱেষ্ট-মিনিষ্টাৰ গীৰ্জাঘৰ, মেক্লিন টুথপেষ্টৰ বিজ্ঞাপন আদিৰ বিষয়েও তেওঁ ৰসাল বৰ্ণনা দাঙি ধৰিছে।

বৰুৱা লণ্ডনৰ পৰা পোনে পোনে আমেৰিকা যুক্তৰাষ্ট্ৰলৈ গৈছিল আৰু তাত থকা কালছোৱাত তেওঁ যুক্তৰাষ্ট্ৰৰ বিভিন্ন চহৰ, নগৰ, প্ৰাকৃতিক দৃশ্যাৱলীৰে মনোৰম ঠাই আদিও ভ্ৰমণ কৰিছিল। তেওঁ ৰাজনীতিবিদ্, শিক্ষাবিদ্, শিল্পী, সাহিত্যিক, বিজ্ঞানী, ছাত্ৰ-ছাত্ৰী, মটৰ ড্ৰাইভাৰ, নিগ্ৰো বনুৱা আদি সমাজৰ বিবিধ শ্ৰেণীৰ মানুহক লগ পাইছিল, লগ ধৰিছিল; ভালেমান ৰাজহুৱা সভাত, প্ৰেছ মেলত, ৰেডিঅ' সাক্ষাৎ-প্ৰসংগত তেওঁ ভাৰতৰ ৰাজনীতি, সমাজ, সংস্কৃতি আদি সম্পৰ্কে ভাষণ দিছিল; ভালেমান সভাত ৰাজনীতিজ্ঞ, সাহিত্যিক, শিল্পী, শিক্ষাবিদ্ আদিৰ বক্তৃতা শুনিছিল বা আলোচনাত যোগ দিছিল। 'সাগৰ দেখিছা'ত দিয়া তেওঁৰ অভিজ্ঞতালব্ধ বিৱৰণৰ পৰা থূলমূলকৈ এই কেইটা কথা জানিব পাৰি:

তেতিয়াৰ আমেৰিকা যুক্তৰাষ্ট্ৰৰ জনসংখ্যাৰ শতকৰা দহ ভাগ নিগ্ৰো। তেওঁলোক "তীব্ৰভাৱে ধৰ্মপ্ৰাণ আৰু সঙ্গীতপ্ৰাণ;" কিন্তু কৃষ্ণাংগ কাৰণেই শ্বেতাংগৰ দ্বাৰা ঘৃণিত। বৰুৱাই লিখিছে —"চকুত বিসদৃশ যেন লাগিছিল। এতিয়ালৈকে যিমানবোৰ সাধাৰণ বনুৱা লগ পাইছো, ষ্টেচনত মাল অনা-নিয়া কৰা, মিস্ত্ৰী কাম কৰা, ৰেষ্টোৰাঁত কাঁহী-বাটি ধোৱা ইত্যাদি সেই প্ৰায় আটাইবোৰ নিগ্ৰো সমাজৰ মানুহ।" যুক্তৰাষ্ট্ৰৰ ৪৮ খন ৰাষ্ট্ৰৰ ভিতৰত ১৭ খন ৰাষ্ট্ৰতহে নিগ্ৰোসকলৰ বাবে শিক্ষা ক্ষেত্ৰত আচুতীয়া ব্যৱস্থা আছে; কিন্তু আচুতীয়া ব্যৱস্থাটোৱে গণতন্ত্ৰৰ

প্ৰতি প্ৰত্যাহ্বান স্বৰূপ, সেইটো বৰুৱাই তাৰ বহুত লোকৰ আগত প্ৰকাশ্যে কৈছিল আৰু কম সংখ্যক শ্বেতাংগইহে বৰুৱাৰ কথাত হয় দিছিল।

বৰুৱাই ৱাশ্বিংটন চহৰত শুনিছে—আমেৰিকানসকলে সাধাৰণতে নিজ দেশৰ 'গুণ' গায় আৰু 'আন দহ জনৰ বদনাম' কৰে। তেওঁলোকে কমিউনিজিম ভাল নাপায়। শিক্ষা-দীক্ষাত আগবঢ়া হলেও মহিলাসকলৰ "ৰাজনীতিৰ প্ৰতি আগ্ৰহ নাই।" অৱশ্যে নৃত্য-গীতৰ মাজেদি আন্তৰ্জাতিক সম্ভাৱ গঢ়ি তোলাৰ কাৰণে তাৰ গাভৰু-ছোৱালীবোৰে ৰাতি বিদেশী আলহীসকলক লৈ নাচে। বৰুৱায়ো নাচত যোগ দিব লাগিছিল।

নতুন ধনী দেশ বুলি আমেৰিকাই গৰ্ব কৰে। তেওঁলোকৰ কিবা বস্তুৰ কথা উলিয়ালে কয়—সেইটো হয় আটাইতকৈ বৃহৎ, নহয় সৰ্বসুন্দৰ। ছোৱালী আৰু তিৰোতাসকল বৰ বিলাসী। হোটেল, ৰেষ্টোৰাঁ য'তেই নাথাকক অলপ সুবিধা পালেই ওঠত লিপ্ ষ্টিক সানি লয়। তেওঁলোকে কয়, আমেৰিকাৰ ছোৱালীয়েই পৃথিবীৰ ভিতৰত বেছি সুন্দৰী। স্কুলবোৰত ছাত্ৰতকৈ ছাত্ৰীৰ আৰু শিক্ষকতকৈ শিক্ষয়িত্ৰীৰ সংখ্যা সৰহ। সাধাৰণতে অংক শিক্ষায় শিক্ষকসকলে আৰু সাহিত্য পঢ়ুৱায় শিক্ষয়িত্ৰীসকলে। "স্কুলবোৰত ৰন্ধন-কাৰ্য্য চিলাই শিক্ষা, টাইপ শিক্ষাৰ উপৰিও কাঠৰ কাম, প্ৰেছৰ কাম ইত্যাদি শিক্ষাৰ সুবিধা আছে।" ছাত্ৰ-ছাত্ৰীয়ে নিজৰ ৰুচি অনুযায়ী বিষয় বাছি লয়। বিদেশী ভাষাৰ ভিতৰত স্পেনিছ, ফৰাচী আৰু জাৰ্মান ভাষাৰ প্ৰচলন বেছি। প্ৰিন্সটন বিশ্ববিদ্যালয়ত বিবাহিত আৰু অবিবাহিত ছাত্ৰৰ সুকীয় সুকীয়া ছাত্ৰাবাস আছে। ছাত্ৰ-ছাত্ৰীৰ অবাধ মিলন। ছাত্ৰীয়ে ছাত্ৰৰ পিঠিত উঠাটো সাধাৰণ কথা।

নেচনেল আৰ্ট গেলেৰীত চীন, ইটালী, ফ্ৰান্স, স্পেইন, জাৰ্মানী

আদি বিভিন্ন দেশৰ চিত্ৰ আৰু ভাস্কৰ্য্য আছে, কিন্তু ভাৰতীয় প্ৰতিনিধিমূলক বস্তুৰ সংখ্যা তেনেই তাকৰ। নিউ ইয়ৰ্ক চহৰত বৰুৱাই খৃষ্টান আৰু ইহুদীৰ বৈষম্য লক্ষ্য কৰিছিল। তাৰ পাবলিক লাইব্ৰেৰীটো প্ৰকাণ্ড আৰু চিত্তাকৰ্ষক। 'মেট্ৰোপলিটান মিউজিয়াম অব আৰ্ট'ত বিশ্বৰ ভালেমান বিখ্যাত শিল্পীৰ চিত্ৰ আছে। অফিচবোৰত শতকৰা ৭৫ জনী ছোৱালী। ছোৱালীবোৰ দিনত অফিচ আৰু ৰাতি চিনেমা, নহ'লে নাচত তিনি বজালৈ মগ্ন থাকে।

বৰুৱাই নিউ ইয়ৰ্ক চহৰত বিশ্ববিখ্যাত ঔপন্যাসিক পাৰ্ল বাকৰ লগতো কথা হৈছিল আৰু তেওঁৰ পৰা জানিব পাৰিছিল যে আমেৰিকাৰ মানুহে কবিতা বৰ ভাল নাপায়, বুৰঞ্জীমূলক উপন্যাসহে ভাল পায়। মানুহে বেছি পঢ়িব নোখোজে; মাথোন টেলিভিচনহে চায়। পাৰ্ল বাকে তেওঁৰ শেহতীয়া উপন্যাস "কাম মাই বিলাভেদ"ৰ কেন্দ্ৰস্থ ভাবৰ কথাও কৈছিল। সেয়া হ'ল—'আদৰ্শৰ বেদীত সৰ্বস্ব ত্যাগ কৰিব নোৱাৰিলে আদৰ্শৰ মৃত্যু ঘটে।'

বৰুৱাই নায়েগ্ৰা জলপ্ৰপাত, পেছেডেনা চহৰ, গ্ৰেণ্ড কেনিয়ন আৰু ছানফ্ৰান্সিস্কোৰ প্ৰাকৃতিক সৌন্দৰ্য্যৰ সুন্দৰ বিৱৰণ দিছে। দুখীয়া মানুহ ঠাহ খাই থকা (slum area) আবৰ্জনাপূৰ্ণ ঠায়ো তেওঁ চাইছিল। একোটা কোঠাত বাৰ-চৈধ্যজন মানুহ থাকে; ফুটপাথতো বহুত লোকে ৰাতি শোৱে। আমেৰিকাতো নিবনুৱা আছে। ছানফ্ৰান্সিস্কোৰ বহেমিয়ান অঞ্চলটোত কিছুমান কবি, শিল্পী আৰু সঙ্গীতজ্ঞ আছে। তেওঁলোক অঘৰীৰ দৰে, আৰু যৌন-জীৱনো সহজ গতিত চলে। হলিউড সম্পৰ্কে বৰুৱাই বহল বিৱৰণ দি কৈছে যে ই আমেৰিকাৰ সাংস্কৃতিক জীৱনৰ কথা নকয়; বৰং আমেৰিকাৰ সাংস্কৃতিক জীৱন বিকৃতহে কৰিছে। মানুহ কোটি-

পত্তি হলেও আধ্যাত্মিক ক্ষেত্ৰত দৰিদ্ৰ ; অধিকাংশ দম্পতীৰ বৈবাহিক জীৱন সুখৰ নহয় আৰু তাত বিবাহ-বিচ্ছেদ বেছি।

আমেৰিকাৰ মানুহে ভাৰতবৰ্ষক মহাত্মা গান্ধীৰ দেশ বুলি জানে। ভাৰতীয়ই গো-জাতিক কিয় পৱিত্ৰ জ্ঞান কৰে, এই বিষয়ে বৰুৱাই আমেৰিকাৰ মানুহক বুজাব লগা হৈছিল। তদুপৰি তেওঁ ভাৰতীয় নাৰী, ভাৰতীয় সংস্কৃতি আৰু ভাৰতৰ নিৰপেক্ষ বৈদেশিক নীতিৰ বিষয়েও বিভিন্ন ঠাইত বক্তৃতা দিব লগা হৈছিল। এই বক্তৃতাবোৰে ভাৰতৰ একো একোটি দিশৰ উজ্জ্বল চিত্ৰ বিদেশীৰ আগত দাঙি ধৰাত সহায় কৰিছে।--'সাগৰ দেখিছা' পুথিখনে আমেৰিকা যুক্তৰাষ্ট্ৰৰ ভালেমান বিষয় জনাত পাঠকক সহায় কৰিছে।

**ৰঙা কৰবীৰ ফুল** ঃ এইখন হেম বৰুৱাৰ দ্বিতীয় ভ্ৰমণ-গ্ৰন্থ। তেওঁ 'ৰুছিয়াৰ পুলকভৰা অভিজ্ঞতা' এই গ্ৰন্থখনত সন্নিৱিষ্ট কৰিছে। বৰুৱাই সংসদী সদস্যৰূপে ভাৰতৰ শুভেচ্ছা বাহক দল এটাৰ লগত ১৯৫৮ চনৰ ১৪ আগষ্টৰ পৰা ২২ আগষ্টলৈ ৰুছিয়া ভ্ৰমণ কৰে। ভ্ৰমণ-কাল মাথো ন দিন যদিও এই কম দিনৰ ভিতৰতে তেওঁ আলোক সন্ধানী মন এটা লৈ ৰুছিয়াৰ সমাজ-জীৱনৰ বহুতো কথা সংগ্ৰহ কৰিছিল। 'ৰাণী অব বিজাপুৰ' নামৰ ভাৰতীয় বিমানখনত যাওঁতে তলত দেখা হিন্দুকুশ পৰ্বতৰ এটি কাব্যিক বিৱৰণ দিছে।

ভাৰতীয় দলটোক ৰুছিয়াই প্ৰথম আদৰণি জনায় তাছকণ্ড চহৰত। বৰুৱাই ধুনীয়া চহৰ তাছকণ্ডৰ এটি বিৱৰণ দিয়াৰ লগতে কৈছে, "এখন দেশক জানিবলৈ হলে সেই দেশৰ নাৰীক জানিব লাগিব পোন প্ৰথমেই।" লগতে তেওঁ মন্তব্য দিছে যে ৰুছিয়া দেশখন গঢ়াৰ ক্ষেত্ৰত "নাৰীয়ে পুৰুষৰ সমানে দায়িত্ব গ্ৰহণ কৰিছে।" ইয়াৰ আভাস তেওঁ তাছকণ্ডতেই পাইছিল।

তাছকণ্ডৰ পিছত দুপৰ নিশা ভাৰতীয় দলটো নামিছিল মস্কো বিমান বন্দৰত। তাত তেওঁলোকক আনুষ্ঠানিকভাৱে অভি-নন্দন জনোৱা হৈছিল। মস্কোৰ জীৱন সম্পৰ্কে বৰুৱাই লিখিছে, তাত কথাই কথাই বক্তৃতা চলে আৰু বক্তৃতাৰ বিষয়-বস্তু সাম্য, মৈত্ৰী, বিশ্বশান্তি, পঞ্চশীল, ভাৰত ৰুছিয়াৰ সম্প্ৰীতি আদি। দুপৰ নিশালৈকে সকলো ব্যস্ত। "মহানগৰীবোৰত অতি মাদকতা-পূৰ্ণ বস্তু হৈছে নৈশ জীৱন। নৈশ জীৱন বাদ দিলে মহানগৰীৰ জীৱন শূন্য।" বৰুৱাই ৰাষ্ট্ৰীয় কাৰ্য্যসূচীৰ শেষত মাজনিশা মস্কোৰ নৈশ জীৱন অধ্যয়ন কৰিবলৈ পাৰ্ক, ৰেষ্টোৰাঁ, নৈৰ পাৰ আদিত ফুৰিছিল।

ৰুছিয়াৰ সৰ্বশ্ৰেষ্ঠ বিধান পৰিষদ অনুষ্ঠিত হোৱা ক্ৰেমলিন ৰাজপ্ৰাসাদত ভাৰতীয় সংসদী সদস্যৰ প্ৰতিনিধিবৰ্গক ছুপ্ৰীম ছোভিয়েটৰ সভাপতি লেভানভে আদৰ অভ্যৰ্থনা জনাইছিল। বৰুৱাই মস্কোৰ পুস্কিন স্কোয়াৰ, মায়াকভস্কী স্কোয়াৰ প্ৰমুখ্যে বিভিন্ন স্কোয়াৰ আৰু প্ৰস্তৰ মূৰ্তিসমূহৰ এটা সুন্দৰ বিৱৰণ দিছে। মস্কোৰ য'তে ত'তে দেশৰ বীৰ-বিপ্লৱীসকলৰ প্ৰস্তৰ মূৰ্তি। সেই-বোৰে মস্কোৰ ঐতিহ্যৰ কথাকে সোঁৱৰাই দিয়ে। তেওঁ জীৱন্ত আকাৰত সংৰক্ষণ কৰা লেনিন আৰু ষ্টেলিনৰ মৃতদেহ দুটা, পৃথিৱীৰ সপ্তম আশ্চৰ্য্য বস্তুৰ অন্যতম মস্কোৰ ঘণ্টা, বলছয় থিয়েটাৰ, বেলে নৃত্য, পাপেট শ্বো, লেনিন হিলছত থকা মস্কো বিশ্ববিত্তালয় আদি চোৱাৰ সুযোগ পায়। তেওঁ লক্ষ্য কৰিছিল যে জাতিৰ জনকৰূপে লেনিনক যি স্থান দিয়া হৈছে সেই স্থান ষ্টেলিনক অকণো দিয়া নাই। দ্বিতীয়তে ৰুছিয়াত ব্যক্তি-পূজাৰ অন্ত পৰিছে যদিও প্ৰস্তৰ মূৰ্তিসমূহৰ জৰিয়তে ৰাষ্ট্ৰই বাছি দিয়া ব্যক্তিৰ উপাসনা তীব্ৰভাৱে চলি আছে।

হেম বৰুৱাক মস্কোৰ পিকিং নামে তেৰ মহলীয়া হোটেল

এটাত থাকিবলৈ দিয়া হৈছিল আৰু ৰুছিয়া ভ্ৰমণ-কালত তেওঁৰ গাইড দোভাষী আছিল লিলি নামৰ এমোকোৰা হাঁহিৰে ভৰা চট্‌ফটীয়া ছোৱালী এজনী। তেওঁ লক্ষ্য কৰিছিল প্ৰকাণ্ড হোটেল-টোৰ মাল কঢ়িওৱা ল'ৰাৰ বাহিৰে আটাইবোৰ কৰ্মীয়েই হ'ল ছোৱালী।

ভাৰতীয় সংসদী দলটোক ৰুছ চৰকাৰে সম্বৰ্ধনা জনোৱা ক্ৰেমলিন ৰাজপ্ৰাসাদটোৰ ঐতিহ্য সম্পৰ্কে বিৱৰণ দি বৰুৱাই কৈছে যে ৰুছিয়াৰ ক্ৰেমলিন ৰাজপ্ৰাসাদটো যেনে মহত্ত্বপূৰ্ণ, তেওঁ পূৰ্বে পেৰিছত দেখা নেপোলিয়নৰ 'পেলে দি ভাৰ্ছাই' নামৰ ৰাজপ্ৰাসাদটোও তেনে জাকজমকতাপূৰ্ণ। ৰুছিয়া শ্ৰমিকৰ দেশ হলেও আৰু তাত সকলো জাকজমক বৰ্জন কৰা হৈছে বুলি কলেও তাৰ ঐতিহ্যক কেতিয়াও ম্লান হৈ যাবলৈ দিয়া নাই। চতুৰ্দশ-পঞ্চদশ শতিকাতে নিৰ্মিত শিলৰ দেৱাল আৰু স্তম্ভবোৰ অতি যত্নেৰে ৰক্ষা কৰা হৈছে। আনকি ক্ৰেমলিনৰ ৰাজপ্ৰাসাদ আৰু গীৰ্জাবোৰ যাদুঘৰৰ দৰে ৰাখি তাত পুৰণি ভাস্কৰ্য্য শিল্প, ৰাজন্যবৰ্গৰ বিবিধ বিলাসৰ সামগ্ৰী, যুদ্ধৰ সাজ-সৰঞ্জাম আৰু অন্য ৰাষ্ট্ৰৰ পৰা উপঢৌকন হিচাপে পোৱা বস্তুবোৰ সযতনে বিধে বিধে ৰখা হৈছে। বৰুৱাই ক্ৰেমলিনৰ উল্লেখযোগ্য যাদুঘৰ 'উৰুমেয়নায়া প্লাটা'ত ৰক্ষিত বস্তুবোৰৰ এটি সুন্দৰ বিৱৰণ দিছে। যাদুঘৰ চাই থাকোঁতে বৰুৱাই ৰুছবাসীৰ দেশ-প্ৰেমৰ কথা লক্ষ্য কৰিছিল। কাৰণ যাদুঘৰত থকা ৰুছদেশীয় বস্তুবোৰ দেখুৱাই তেওঁলোকে গৌৰৱ বোধ কৰিছিল। দ্বিতীয়তে তেওঁ অনুভৱ কৰিছিল ষ্টেলিনৰ সময়লৈকে ৰুছিয়াৰ বহিৰ্জগতৰ লগত বিশেষ সম্বন্ধ নাছিল। ষ্টেলিনৰ পিছৰ পৰা পৃথিবীৰ বিভিন্ন ঠাইৰ ভ্ৰমণকাৰী-সকল ৰুছিয়ালৈ আহিবলৈ ধৰে। ৰুছসকলেও বিদেশীক সৌহাৰ্দ্য-পূৰ্ণ ব্যৱহাৰ কৰে।

বৰুৱাই মস্কোৰ মস্কো আর্ট থিয়েটাৰ চাইছিল। তেওঁ অনুভৱ কৰিছিল যে আন পাশ্চাত্য দেশত যেনেকৈ চিনেমা বা টেলিভিচনে ৰঙ্গমঞ্চৰ ক্ষতি সাধন কৰিছে তেনেকৈ ৰুছিয়াত কৰা নাই। অৱশ্যে চিনেমা আৰু টেলিভিচনৰ প্ৰভাৱো ৰাছিয়াত একেবাৰে কম নহয়। ৰুছিয়াত 'চিনেৰেমা' বুলি চিনেমাৰ দৰেই এটি আনন্দ বিনোদনৰ আহিলা আছে। 'চিনেৰেমা' এক প্ৰকাৰ চিনেমাই; কেৱল তাৰ ছবিবোৰ জীৱন্ত যেন লাগে। চিনেৰেমাত চৰকাৰৰ আত্ম-প্ৰচাৰৰ প্ৰচেষ্টা আছে। ১৮৯৮ চনত স্থাপিত হোৱা মস্কো আর্ট থিয়েটাৰৰ নাটকীয় সামগ্ৰীৰ এটা নিজা সংগ্ৰহালয় আছে য'ত এখন মঞ্চ বুৰঞ্জীৰ সম্পদৰাশি লুকাই আছে। সেইদৰে ১৮২৪ চনত প্ৰতিষ্ঠিত মস্কোৰ বলছয় থিয়েটাৰৰ যোগেদি ক্লাছিকেল অপেৰা আৰু বেলে-নৃত্য জীয়াই ৰখা হৈছে। বৰুৱাই বলছয় থিয়েটাৰত ৰাছিয়ান গাভৰুৱে ভাৰত নাট্যম নচা দেখিছিল। 'ৰঙা কৰবীৰ ফুল'ত বলছয় ৰঙ্গমঞ্চৰ উপৰি 'মালী থিয়েটাৰ', তাৰ ওচৰতে থকা লৰা-ছোৱালীৰ ৰঙ্গমঞ্চ আদিৰ বিৱৰণ পোৱা যায়। ৰুছিয়া নৃত্য, শিল্পকলাৰ লগতে চিত্ৰকলাতো যে আগবঢ়া এই বিষয়ে লেনিনগ্ৰেড চহৰত থকা চিত্ৰগৃহৰ কথা আলোচনা প্ৰসঙ্গত বৰুৱাই উল্লেখ কৰি গৈছে। ৰুছিয়াৰ মানুহৰ পুৰণিৰ প্ৰতি যে এটা বিশেষ প্ৰীতি আছে লেনিনগ্ৰেডৰ চিত্ৰগৃহই সেইটো প্ৰমাণ কৰে বুলি বৰুৱাই উল্লেখ কৰিছে। অৱশ্যে মস্কোৰ এটি আধুনিক চিত্ৰগৃহত নতুন ৰাজনৈতিক আদর্শ প্ৰকাশৰ প্ৰচেষ্টা আছে বুলি মন্তব্য কৰিছে।

বৰুৱাই লেনিন হিলছ্ বোলা পাহাৰত অৱস্থিত মস্কো বিশ্ববিদ্যালয়টোও দর্শন কৰিছিল। ১৯৪৮-৫৩ চনৰ ভিতৰত নির্মিত মস্কো বিশ্ববিদ্যালয়ৰ ভবনটো ওখই ৭৫০ ফুট। তাত শিক্ষক থাকিবলৈ ১৮৪ টা আৰু ছাত্ৰৰ কাৰণে ৫,৭৫৪ টা কোঠা

আছে। তাৰ চেণ্টেল হল আৰু লাইব্ৰেৰীটোও প্ৰকাণ্ড। মস্কো বিশ্ববিদ্যালয় ১৭৫৫ চনত স্থাপিত হৈছিল। কিন্তু ৰুছিয়াত কলেজ বিশ্ববিদ্যালয়ৰ উচ্চ শিক্ষা সকলোৰে কাৰণে মুকলি নহয় যেনেকৈ আন বিষয়ৰ শিক্ষা সকলোৰে বাবে মুকলি। ৰুছিয়াৰ মানুহৰ কিতাপ পঢ়া আগ্ৰহ দেখি বৰুৱা মুগ্ধ হৈছিল। টেক্সী ষ্টেণ্ড, হোটেল, দোকান যলৈকে তেওঁ গৈছে তাতেই কিতাপ পঢ়া লোক দেখিছে। অৱশ্যে ইয়াৰ বাবে গোটেই দেশজুৰি লাইব্ৰেৰীৰ সুব্যৱস্থা আছে। মস্কোৰ 'লেনিন ষ্টেট পাব্লিক লাইব্ৰেৰী' হেনো পৃথিবীৰ ভিতৰতে সৰ্ববৃহৎ। তাত ষাঠিটা ভাষাৰ নবৈ লাখ কিতাপ আছে আৰু গড়ে দিনে পঢ়ুৱৈৰ সংখ্যা পাঁচ হেজাৰ।

বৰুৱাই মস্কোত এখন কৃষি শিল্পৰ বিৰাট প্ৰদৰ্শনীও চাইছিল। ৫৬৬ একৰ আগুৰা সেই প্ৰদৰ্শনী ভূমিখণ্ডত নানা তৰহৰ গছ-গছনিৰ উপৰিও এখন উদ্ভিদ-উদ্যান আছে। প্ৰদৰ্শনীখনত তিনিশ সাতটা পেভিলিয়ন আছে আৰু প্ৰতিখনতে কৃষি আৰু শিল্পজাত নানা তৰহৰ বস্তু সজোৱা হৈছে। তদুপৰি ৰুছিয়াত নিৰ্মিত ৰেল, এৰোপ্লেন, আনকি স্পুট্নিকৰ আৰ্হিও প্ৰদৰ্শনীত দেখুওৱা হৈছে। 'ৰঙা কৰবীৰ ফুল'ত বৰুৱাই প্ৰদৰ্শনীখনৰ এটি আকৰ্ষণীয় বৰ্ণনা দিছে।

বৰুৱাই মস্কোৰ ওচৰতে থকা কৃষি পামো পৰিদৰ্শন কৰিছিল। ৰুছিয়াৰ কৃষিপামত যন্ত্ৰৰ সহায়ত হালবোৱা, গুটি সিঁচা, শস্য গোটোৱা আদি কাম আৰু বিবিধ পশু-পালন কৰা হয়। তাৰ কৃষকৰ ঘৰবোৰ সাধাৰণ আৰু গোহালিবোৰ লেতেৰা। অৱশ্যে কৃষকৰ ল'ৰা-ছোৱালীৰ বাবে শিক্ষাৰ ব্যৱস্থা আছে। বনুৱাবোৰে পামৰ উপাৰ্জনৰ এটা ভাগহে পায়; সৰহীয়া ভাগটো পামৰ আৰু গাওঁ অঞ্চলৰ সমূহীয়া উন্নতিৰ কাৰণে খৰচ কৰা হয়।

বৰুৱাই সাগৰৰ পাৰত অৱস্থিত লেনিনগ্ৰেড চহৰতো ভ্ৰমণ কৰিছিল। এশ এটা দ্বীপৰ সমষ্টি এই চহৰখন কিছুমান দলঙে সাঙুৰি ৰাখিছে। চহৰখনক জলস্ৰোত, ৰাজপ্ৰাসাদ আৰু বৰষুণৰ চহৰ বুলি বৰুৱাই অভিহিত কৰিছে। ৰুছিয়াৰ বিখ্যাত সম্ৰাট পিটাৰ দি গ্ৰেটে (১৬৭২—১৭২৫) নিৰ্মাণ কৰা এই চহৰখনৰ ৰাজপ্ৰাসাদ, পাৰ্ক, উদ্যান, আৰ্ট-গেলেৰী, ষ্টেডিয়াম আদিৰ কথা, ৰাষ্ট্ৰ নিৰ্মাতা সম্ৰাটৰ গুণাৱলীৰ কথা 'ৰঙা কৰবীৰ ফুল'ত বৰ্ণনা কৰা হৈছে।

মস্কো সম্বন্ধে বৰুৱাই কৈছে, গোটেই মস্কো চহৰখনেই ৰাষ্ট্ৰৰ বস্তু। ইয়াৰ ব্যৱসায়-বাণিজ্য, দোকান-পোহাৰ, ঘৰ-দুৱাৰ সকলো ৰাষ্ট্ৰৰ সম্পত্তি। সকলো ৰাষ্ট্ৰৰ দ্বাৰা পৰিচালিত হয়। মানুহক কাম অনুপাতে দৰমহা দিয়া হয়। কিন্তু ছোভিয়েট ইউনিয়নত জনসংখ্যা কম হোৱা কাৰণে কাম কৰা মানুহৰ অভাৱ হৈ আছে। সেই কাৰণে তাত সন্তান বৃদ্ধিৰ ওপৰত গুৰুত্ব দিয়া হৈছে। পুৰুষতকৈ নাৰীৰ সংখ্যা সৰহ হোৱা কাৰণে ছোৱালীৰ কাৰণে দৰা পোৱাটো তাত আন এটি সমস্যা হৈছে। চাকৰিৰ ক্ষেত্ৰত তিৰোতা মানুহৰ প্ৰভাৱেই বেছি। পোন্ধৰখন ৰাষ্ট্ৰ বা প্ৰদেশৰ সমষ্টি ছোভিয়েট ইউনিয়নৰ সাৰ্বভৌম সংসদ, নিৰ্বাচন প্ৰথা, কমিউনিষ্ট পাৰ্টি আদিৰ বিষয়ে পুথিখনিত এটি আভাস দিয়া হৈছে।

ৰুছবাসীৰ অতিথিপৰায়ণতা সম্পৰ্কে বৰুৱাই কৈছে, বিদেশীয়ে বিশেষকৈ ভাৰতীয়ই তাত মৰম-চেনেহ পায় যদিও পৰাপক্ষত ঘৰলৈ নিয়া নহয়; নিলে চৰকাৰে তাৰ অনুসন্ধান লয়। এই প্ৰসঙ্গতে বৰুৱাই এটি ৰহস্যপূৰ্ণ ঘটনাৰ উল্লেখ কৰিছে : কেনেকৈ মাজনিশা দুজনী গাভৰু ছোৱালী তিনিটা অচিনাকী মানুহৰ কবলৰ পৰা ৰক্ষা পাবলৈ পলাই ফুৰিব লগা হৈছিল।

এইদৰে দেখা যায় হেম বৰুৱাই মাথো ন দিনহে ৰুছিয়া ভ্ৰমণ

কৰিছিল যদিও, সেই কম দিনৰ ভিতৰতে সেই দেশখনৰ ভালে-মান 'তথ্য'—পুলকভৰা অভিজ্ঞতা আহৰণ কৰি 'ৰঙা কৰবীৰ ফুল'ত সন্নিবিষ্ট কৰিছে।

**ইজৰাইল** ঃ হেম বৰুৱাৰ তৃতীয় ভ্ৰমণ-পুথি 'ইজৰাইল'ত নকৈ জন্ম পোৱা, ইহুদীপ্ৰধান সৰু ৰাষ্ট্ৰ ইজৰাইলৰ সামাজিক, ৰাজনৈতিক, সাংস্কৃতিক আদি অৱস্থাৰ বিষয়ে বৰ্ণনা কৰা হৈছে। বৰুৱাই ইজৰাইল চৰকাৰৰ আমন্ত্ৰণক্ৰমে ১৯৬৪ চনত ইজৰাইল ভ্ৰমণ কৰিছিল। তেওঁ ইজৰাইলৰ জেৰুজালেম, তেল-এভিভ্ চহৰ, কিবুৎজ গাওঁ, বীৰশ্বেৱা চহৰ, নেগেভ্ মৰুভূমি অঞ্চল, গেলিলী অঞ্চল, নেজেৰেথ অঞ্চল আদি ভ্ৰমণ কৰিছিল আৰু তেওঁৰ ভ্ৰমণৰ সহচৰ আছিল ড্ৰাইভাৰ য়াকোভ্ আৰু ডিপ্লোমেট য়াটিভ্।

পৃথিবীৰ বিভিন্ন ঠাইত অনাই-বনাই ঘূৰি ফুৰা, উৎপীড়িত জাতি ইহুদীসকলে ১৯৪৮ চনত ইজৰাইল স্বাধীন ৰাষ্ট্ৰ হিচাপে স্বীকৃতি লাভ কৰে। ইজৰাইলক পৃথিবীৰ ভিতৰতে এখন লেখত ল'বলগীয়া ৰাষ্ট্ৰ হিচাপে গঢ় দিবলৈ ইহুদীসকলে কেনেকৈ যৎপৰোনাস্তি চেষ্টা কৰি আহিছে—তাৰ বিৱৰণ অতি সহানুভূতিৰে আৰু প্ৰাঞ্জল ভাষাত বৰুৱাই পুথিত দাঙি ধৰিছে। থিয়ডোৰ হাৰ্‌লজ নামৰ এজন ভিয়েনাবাসী ইহুদী-নাট্যকাৰে পীড়িত ইহুদীসকলৰ কাৰণে নিজ জন্মভূমি ইজৰাইলক স্বাধীন কৰাৰ সপোন দেখিছিল। সেই সপোন ফলিয়াইছিল ১৯৪৮ চনত।

বৰুৱাই ইজৰাইলৰ ৰাজধানী জেৰুজালেমৰ শ্বহীদ ভৱনত অজস্ৰ অত্যাচাৰিত ইহুদীৰ চিত্ৰ দেখিছিল আৰু দেখিছিল মাউণ্ট হাৰ্‌লজৰ স্মৃতিবেদী। ইহুদীসকলৰ স্বাধীনতাৰ কাহিনী, অতীতৰ করুণ কাহিনী, পুথিখনৰ প্ৰথম অধ্যায়ত বৰ্ণনা কৰা হৈছে।

বৰুৱাই ইজৰাইলৰ গাওঁবোৰ ঘূৰি সেইবোৰৰ সুন্দৰ বিৱৰণ দিছে। গাওঁ হলেও ৰন্ধা-বঢ়া, কাঁহী-বাটি ধোৱা আদি সকলো

কাম যান্ত্ৰিক ব্যৱস্থাৰে কৰা হয়। তাৰ পৰা বুজিব পাৰি গাওঁবোৰ কিমান উন্নত। কিবুৎজ আৰু মোচেভ্ এই ধৰণৰ সমবায় পদ্ধতিত গাওঁবোৰ চলে। বৰুৱাই এই দুই পদ্ধতিৰ বিশদ বিৱৰণ দিছে।

বৰুৱাই ইজৰাইলৰ মৰুভূমি অঞ্চল নেগেভলৈ ফুৰিবলৈ গৈছিল। মৰুভূমি হলেও পৰিশ্ৰমী ইজৰাইলবাসীয়ে জলসিঞ্চনৰ যোগেদি কেনেকৈ শস্য-শ্যামলা কৰি তুলিছে—তাৰ বিৱৰণ দিয়া হৈছে। তাৰ ডেড্-ছি নামৰ লোণযুক্ত হ্ৰদৰ বিৱৰণটি আকৰ্ষণীয়। বৰুৱাই মৰুভূমি অঞ্চলত থকা বেদুইনবিলাকৰ জীৱন-যাত্ৰা সম্বন্ধেও ভালে-মান কথা পুথিখনত সন্নিবিষ্ট কৰিছে। ইজৰাইলত যেনেকৈ শুকান পাহাৰ আৰু মৰুভূমি আছে, তেনেকৈ পিটনি অঞ্চলো আছে। পিটনি অঞ্চলত খেজুৰ আৰু ডালিমগছ উভৈনদী। ইজৰাইলবাসীয়ে যন্ত্ৰৰ সহায়ত পিটনি আৰু মৰুভূমি দুয়োটাৰে সমস্যা সমাধান কৰি মাটিবোৰ খেতিৰ উপযুক্ত কৰি লৈছে।

ইজৰাইলৰ প্ৰধান ভাষা হিব্ৰু। পৃথিবীৰ এটি অতি পুৰণি ভাষা হিব্ৰু অনাই-বনাই ফুৰা ইহুদীসকলৰ মাজত কেনেকৈ বৈ আছিল এই বিষয়ে বৰুৱাই চমু ইতিহাস দাঙি ধৰিছে। অৱশ্যে ইজৰাইলত আৰবী ভাষাকো আৰব সম্প্ৰদায়ৰ ভাষা ৰূপে স্বীকৃতি দিছে। বৰুৱাই ইজৰাইলৰ হিব্ৰু সাহিত্য আৰু ৰঙ্গমঞ্চৰ বিষয়েও আলোচনা কৰিছে।

ইজৰাইলত বৰ্ণ-লিঙ্গ নিৰ্বিশেষে দেশবাসীৰ সামাজিক আৰু ৰাজনৈতিক স্বত্ব সম্পূৰ্ণৰূপে ৰক্ষিত আৰু শিক্ষা, সংস্কৃতি, ভাষা, ধৰ্ম সকলো ক্ষেত্ৰতে স্বতন্ত্ৰতা স্বীকৃত। বৰুৱাই ইজৰাইলবাসীৰ ৰাজনৈতিক জীৱনৰ এটি আভাস দাঙি ধৰিছে। ইউৰোপীয় নাৰী সমাজৰ দৰে ইজৰাইলী নাৰী সমাজো মুক্ত—গাওঁ-চহৰ সকলো ঠাইতে নাৰী স্বাধীন-চিতীয়া, মুকলিমূৰীয়া। সেইদৰে পুৰুষসকলৰ দৰে তাৰ তিৰোতাসকলেও ৰাষ্ট্ৰৰ উন্নতিৰ কাৰণে কাম কৰি গৈছে।

পুথিখনৰ শেষৰফালে বৰুৱাই ইজৰাইলৰ শিক্ষা ব্যৱস্থাৰ কথা উল্লেখ কৰিছে। তাৰ মানুহৰ যে কিতাপ পঢ়াৰ ধাউতি অপৰিসীম, আনকি তাৰ টেক্সী ড্ৰাইভাৰেও যে কিতাপ পঢ়ে, এই কথাও তেওঁ কবলৈ পাহৰা নাই।

বৰুৱাই ইজৰাইলৰ পৰা উভতি আহোঁতে ইৰাণৰ ৰাজধানী তেহৰাণত এদিনৰ কাৰণে ভুমুকি মাৰি তাত লাভ কৰা অভিজ্ঞতাৰ কথা—পাশ্চাত্য সভ্যতাত দীক্ষিতা বোৰখাৰ লেখিয়া ওৰণি লোৱা আধুনিকা মুচলিম মহিলাৰ কথাও পাতনিত চমুকৈ বৰ্ণনা কৰিছে।

মেকং নৈ দেখিলো ঃ হেম বৰুৱাৰ চতুৰ্থ ভ্ৰমণ-গ্ৰন্থ 'মেকং নৈ দেখিলো'ত টাইলেণ্ড, কেম্বোডিয়া, লাওছ, মালয়ছিয়া আৰু ছিঙাপুৰ, দক্ষিণ-পূব এছিয়াৰ এই পাঁচখন দেশৰ ৰাজনৈতিক, সামাজিক, অৰ্থনৈতিক, সাংস্কৃতিক আদি অৱস্থাৰ চমু অথচ সৰস বিৱৰণ দাঙি ধৰা হৈছে। ভাৰত-পাকিস্তানৰ সংঘৰ্ষৰ পিছত, ভাৰত-পাকিস্তান সম্বন্ধ আৰু আৰু কাশ্মীৰ সমস্যাৰ বিষয়ে বিদেশৰ ৰাষ্ট্ৰনায়কসকলক সাক্ষাৎ কৰি ভাৰতৰ দৃষ্টিভঙ্গী বুজাই দিয়াৰ উদ্দেশ্যে ১৯৬৫ চনৰ ডিচেম্বৰ মাহত সংসদৰ এটি প্ৰতিনিধি দল দক্ষিণ-পূব এছিয়াৰ উক্ত দেশ পাঁচখনলৈ গৈছিল। হেম বৰুৱা আছিল এই দলৰ উপ-দলপতি।

আমি পশ্চিমীয়া দেশবোৰৰ তুলনাত আমাৰ ওচৰতে থকা পূব-দক্ষিণৰ দেশবোৰৰ কথা বৰ কমেইহে জানো। হেম বৰুৱাৰ 'মেকং নৈ দেখিলো' সেই ফালৰ পৰাও বিশেষ তাৎপৰ্যপূৰ্ণ।

লেখকে পুথিখনৰ আৰম্ভণিতে ফুলৰ দেশ টাইলেণ্ডৰ বিৱৰণ দিছে। টাইলেণ্ডৰ ৰাজধানী বেঙ্ককৰ অৰ্থ 'পানীফুলৰ গাওঁ', টাইসকলে ইয়াক 'ক্ৰং টেপ্' অৰ্থাৎ পানীৰ চহৰ বোলে। চহৰখনৰ চাৰিওফালে জলাশয়; নৌকা ভ্ৰমণ অতি আনন্দ দায়ক। লেখকে চহৰখনত সিচৰতি হৈ থকা বৌদ্ধ মন্দিৰসমূহ, ইপিনে সিপিনে

পানী বৈ যাবলৈ দিয়া খালবোৰৰ ওপৰত থকা চাংঘৰবোৰ, পানীৰ মাজত ওপঙি থকা ৰেষ্টোৰাঁ, টাইলেণ্ডৰ ৰাজপৰিয়াল, কৃষি, বেহা-বেপাৰ আদিৰ আকৰ্ষণীয় বিৱৰণ দিছে। টাইলেণ্ডৰ দহ নিযুত জনসংখ্যাৰ ভিতৰত হেনো পঞ্চাশ হেজাৰ লোক ভাৰতীয়; বেহা-বেপাৰৰ ক্ষেত্ৰত ভাৰতীয়সকল আগৰণুৱা। টাই-লেণ্ডত ভাৰতীয় সংস্কৃতিৰ প্ৰভাৱ যে সুস্পষ্ট এই কথাও লেখকে উদাহৰণেৰে বুজাই দিছে; লেখকে বেঙ্কক চহৰৰ বৈশিষ্ট্য সম্পৰ্কে কৈছে, "এইখন এখন চহৰ নহয়। কেইবাখনো খণ্ড চহৰৰহে সমাবেশ। ............এফালে অত্যাধুনিক জীৱন, আনফালে প্ৰাচীনত্বৰ মোহৰ, এফালে বতাহত উটি অহা মন্দিৰৰ ফুলৰ সুবাস, আনফালে গেলামাছৰ গোন্ধ: এফালে ধোঁৱা, আনফালে ৰঙীণ আৱেশ।"

বৰুৱাই প্ৰতিনিধি দলটোৰে সৈতে টাইলেণ্ডৰ প্ৰধান মন্ত্ৰী, বৈদেশিক মন্ত্ৰী, সম্ৰাট, ৰাজকোঁৱৰ আদিক লগ পাইছিল, সি-বিলাকৰ ভিতৰত কাৰোবাৰ কাৰোবাৰ আলহীও হৈছিল আৰু সিবিলাকৰ লগত ভাৰত-পাকিস্তান-কাশ্মীৰ সম্পৰ্কে আলোচনা কৰিছিল। টাইলেণ্ডৰ মানুহবোৰ পৰিষ্কাৰ-পৰিচ্ছন্ন, অতিথিপৰায়ণ আৰু ধৰ্মভীৰু। বৰুৱাই টাইলেণ্ডৰ মাছৰ প্ৰাচুৰ্য্যৰ কথাও উল্লেখ কৰিছে। টাইলেণ্ডত ইংলেণ্ডৰ দৰে নৃপতিতন্ত্ৰ (Constitutional Monarchy) চলে। মানুহবোৰ নৃপতিভক্ত; তেওঁলোকে ৰজাক ভগবানৰ অৱতাৰ বুলি ভাবে। তাত বিবাহ বিচ্ছেদ অতি সহজ। সাধাৰণতে পুৰুষতকৈ নাৰী বিবাহ-বিচ্ছেদত অধিক অগ্ৰসৰ; তাৰ কাৰণ এজো গৰাকী পুৰুষৰ দহ-বাৰজনীকৈ পত্নী থাকে। সমাজত নানা প্ৰকাৰৰ দুৰ্নীতি আছে। বৰুৱাই টাইলেণ্ডৰ কেইবাটাও উৎসৱৰ কথা বৰ্ণনা কৰিছে। সেই দেশৰ বুৰঞ্জীমূলক পটভূমি, ধৰ্ম, ভাষা, ৰঙ্গমঞ্চ আদি বিষয়ৰ আভাসো পুথি-খনৰ পৰা পাব পাৰি।

লেখকে টাইলেণ্ডৰ মানুহৰ বিষয়ে শেষত লিখিছে—"টাইলেণ্ডে মোক বৰকৈ মোহিত কৰিছিল।" আৰু মোহিত কৰাৰ কাৰণ তাৰ মানুহৰ "দৃষ্টিত উভৈনদী হৈ আছে সৰলতা" আৰু "যাৰ হাঁহি জোনৰ পোহৰৰ দৰে নিৰ্মল, নিকা, স্নিগ্ধ--এইবোৰক পাহৰো কেনেকৈ ?"

টাইলেণ্ডৰ পৰা প্ৰতিনিধি দলটোৰ সৈতে বৰুৱা গৈছিল কেম্বোডিযালৈ। কেম্বোডিয়াত নংপেন, আংকোৰ, ছিয়েমৰীপ আদি চহৰত সন্ধানী দৃষ্টিৰে ঘূৰি বৰুৱাই কেম্বোডিয়াৰ ঐতিহাসিক, ৰাজনৈতিক, সামাজিক, ধৰ্মীয় আদি জীৱনৰ চিত্ৰ অংকিত কৰিছে। ১৯৫৩ চনত ফৰাচীৰ কবলৰ পৰা মুক্ত হৈ স্বাধীনতা লাভ কৰা কেম্বোডিয়াৰ ৰাজধানী নংপেন চহৰত থলুৱা কেম্বোডীয়, চীনা আৰু ভিয়েটনামীৰ প্ৰাধান্য আছে। চীনাসকলে দেশৰ প্ৰধান ব্যৱসায়, ভিয়েটনামীসকলে সৰু-সুৰা ব্যৱসায় চলায় আৰু কেম্বো-ডীয়সকল প্ৰধানকৈ কৃষিজীৱী। ফৰাচীসকলৰ শাসনৰ অন্ত পৰিলেও আমদানি-ৰপ্তানিৰ প্ৰায়বোৰ প্ৰধান প্ৰতিষ্ঠান তেওঁলোকৰ হাতত। দেশত শিল্প-প্ৰতিষ্ঠান নাই বুলিবই পাৰি। মানুহবোৰ ধৰ্মভীৰু; আঙ্কোৰৰ মন্দিৰ বিশ্ববিখ্যাত। ৰামায়ণ মহাকাব্যৰ প্ৰভাৱ তেওঁলোকৰ ধৰ্মীয় সাংস্কৃতিক জীৱনত পৰিছে। এই দেশত প্ৰথমে হিন্দু ধৰ্ম আৰু পিছত বৌদ্ধ ধৰ্মই প্ৰাধান্য লাভ কৰে। দুয়োটা ধৰ্মৰ সাক্ষী দিয়ে তাৰ মঠ-মন্দিৰ আৰু মূৰ্তিসমূহে। তাৰ ভালেমান ব্যক্তিৰ নামেও এই কথাৰে প্ৰমাণ দিয়ে।

কেম্বোডিয়াৰ পিছত ভাৰতীয় প্ৰতিনিধি দলটো আহে লাওছলৈ আৰু লাওছৰ ৰাজধানী ভিয়েনটিয়ান চহৰত মেকং নৈৰ পাৰত এখন হোটেলত তেওঁলোকৰ থকাৰ ব্যৱস্থা কৰা হয়। হেম বৰুৱাই চমুকৈ হলেও লাওছ দেশৰ ভৌগোলিক, ৰাজনৈতিক বুৰঞ্জী, নৃতাত্ত্বিক, সামাজিক আৰু ধৰ্মীয় অৱস্থাৰ কথা প্ৰাঞ্জল

ভাষাত বৰ্ণনা কৰিছে। লাওছ বিভিন্ন ভাষা আৰু জনজাতীয় সমাজৰ সমষ্টি। তাৰ জনসংখ্যাৰ আধা বৌদ্ধধৰ্মী আৰু আধা জড়োপাসক। দেশখনত অজস্র উৎসৱ হয়।

কেম্বোডিয়াৰ পিছত বৰুৱাই বৰ্ণনা কৰিছে তাৰ ওচৰ চুবুৰীয়া দেশ মালয়ছিয়াৰ বিষয়ে। তেওঁলোকৰ দলটো মালয়ছিয়াৰ ৰাজধানী কোৱালালামপুৰত বৈছিল। চীন-ভাৰত আৰু ভাৰত-পাকিস্তানৰ সংঘৰ্ষ লগাৰ সময়ত মালয়ছিয়াই ভাৰতক সমৰ্থন দিছিল। তাৰ প্ৰধান মন্ত্ৰী টুংকু আব্দুল ৰহমানৰ দেশখনত থকা জনপ্ৰিয়তাৰ কথা বৰুৱাই উল্লেখ কৰিছে। ইয়াৰ উপৰি লেখকে উল্লিখিত দেশবোৰৰ দৰে এই দেশৰো ভৌগোলিক অৱস্থান, প্ৰাকৃতিক সম্পদ, নৃতত্ত্ব, ৰাজনৈতিক অৱস্থা, শিক্ষা, সাহিত্য, সংস্কৃতি আদিৰ চমু বিৱৰণ দিছে। মালয়ছিয়াত ভাৰতীয় সংস্কৃতিৰ যে প্ৰতুল প্ৰভাৱ পৰিছে এই কথাও লেখকে উদাহৰণ দি বুজাই দিছে।

'মেকং নৈ দেখিলো'ত বৰ্ণিত শেহৰ দেশখনেই হ'ল ছিঙ্গাপুৰ। বৰুৱাই লিখিছে—ছিঙ্গাপুৰ অতি ব্যস্ত আৰু ব্যৱসায়ী চহৰ। ছিঙ্গাপুৰ এখন নগৰ-ৰাষ্ট্ৰ। ছিঙ্গাপুৰ বন্দৰ ব্যৱসায়-বাণিজ্যৰ কেন্দ্ৰ স্বৰূপে এছিয়াৰ ভিতৰতে বিখ্যাত। বৰুৱাই কম কথাৰ মাজতে ছিঙ্গাপুৰৰ অতীত আৰু বৰ্তমান ইতিহাস দাঙি ধৰিছে। তদুপৰি ছিঙ্গাপুৰৰ প্ৰধান মন্ত্ৰী লী কোৱান উ-ৰ বিষয়ে ভালেমান কথা বৰ্ণনা কৰিছে। তাত ভাৰতীয় মানুহৰ লগত যে চীনা মানুহৰ মাজত শত্ৰু-ভাৱ আছে এই কথা বৰুৱাই ঘটনা এটিৰে সৈতে আলোচনা কৰিছে। ছিঙ্গাপুৰত চীনাসকলৰ প্ৰতিপত্তি আছে। তাত খ্ৰীষ্টানৰ উপৰি বৌদ্ধ, হিন্দু, শিখ, পাৰ্চী, ইহুদী আদি ধৰ্মাৱলম্বী লোক আছে। ছিঙ্গাপুৰৰ ৰাজনৈতিক, সামাজিক, সাংস্কৃতিক আদি বিৱৰণো পুথিখনত দাঙি ধৰা হৈছে।

বৰুৱাই ছিঙ্গাপুৰ প্ৰমুখ্যে প্ৰাচ্যৰ দেশবোৰৰ মহিলা সমাজত কেনেকৈ ন-পুৰণিৰ সংঘাত হৈছে, বিশেষকৈ বিচাৰবিহীনভাৱে পছিমীয়া সংস্কৃতিয়ে নতুনকৈ স্বাধীনতা লাভ কৰা প্ৰাচ্যৰ দেশ সমূহত বিস্তাৰ লাভ কৰিছে এই বিষয়েও পুথিখনিৰ শেষত আলোচনা কৰিছে।

হেম বৰুৱাৰ উল্লিখিত চাৰিখন ভ্ৰমণ-গ্ৰন্থৰ উপৰি তেওঁৰ 'সানমিহলি' (১৯৫৭) নামৰ গ্ৰন্থখনিত সন্নিবিষ্ট 'সোণ বৰণীয়া দেশ : ব্ৰহ্মদেশৰ জিলিমিলি' নামৰ এটি চুটি অথচ আকৰ্ষণীয় ভ্ৰমণ-কাহিনী আছে। বৰুৱাই ১৯৫০ চনৰ নবেম্বৰ মাহত ব্ৰহ্ম-দেশৰ ৰেঙ্গুন বিশ্ববিদ্যালয়ত অনুষ্ঠিত হোৱা 'ৱৰ্ল্ড ইউনিভাৰ্চিটি ছাৰ্ভিচ'ৰ দক্ষিণ-পূব এছিয়াৰ আঞ্চলিক সভাত ভাৰতীয় প্ৰতিনিধি হিচাপে যোগ দিছিল। তেওঁ সভাৰ বিভিন্ন আলোচনাত সক্ৰিয় অংশ গ্ৰহণো কৰিছিল। বৰুৱাই ব্ৰহ্মদেশত সাত দিন থাকি বিভিন্ন ঠাই ঘূৰি-পকি লাভ কৰা অভিজ্ঞতাকে ৰূপায়িত কৰে এই ভ্ৰমণ-কাহিনীটোত। ইয়াত ব্ৰহ্মদেশৰ সোণ বৰণীয়া ধাননি পথাৰ, সোণালী চূড়াৰে সুশোভিত বৌদ্ধ মঠ আৰু বুদ্ধ-মূৰ্তিৰ বিৱৰণৰ লগতে ব্ৰহ্মদেশবাসীৰ ধৰ্ম, শিক্ষা, আচাৰ-নীতি আদিৰ আভাস দাঙি ধৰা হৈছে। ব্ৰহ্মদেশীয় লোকসকল মঙ্গোলীয় গোষ্ঠীৰ মানুহ ; তেওঁলোকৰ সভ্যতাত ভাৰতীয় আৰু চীনা সভ্যতাৰ প্ৰভাৱ বিদ্যমান। নাৰী সমাজ পুৰুষৰ সমানেই স্বাধীন। তাৰ লোক-নৃত্যৰ ওপৰত ভাৰতীয় আৰু শ্যামদেশীয় নৃত্যকলাৰ আৰু সাহিত্য-সংস্কৃতিত বৌদ্ধ ধৰ্ম আৰু সাহিত্যৰ প্ৰভাৱ বিদ্যমান। কৃষিপ্ৰধান দেশ হলেও ব্ৰহ্মদেশত নিম্ন শ্ৰেণীৰ পৰা বিশ্ববিদ্যালয়লৈকে বিনামূলীয়াকৈ শিক্ষা দিয়াৰ ব্যৱস্থা আছে। বৰুৱাই 'সানমিহলি'ত সন্নিবিষ্ট 'ব্ৰহ্মদেশৰ নাটঘৰ' নামৰ প্ৰবন্ধত ব্ৰহ্মদেশৰ নাট্য জগতত ৰামায়ণৰ প্ৰভাৱ সম্পৰ্কে আলোচনা কৰিছে।

'সানমিহলি' গ্ৰন্থত সন্নিবিষ্ট বৰুৱাৰ আন এটি চুটি ভ্ৰমণ-বিষয়ক প্ৰবন্ধ হ'ল 'ইজিপ্টৰ চিনাকি।' 'আকাশস্পৰ্শী পিৰামিড আৰু ক্লিয়পেট্ৰাৰ ৰোমাঞ্চসনা' ইজিপ্ট অনাবৃষ্টিৰ ঠাই হৈও মানুহৰ একান্ত যত্ন আৰু পৰিশ্ৰমৰ ফলত কেনেকৈ শস্য-শ্যামল হৈছে তাৰ সুন্দৰ বিৱৰণ পোৱা যায় এই ভ্ৰমণ-কাহিনীটোত। বৰুৱাই তুলনা কৰি দেখুৱাইছে, দক্ষিণ-পুব এছিয়াৰ পুৰুষতকৈ তিৰোতাই বেছি কাম কৰে; কিন্তু ইজিপ্টৰ মতা-তিৰোতা সমানে পৰিশ্ৰমী। ভাৰতবৰ্ষৰ দৰে ইজিপ্ত নানা জাতিৰ মিলন ভূমি। সৰহভাগ লোক কৃষিজীৱী হলেও শিক্ষাৰ প্ৰতিও তেওঁলোকৰ প্ৰৱল ধাউতি আছে। মানুহবোৰ সমাজপ্ৰিয়; নৃত্য-গীত তেওঁ-লোকৰ জাতীয় জীৱনৰ অপৰিহাৰ্য্য অংগ। পিৰামিডবোৰ ভাস্কৰ্য্যৰ অপূৰ্ব নিদৰ্শন। মৃতদেহ (মামী) অলপো নষ্ট নোহোৱাকৈ হেজাৰ হেজাৰ বছৰ ধৰি সংৰক্ষণ কৰি ৰাখিব পৰাটোতে তেওঁলোকৰ উৎকৰ্ষমানৰ চিকিৎসা বিদ্যাৰ পৰিচয় পোৱা যায়। সাহিত্যৰ ক্ষেত্ৰতো ইজিপ্টৰ অতুলনীয় দানৰ কথা বৰুৱাই কাহিনীটোত উল্লেখ কৰিছে।

হেম বৰুৱাৰ ভ্ৰমণ-সাহিত্য পঢ়িলে কেইটামান কথা মনলৈ আহে। (১) হেম বৰুৱাৰ ৰচনা সৰস আৰু বৰ্ণনা কাব্যিক; সেই কাৰণে তেওঁৰ ভ্ৰমণ-কাহিনী পঢ়ি আমনি নালাগে। বহু সময়ত তেওঁ বৰ্ণনীয় বিষয়বোৰৰ কথাছবিৰ দৰে হুবহু ৰূপ দিবলৈ যত্ন কৰিছে; সেই কাৰণে তেওঁ ভ্ৰমণ-কাহিনী পঢ়ি আমনি নালাগে--লাগে আনন্দ। হেম বৰুৱাই 'ইজবাইল'ৰ পাতনিত ভ্ৰমণ-কাহিনীৰ এটি বিশেষ গুণ সম্পৰ্কে 'ইন লজ্ এণ্ড আউট লজ্' বোলা কিতাপ এখনৰ পৰা এই উদ্ধৃতিটো দিছে—"In writing a travel book the thing to avoid is monotony. The only remedy for this is to give your story a

climax.' হেম বৰুৱাৰ বৰ্ণনাত একঘেয়েমি নাই—আছে নতুন নতুন সোৱাদ লগা কথা। সেই কাৰণেই তেওঁৰ ভ্ৰমণ-কাহিনী-বোৰ আকৰ্ষণীয়।

(২) ভ্ৰমণ-গ্ৰন্থ কেইখন পঢ়ি হেম বৰুৱা মানুহজনৰ বিষয়েও এটি ধাৰণা কৰিব পাৰি: তেওঁৰ আছিল নেদেখা কথা দেখাৰ, নুশুনা কথা শুনাৰ অফুৰন্ত আগ্ৰহ। তাৰ কাৰণে তেওঁ সম্ৰাট-মন্ত্ৰীৰ পৰা আৰম্ভ কৰি হোটেলৰ বয়-ড্ৰাইভাৰলৈকে সকলো শ্ৰেণীৰ মানুহক লগ ধৰিছিল, সকলো শ্ৰেণীৰ মানুহৰ মাজত মিলি যাব পাৰিছিল। নতুনক চোৱাৰ দুৰন্ত হেপাহ থকা কাৰণেই তেওঁ দিন-ৰাতি ভেদাভেদ এৰি নগৰবোৰত ঘূৰি ফুৰিছিল। দিনত সংসদী প্ৰতিনিধি দলৰে লগত ঘূৰে আৰু ৰাতি নৈশ জীৱন চাবলৈ ভাল পোৱা লোকৰ মাজত ঘূৰে। তেওঁ 'মেকং নৈ দেখিলো'ত লিখিছে—"বিদেশলৈ গলে নিশা দুই বজাৰ আগতে পাটীত পৰাৰ মোৰ অভ্যাস নাই।.........নিশাতকৈ মাদকতাপূৰ্ণ বস্তু আন একোৱেই হ'ব নোৱাৰে।" বৰুৱাৰ এনে উক্তি আন ভ্ৰমণ-কাহিনীতো পোৱা যায়। তেওঁ যে কিমান পৰিশ্ৰমী আছিল ইও তাৰেই প্ৰমাণ দিয়ে। তেওঁৰ ভ্ৰমণ-কালত ৰাজ অট্টালিকা, সংসদ ভৱনৰ পৰা হোটেল, ৰেষ্টোৰাঁ, পাৰ্ক, গলি কোনো স্থানেই বাদ পৰা নাছিল।

(৩) তেওঁ এখন দেশৰ পৰা আন এখন দেশলৈ উৰা জাহা-জেৰেই ভ্ৰমণ কৰিছিল। উৰা জাহাজৰ পৰা তলৰ পৃথিৱী, কাষৰ মেঘ বা পৰ্বতমালা কেনে দেখি এই বিষয়ে তেওঁ একাধিক ঠাইত কাব্যিক বৰ্ণনা দিছে। তেওঁৰ আটাইকেইটা আকাশী-ভ্ৰমণৰ বিৱৰণ চমৎকাৰিতা পূৰ্ণ।

(৪) হেম বৰুৱা নিজে কবি হোৱা কাৰণে আৰু এটা কবি-মন সদায় লগত লৈ থকা কাৰণেই নেকি, তেওঁৰ বৰ্ণনাবোৰ যেনে

কাব্যিক হৈছে, তেনেকৈ বৰ্ণনাৰ মাজে মাজে ইংৰাজী, বঙলা আৰু ন-পুৰণি অসমীয়া কবিতাৰ ভালেমান উদ্ধৃতি দিছে। এই উদ্ধৃতিয়ে বৰ্ণনীয় বিষয় বেছি উজ্জ্বল কৰি তোলাৰ লগতে হেম বৰুৱাৰ স্মৃতি শক্তিৰ প্ৰখৰতাৰো প্ৰমাণ কৰে।

(৫) বৰ্ণনাৰ মাজে মাজে উপস্থাপিত ব্যক্তিসকলৰ কথোপকথন দিয়াত বৰ্ণনীয় বিষয় অধিক উজ্জ্বল, বাস্তৱ আৰু মনোগ্ৰাহী হৈ উঠিছে। নাটকীয় গুণ বৰুৱাৰ ভ্ৰমণ-কাহিনীৰ এটি বিশেষত্ব।

(৬) নাৰীৰ কথাই মানুহক সহজে আকৰ্ষণ কৰে কাৰণেই হবলা, অথবা ভ্ৰমণ-কালত বহুতো ছোৱালীক লগ পোৱা কাৰণেই হয়তো বৰুৱাৰ প্ৰায় কেইটা ভ্ৰমণ-কাহিনীতে তেওঁ লগ পোৱা ছোৱালীবোৰৰ ৰূপ-গুণৰ একোটি আভাস পোৱা যায়। তেওঁ যে ছোৱালীৰ কথা বেছিকৈ লিখে এই কথা তেওঁ ধেমালিৰ সুৰত হলেও 'ৰঙা কৰবীৰ ফুল' আৰু 'ইজৰাইল'ৰ পাতনিত ব্যক্ত কৰিছে। অৱশ্যে এইটোও ঠিক যে ছোৱালীৰ কথা কলেই যে কিতাপ বেয়া হ'ল এনে নহয়। তেওঁ 'ৰঙা কৰবীৰ ফুল'ত (পৃঃ ২৪-২৫) ছোৱালাৰ কিছুমান বিশেষ গুণৰ কথাও উল্লেখ কৰিছে।

(৭) বৰুৱাই বহু ঠাইত আকৰ্ষণীয়ভাৱে কবিতা-কবিতা লগা ভাষা বা উপমাৰ প্ৰয়োগ কৰি বিৱৰণ দিয়াত বৰ্ণনীয় বিষয়টো অধিক মনোগ্ৰাহী হৈছে। যেনে,—(ক) "ছিদাৰ গছবোৰ সাধাৰণতে বৰ ওখ নহয়; গছবোৰৰ গাবোৰ লাহী। মূৰত একোটা ঘন পাতৰ কলডিলীয়া খোপা। যেনিবা সৰহীয়া চুলিৰ চপল তনুৰ একনী গাভৰুহে।" (সাগৰ দেখিছা, পৃ. ১০)। (খ) "আমাৰ হাঁহি ছিদাৰ গছৰ খোপাবোৰত কঁপনি তুলি সাগৰৰ বুকুলৈ গৈছিল।" (সা. দে., পৃ. ১১)। (গ) "আকাশৰ পিয়লাটো স্বৰ্ণ আভাসিক্ত

ৰ'দৰ পোহৰেৰে উপচি পৰিছে।" (ৰঙা কৰবীৰ ফুল, পৃ. ১)। (ঘ) বৰুৱাই একাধিক ঠাইত সাগৰ আৰু পৰ্বতৰ মনোৰম চিত্ৰৰ কাব্যিক বৰ্ণনা দিছে : (১) "ঢৌবোৰে কোবেৰে আমাক খেদি আহিছিল। নীলা ঢৌবোৰ পাৰত ঠেকা খাই ভাগি-ছিগি ডোখৰ-ডোখৰ হৈছিল, যেনিবা কিছুমান কাঁচৰ টুকুৰাহে ছিটিকি পৰিছে।" (সা. দে., পৃ. ১৭০)। (২) "কেউপিনে বৰফৰ বহল সাগৰ। এইখন সাগৰ নীলা নহয়; শুভ্ৰ। গাখীৰতকৈও বগা আৰু নতুন গাভৰুৰ বুকুৰ উমতকৈয়ো চেঁচা।" (সা. দে. পৃ. ৯৯)। (৩) "তলত লানি নিছিগা নীল পৰ্বতৰ উৰ্মিমালা। ওখ, চাপৰ, ৰ'দৰ উত্তাপত উম লোৱা পৰ্বতৰ টিংবোৰ। যেন সাগৰৰ বুকুত কিছুমান অতিকায় ঢৌহে। আৰু পৰ্বতৰ গাত আউজি ওলমি থকা গাখীৰৰ ফেন যেন ডাৱৰবোৰ...... ।" (ৰ. ক. ফু., পৃ. ২।)

(৮) বৰুৱাই বিৱৰণবোৰৰ মাজে মাজে লিখা দুই এটা প্ৰাসঙ্গিক কথা সকলো ভ্ৰমণকাৰীয়ে জানি লব পাৰে। যেনে : (ক) "দেশ ভ্ৰমণ আৰু কিতাপ অধ্যয়ন দুয়োটা সমজাতীয় বস্তু। দুয়োটা বস্তুৱে মানুহৰ মনৰ দিগন্ত বিস্তৃত কৰে। কিতাপৰ পাতত মানুহৰ ছবি পোৱা যায়। দেশ-ভ্ৰমণত আচল মানুহ, তেজ-মঙহৰ মানুহৰ সৈতে সম্বন্ধ স্থাপন হয়। তেজ-মঙহৰ মানুহ কিতাপৰ ছবিৰ মানুহতকৈ বহুত সঁচা।" ('মেকং নৈ দেখিলো : জিলিকণি') (খ) "এটা জাতিক বুজিবলৈ হ'লে যিদৰে চকু মেলি ইটো-সিটো সকলো বস্তু—যিমানদূৰ অৱশ্যে সম্ভৱ চাব লাগে, সেইদৰে মাজ-নিশা তেল পুৰি হলেও জাতিটোৰ সম্বন্ধে দুই-চাৰিখন কিতাপো লগে লগে পঢ়িব লাগে।" (সা. দে., পৃ. ৬৬-৭৭)। (গ) "একো-খন দেশ চাবলৈ আহোঁতে সদায় সেই দেশখনৰ বিষয়ে আগতীয়াকৈ কিছুমান কথা জানি অহা উচিত। অন্ততঃ দেশখনৰ সংস্কৃতি আৰু জাতীয় জীৱনৰ বুৰঞ্জী সম্বন্ধে।" (সা. দে., পৃ. ১৮৭)।

এই প্ৰসঙ্গত উল্লেখনীয় যে হেম বৰুৱাই তেওঁৰ ভ্ৰমণ-গ্ৰন্থকেই-খনত অকল নিজে দেখা বা শুনা কথাৰে বিৱৰণ দিয়া নাই, অধ্যয়ন কৰি পোৱা কথাও সন্নিবিষ্ট কৰিছে। সেয়ে কিতাপ-কেইখনৰ মৰ্যদা আৰু এখোপ ওপৰলৈ তুলিছে।

অসমীয়া ভ্ৰমণ-কাহিনী লেখক হিচাপে অসমীয়া সাহিত্যত হেম বৰুৱাৰ স্থান সদায় আগশাৰীত জিলিকি থাকিব। তেওঁৰ ভ্ৰমণ-গ্ৰন্থৰ সংখ্যা যেনেকৈ সৰহ, তেনেকৈ তেওঁৰ ভ্ৰমণ গ্ৰন্থ-কেইখনে অসমীয়া ভ্ৰমণ-সাহিত্যক এটা নতুন দৃষ্টিভঙ্গী দিব পাৰিছে। সেই কাৰণে কব পাৰি, খ্যাতিমান কবি সমালোচক হেম বৰুৱাই আন একো নেলেখি কেৱল ভ্ৰমণ-গ্ৰন্থকেইখনেই লিখি থৈ যোৱা হলেও সাহিত্যিক হিচাপে তেওঁৰ খ্যাতি অসমীয়া সাহিত্যৰ বুৰঞ্জীত চিৰসমুজ্জ্বল হৈ ৰ'লহেঁতেন।

# এছাটি পছোৱা

শ্ৰীযোগেশ দাস

"আজি এই আগলি বতাহে কই গ'ল আহিছে পছোৱা
সাৰথান ধনীৰ ত্বলাল ;
ধন ঢালি মিছা সভ্যতাৰ মিছাৰেই সঁচা বন্দী কৰা
সজা ভাঙ্গি পখীটি ওলাল।"
-ভৱপ্ৰসাদ

মুলকৰাজ আনন্দৰ "কুলী" উপন্যাসৰ বঙলা ভাঙনিখন কিনি মই প্ৰথম পাতটোতে ওপৰৰ কবিতা ফাকি লিখি থৈছিলো। কবিতা ফাকি 'পছোৱা' মাহেকীয়া আলোচনী খনৰ প্ৰথম সংখ্যাৰ প্ৰথম পাতটোৰ মূৰতে মাত্ৰ দুটা দীঘলীয়া শাৰীৰে লিখি ছপাই দিয়া হৈছিল। কব পাৰি যে নতুন আলোচনী খনৰ মূলমন্ত্ৰ স্বৰূপে। "কুলী" খন শ্ৰীহৰি বৰকাকতিৰ ঘৰত (ডুমডুমা) দেখি সম্পাদক হেম বৰুৱাই হেনো হাঁহি মাৰি মন্তব্য কৰিছিল, বতাহে ছুইছেহি তেনে! (ঠিক এই ভাষাত অৱশ্যে নহয়।)

ঘটনা-চক্ৰটো আকস্মিক, সন্দেহ নাই। তথাপি সংযোগটোক অৰ্থপূৰ্ণ নহয় বুলিবও নোৱাৰি। সময়টো স্বাধীনতাৰ ঠিক পৰবৰ্তী কাল। আমি সামাজিক পৰিবৰ্তনৰ আশাৰে উন্মুখ ডেকা লিখক। যশস্বী লিখক মুলকৰাজ আনন্দৰ লেখাত দলিত-পীড়িত জনৰ প্ৰতি আন্তৰিক সহানুভূতিৰ ছাপ স্পষ্ট—আমি তেওঁৰ কুলী, আন্‌টাচেবল, টু লীভছ এণ্ড এ বাড আদি বিচাৰি-খোচাৰি

পঢ়িছো। ডেকা চামৰ নেতা হেম বৰুৱাৰ নতুন ধৰণৰ মাহেকীয়া আলোচনীখনে দেশ-বিদেশৰ ন-ন বতৰা কঢ়িয়াই আনিছে, অসমীয়া সাহিত্যৰ গতানুগতিকতা ভাঙ্গি (সেই কাৰণে পছোৱা বতাহৰ পৰা নামটোও লৈছে ?) তাক ন-ৰূপত সজাবলৈ ওলাইছে, আমাৰ তেনেকুৱা ভাব, ধাৰণা। আমি লেখা পঠিয়াই ৰুদ্ধশ্বাসে বৈ আছো, পছোৱাই ছপাইছে, কি উৎসাহৰ কথা! শ্বেলীৰ দৰে পছোৱাৰ লগতে আমাৰো উৰিবৰ মন। তাতে আমাৰ প্ৰিয় কবি ভৱপ্ৰসাদ ৰাজখোৱাৰ মিঠা মিঠা, বাছকবনীয়া শব্দৰ ক্ষীপ্ৰগতি ভাষাৰ এনে অৰ্থপূৰ্ণ পংক্তি এটা পাই 'কটেশ্যন্' কৰি তুলি নিদিয়াকৈ থাকিব পাৰোনেকি ?

হেম বৰুৱাক সাংবাদিক ৰূপে বৰকৈ গণ্য কৰা দেখা নাযায়। বোধহয় ৰাইজৰ মনত তেওঁৰ জননেতা আৰু সাহিত্যিক ৰূপ দুটাই তেওঁৰ সেই দিশটো উজলি উঠিবলৈ দিয়া নাছিল। পছোৱা খন বেছি দিন বৰ্তি নথকা- কাৰণেও সেইটো হব পাৰে। কিন্তু এই আলোচনী খনৰ জৰিয়তে তেওঁ অসমীয়া আলোচনীৰ এটা নতুন, বিশিষ্ট গঢ় দিবলৈ চেষ্টা কৰিছিল। সম্পাদকীয় প্ৰবন্ধ নোহোৱাকৈয়ে পছোৱাই নিজস্ব দৃষ্টিভঙ্গী এটাৰ প্ৰভাৱ অনুভৱ কৰাইছিল। দেশ-বিদেশৰ সাহিত্য-সংস্কৃতিৰ নতুন নতুন প্ৰচেষ্টাসমূহৰ পৰিচয়েৰে আমাৰ নতুন সমাজৰ মানসিকতাৰ গঢ় দিবলৈ যত্ন কৰিছিল। যুদ্ধোত্তৰ আৰু স্বৰাজোত্তৰ যুগৰ আশা-আকাঙ্ক্ষাৰ প্ৰকাশ দিবলৈ চেষ্টা কৰিছিল। সমাজবাদৰ আদৰ্শ প্ৰচাৰ কৰিছিল, যি আদৰ্শ লাহে লাহে নতুন ভাৰতৰ ৰাজনৈতিক আদৰ্শত পৰিণত হৈ আহিল। বহুতেই নাজানে যে হেম বৰুৱাই দৈনিক 'অসমীয়া' কাকতত নাম নিদিয়াকৈ প্ৰবন্ধ-পাতি লিখি দিছিল; তেওঁৰ বিশিষ্ট বন্ধু শ্ৰীদেৱকান্ত বৰুৱাই সম্পাদনা কৰা 'অসমীয়া'ৰ কাৰ্য্যালয়লৈ তেওঁ প্ৰায়েই গৈছিল। ইংৰাজী-অসমীয়া

বাতৰি কাকতবিলাকত তেওঁৰ ভালেমান প্ৰবন্ধ প্ৰকাশ হৈছিল। 'ষ্টেটছমেন' প্ৰমুখ্যে ভাৰতৰ বিশিষ্ট পত্ৰিকাই প্ৰবন্ধ-পাতি লিখিবলৈ তেওঁক আমন্ত্ৰণ জনাইছিল। হেম বৰুৱাই আমাৰ আগত মত প্ৰকাশ কৰিছিল যে আজিকালিৰ লিখা-মেলাৰ ওপৰত জাৰ্ণেলিজমৰ বিশেষ প্ৰভাৱ পৰিছে, আজিৰ লেখা জাৰ্ণেলিষ্টিক হৈ পৰিছে। 'অসম বাতৰি' কাকতলৈ চিঠিৰ আকাৰত লিখা প্ৰবন্ধবিলাক (পিছত 'ডাক-পখিলী' গ্ৰন্থত সংকলিত) তেওঁৰ এনে ৰচনাই আছিল। জীৱনৰ শেষৰ ফালে হেম বৰুৱাই গুৱাহাটীৰ পৰা নতুনকৈ প্ৰকাশিত ইংৰাজী 'আসাম এক্সপ্ৰেছ'ৰ প্ৰথম সম্পাদকৰ বাব গ্ৰহণ কৰি সম্পূৰ্ণ সাংবাদিকৰ ৰূপত দেখা দিছিল। এইখন কাকতৰ সম্পাদকীয় স্তম্ভত তেওঁৰ বিশিষ্ট ইংৰাজী ৰচনাৰ স্পষ্ট ছাপ বৈ গৈছিল। গতিকে তেওঁৰ সংবাদসেৱাৰ দিশটোক একেবাৰে অস্বীকাৰ কৰি যোৱা টান।

'পছোৱা' মাত্ৰ এবছৰহে ওলাইছিল, ১৯৪৮ চনৰ জুন মাহৰ পৰা ১৯৪৯ চনৰ মে' মাহলৈ, মুঠ সংখ্যা ওলাইছিল ১০ টা মাত্ৰ— তাৰে এটা অলপ বুজন আকাৰত বিহু-সংখ্যা ৰূপে। কিন্তু তথাপি আলোচনীখনে কেবাটাও দিশৰ পৰা আধুনিক অসমীয়া সাহিত্যত নিজৰ স্বাক্ষৰ থৈ গ'ল। আলোচনীখনৰ বিষয়ে ইতি-পূৰ্বে প্ৰকাশিত দুটি মন্তব্য ইয়াতে উদ্ধৃত কৰা হ'ল। এটা আমাৰ নিজৰে বক্তব্য: "যদিও 'ৰামধেনু' মাহেকীয়া আলোচনীয়েই যুদ্ধোত্তৰ যুগৰ অসমীয়া মানসিকতাক সাহিত্যৰ যোগেদি প্ৰকৃষ্ট-ভাৱে প্ৰকাশ দিয়ে, তথাপি যিহক প্ৰকৃততে আধুনিক ধাৰা বুলিব পাৰি তাৰ সূচনা কৰে মাহেকীয়া 'পছোৱা' আলোচনীয়েহে। শ্ৰীহেম বৰুৱা সম্পাদিত পছোৱাৰ প্ৰকাশ আৰম্ভ হয় ১৯৪৮ চনৰ জুন মাহত, আৰু ই মাত্ৰ এবছৰ জীয়াই থাকে। এই এটা বছৰতে এই আলোচনীখনে কেবাটাও বৈশিষ্ট্য আনি দিয়ে: নানান

চিন্তাশীল বিদেশী-বিভাষী প্ৰবন্ধৰ অনুবাদ, লেখকলৈ বঁটা-পাৰি-শ্ৰমিক দান, 'জয়ন্তী'য়ে কমলনাৰায়ণ দেৱৰ নেতৃত্বত প্ৰবৰ্তন কৰা নতুন কবিতাক এটা স্থৈৰ্য্য দান। সম্পাদক বৰুৱা নিজেই জয়ন্তীৰ কবিতা আন্দোলনৰ কেন্দ্ৰ-স্থলত আছিল; তেওঁ পৰবৰ্তী ৰামধেনুৰ লগতো সম্বন্ধ ৰক্ষা কৰি আছিল; ৰামধেনুৱে পছোৱাই কাটি দিয়া বাটেৰেই আগুৱাই যায় বুলিব পাৰি।" ("মধ্যবিংশ শতিকাৰ অসমীয়া সাহিত্য", ১৯৭৪)

দ্বিতীয়টি মন্তব্য শ্ৰীনন্দ তালুকদাৰৰ সদ্য প্ৰকাশিত "হেম বৰুৱা" গ্ৰন্থৰ (১৯৭৮) পৰা তুলি দিয়া হৈছে: "প্ৰগতিশীল সাহিত্য সৃষ্টিত 'পছোৱা' আলোচনীৰ বৰঙণি অনন্য। সাম্প্ৰতিক যুগৰ ভালেকেইজন লব্ধপ্ৰতিষ্ঠ কবি-সাহিত্যিকৰ জন্ম আৰু বিকাশ পছোৱা আলোচনীৰ জৰিয়তে। জয়ন্তীৰ পিছত আধুনিক কবি-তাৰ জয়যাত্ৰা সূচনা 'পছোৱা' আলোচনীৰ পাততে। ৰামধেনুৰ জন্ম ইয়াৰ পিছত। অকালতে মৃত্যু বৰণ কৰিলেও পছোৱা আলোচনীখনে নতুনৰ বাৰ্তা বহন কৰিব পাৰিছিল।" এইবিলাক ধাৰণাৰ সাৰবত্তা বোধহয় সমকালীন কোনো পাঠকেই দুই কৰিব নোৱাৰে। এই কাৰণেই যুদ্ধোত্তৰ যুগৰ অসমীয়া সাহিত্যৰ গতি-প্ৰকৃতি নিৰ্দ্ধাৰণ কৰাত এই আলোচনীখনৰ বিশেষ ভূমিকা আছিল বুলিও স্বীকাৰ কৰিব লাগিব।

সৰ্বশ্ৰী চক্ৰেশ্বৰ ভট্টাচাৰ্য্য, নৱকান্ত বৰুৱা, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য, বীৰেন বৰকটকী, হৰি বৰকাকতি, নলিনীধৰ ভট্টাচাৰ্য্য, হোমেন বৰগোহাঞি, কমল নাৰায়ণ চৌধুৰী, বিদ্যাকান্ত হাজৰিকা, ঘনকান্ত চেতিয়া ফুকন, ৰবীন গোহাঁই, স্বৰ্ণ বৰুৱা (হেম বৰুৱা) আদিৰ কবিতা আলোচনীখনত ওলাইছিল। এইসকল ডেকা কবিৰ ভালেমানেই যে ৰামধেনুৰ কালত বিশেষ প্ৰতিষ্ঠা লাভ কৰি নতুন কবিতাৰ আন্দোলনত সক্ৰিয় ভূমিকা গ্ৰহণ কৰিছিল এই

কথা আজি বুৰঞ্জী হৈ গৈছে। এই কালৰ পৰা চাবলৈ গলে সুপ্ৰতিষ্ঠিত বৰ্তমান যুগলৈ উত্তৰণৰ নিমিত্তে পছোৱাই কটকটীয়া সাকোঁৰ কাম কৰিছিল বুলি কব লাগিব। কিয়নো জয়ন্তীৰ যোগেদি কমলনাৰায়ণ দেৱ আৰু চক্ৰেশ্বৰ ভট্টাচাৰ্য্যই নতুন কবিতা আন্দো-লনৰ পাতনি মেলিছিল, তাৰ সৈতে হেম বৰুৱা নিজেও জড়িত আছিল। ৰামধেনুৰ সকল কবি-গোষ্ঠীয়ে নতুন কবিতাক যি দিশ আৰু প্ৰকৃতি প্ৰদান কৰিলে তাৰ ৰূপ জয়ন্তীৰ কবিতাতকৈ বেলেগ হ'ল। •এই পৰিবৰ্তন, এই উত্তৰণত প্ৰধান ভূমিকা ললে পছোৱাই। পছোৱাই দৰাচলতে নতুন কবিতাক এটা স্থিৰতা, এটা দৃঢ়তা দিলে বুলি কব লাগিব। উল্লেখ কৰি যাব পাৰি যে পছোৱা বন্ধ হবৰ বাৰ বছৰমান পিছতহে ৰামধেনু আলোচনীখন এক বিশিষ্ট ৰূপত ওলাবলৈ আৰম্ভ কৰে। গতিকে এই কবিতাক হেম বৰুৱাই নিজে ভালেখিনি নেতৃত্ব দি আগুৱাই নিয়াৰ উপৰি ইয়াক প্ৰতিষ্ঠা দিবৰ কাৰণেও পছোৱাৰ যোগেদি হাতে-কামে লাগি দিছিল।

গল্প-বিভাগত আমি এইসকল লিখকৰ নাম পাওঁ—সৰ্বশ্ৰী দীন শৰ্মা, চৈয়দ আব্দুল মালিক, কীৰ্তিনাথ হাজৰিকা, বীৰেন্দ্ৰকুমাৰ ভট্টাচাৰ্য্য, কুল গগৈ, পজিৰুদ্দিন আহমদ, হৰি বৰদলৈ, প্ৰবোধ গোস্বামী, চন্দ্ৰপ্ৰসাদ শইকীয়া, আনন্দেশ্বৰ বৰঠাকুৰ, যোগেশ দাস ইত্যাদি। শ্ৰীগগৈয়ে ইয়াতে এজন কনিষ্ঠ গল্পকাৰ ৰূপে বিশেষ সম্ভাৱনা দেখুৱাইছিল। আব্দুল মালিক দেৱে নতুন টেক্‌নিকৰ মনোৰম গল্প লিখি পছোৱাৰ পাঠকবৰ্গক চমক খুৱাইছিল, আৰু পোন প্ৰথম সংখ্যাত প্ৰকাশিত তেওঁৰ "সিহঁতে নতুন পথ ৰচে" গল্পটোৰ কাৰণে "পছোৱাৰ তৰফৰ পৰা এখনি ১০৲ দহ টকীয়া 'চেক' উপহাৰ" পাইছিল। এই কথা ঘোষণা কৰাৰ প্ৰসঙ্গতে পৰিচালকসকলে পাঠক-পাঠিকাসকলৰ পৰাও পছোৱাত প্ৰকাশিত ৰচনা ৰাজিৰ গুণাগুণ সম্বন্ধে মতামত আহ্বান কৰিছিল। এই-

সকল গল্পকাৰৰ কিমানে পৰবৰ্ত্তী ৰামধেনু যুগত অসমীয়া গল্প-সাহিত্যৰ পৰিধি বিস্তৃত কৰিলে আৰু গভীৰতা দান কৰিলে এই কথা সকলোৱে জানে।

'আলোচনা', 'ভাঙনী', 'ৰাজনীতি-অৰ্থনীতি-সমাজনীতি', 'পুথি আলোচনা', 'ৰঙিয়াল ঘৰ' ইত্যাদি বিশেষভাৱে প্ৰস্তুত হেডিং-ব্লকৰ তলত ন-ন সাহিত্যৰ শিতান পছোৱাই মুকলি কৰিছিল। ইয়াৰ ভিতৰত পুথি-আলোচনা আৰু ৰঙিয়াল ঘৰৰ আলোচনা-বিলাক বিশেষ উচ্চ খাপৰ আৰু অনুপ্ৰেৰণামূলক হৈছিল। কাৰণ সম্পাদকে একোখন বিশিষ্ট গ্ৰন্থৰ দীঘলীয়া, পাণ্ডিত্যপূৰ্ণ পৰিচয়-মূলক আলোচনা দাঙি ধৰাইছিল; আৰু নাট্য-জগৎ তথা সাং-স্কৃতিক আন্দোলনৰ বিষয়েও তেনেকুৱা প্ৰবন্ধ-পাতিকে যুগুতাই দিয়া হৈছিল। এইবিলাক আলোচনাই যে সাধাৰণ পাঠক শ্ৰেণীক নানান নতুন সম্পদৰ যোগান ধৰিছিলেই, লগে লগে আমাৰ ভাষাত পাব নোৱাৰা ন-ন ৰসৰ সন্ধানো দিছিল। আমাৰ ভাষাত পাব নোৱাৰা বিষয়ৰ সম্পৰ্কত এই আলোচনীৰ ভাঙনিবিলাকে বিশেষ বৰঙণি যোগাইছিল। ভাঙনি প্ৰকাশৰ প্ৰসঙ্গত কব লগা হয় যে সম্পাদকে মৌলিক ৰচনাৰ অভাৱতে, ঘাইকৈ তেওঁৰ গুৰু ডঃ কাকতিৰ পৰামৰ্শ অনুযায়ী, দেশী-বিদেশী বিবিধ ৰচনাৰ পৰা অনুবাদ কৰিব আৰু কৰাব লগা হৈছিল। ষষ্ঠ সংখ্যাত প্ৰকাশিত গোহাৰিত সম্পাদকে লিখিছিল:

"প্ৰবন্ধ, গল্প, কবিতা আদিৰ অভাৱত 'পছোৱা' চলোৱা বৰ টান হৈ পৰিছে। আমি আন ঠাইৰ পৰা সৰহীয়াকৈ ভাঙি দিবলৈ বেয়া পাওঁ। অন্ততঃ 'পছোৱা'ৰ অধিকাংশ বস্তু আমাৰ লেখক-লেখিকাৰ পৰা পাবলৈ আমি আশা কৰো। অসমত শিক্ষিত সমাজ বাঢ়ি আহিছে। আমি তেখেতসকলক অনুৰোধ জনাওঁ যাতে তেখেতসকলৰ বাছকবনীয়া ৰচনাৰে আমাৰ কাকতৰ

শোভা বঢ়ায়।”

মুলকৰাজ আনন্দ, বাৰট্ৰাণ্ড ৰাছেল, আৰ্নষ্ট টলাৰ, ৰীকহাম ষ্টীড, এমিল বাৰ্ন চ, তিঙ্ লিঙ্, চিচিল ডে লুইচ, হৰপ্ৰসাদ শাস্ত্ৰী, প্ৰেম চন্দ, নৰেন্দ্ৰ দেৱ, জৱাহৰলাল নেহৰু, মোপাছা, এডৱৰ্জনী আজমাজভ, মহাত্মা গান্ধী, জয়প্ৰকাশ নাৰায়ণ, পাৰ্ল বাক আদিৰ ৰচনাৰ পৰা নানান ধৰণৰ লেখা অনুবাদ কৰি প্ৰকাশ কৰা হৈছিল—অনুবাদত ডঃ প্ৰফুল্লদত্ত গোস্বামী আৰু শ্ৰীনৰেন শৰ্মাৰ নাম উল্লেখযোগ্য। বিভিন্ন ইংৰাজী পত্ৰিকাৰ বহু বহু ৰচনাও অনুবাদ কৰি দিয়া হৈছিল—সেইবিলাকত লিখকৰ নাম নাই। চীনা আৰু জাপানী কবিতাৰ ভাঙনিখিনি বিশেষভাৱে উল্লেখযোগ্য, কিয়নো জাপানী কবিতাই পিছলৈ আমাৰ কেইজনমান ডেকা কবিক বিশেষৰূপে প্ৰভাৱিত কৰা দেখা যায়। এইবিলাক অনুবাদে সৰ্বসাধাৰণ অসমীয়া পাঠকক বিশ্ব-সাহিত্যৰ একোটা আভাস দিছিল। আজিও আমাৰ ভাষাত বিশ্বৰ বিভিন্ন ভাষাত কি কি হৈছে তাক সহজভাৱে জানিবৰ কাৰণে কোনো বিশিষ্ট আলোচনী নাই। এজন সাধাৰণ অসমীয়া পঢ়ুৱৈয়ে কেৱল অসমীয়াতে পঢ়ি বিশ্ব-সাহিত্যৰ এটা আভাস আৰু অলপ সোৱাদ লোৱাৰ তেনে কোনো ভাল সুবিধা নাই। পছোৱাই হলে এই দিশত ভালেখিনি কাম কৰিবলৈ চেষ্টা কৰিছিল। যুদ্ধখনে আমাৰ মাজলৈ যি বিৰাট পৰিবৰ্তন আনিলে তাৰ পৰিপ্ৰেক্ষিতত আমাৰ মনৰ দিগন্ত আগতকৈ বহল কৰি লবৰ প্ৰয়োজন হ'ল। স্বাধীন ভাৰতত বাজ্যিক ভাষাবিলাকৰ গুৰুত্ব বাঢ়ি আহিল। এই দুটাক দৃষ্টিকোণৰ পৰাও পছোৱাৰ প্ৰবন্ধ-পাতিয়ে সমুচিতভাৱে অসমীয়া পঢ়ুৱৈসকলক সহায় কৰিছিল।

যিসকলে মৌলিক, গধুৰ প্ৰবন্ধ-পাতি পছোৱাত লিখিছিল তেওঁলোকৰ ভিতৰত উল্লেখযোগ্য ডঃ মহেশ্বৰ নেওগ, ডাঃ হৰনাথ

বৰদলৈ, ডঃ প্ৰফুল্লদত্ত গোস্বামী, শ্ৰীসদা চলিহা, শ্ৰীউমা শৰ্মা ইত্যাদি—হেম বৰুৱাই নিজেই ভালেমান প্ৰবন্ধ লিখিছিল। প্ৰখ্যাত কথা-শিল্পী শ্ৰীৰমা দাশ আৰু নবীন গল্পকাৰ শ্ৰীমেদিনী চৌধুৰীৰ এটিকৈ কবিতাও পছোৱাত ওলাইছিল।

সমাজবাদক ৰাজনৈতিক আদৰ্শ ৰূপে হেম বৰুৱাই কংগ্ৰেছৰ লগত স্বাধীনতা আন্দোলনত জড়িত থাকোতেই গ্ৰহণ কৰিছিল। তেওঁৰ আলোচনীত যে এই দৃষ্টিকোণৰ পৰা সামাজিক-অৰ্থনৈতিক বিশ্লেষণ থাকিব সেইটো নিতান্তই স্বাভাৱিক কথা। সেই বাবে পছোৱাত এই দৃষ্টিভঙ্গীৰ পৰা কৰা আলোচনা-বিলোচনাই প্ৰায় প্ৰতি সংখ্যাতে ঠাই পাইছিল। এনে ধৰণৰ প্ৰবন্ধ-পাতি হয় ভাঙনি কৰি নহয় মৌলিকভাৱে লিখাই তেওঁ প্ৰকাশ কৰিছিল। নৰেন্দ্ৰ দেৱ, জয়প্ৰকাশ নাৰায়ণ, অশোক মেহতা আদিৰ অনুবাদৰ উপৰি উমা শৰ্মা, অজিত শৰ্মা, আনন্দেশ্বৰ বৰঠাকুৰ, ভূপেন্দ্ৰ চৌধুৰী আদিয়ে এই দৃষ্টিকোণৰ পৰা আলোচনা কৰি মৌলিক প্ৰবন্ধ লিখিছিল। নলিনী ভট্টাচাৰ্য্য, বীৰেন ভট্টাচাৰ্য্য, ভৱপ্ৰসাদ ৰাজখোৱা আৰু আনন্দিৰাম দাসে মানুহৰ জয়গান গাই, শোষণৰ অন্ত পৰিল বুলি ধ্বনি দি কবিতা লিখিছিল। মুলকৰাজ আনন্দ আৰু প্ৰেম চন্দৰ গল্প যে অনুবাদ কৰি প্ৰকাশ কৰা হৈছিল তাকো এই দৃষ্টিভঙ্গীৰ পৰাই কৰা হৈছিল।

যিসকল নতুন পাঠকে পছোৱা দেখা নাই তেওঁলোকে ওপৰৰ আলোচনাৰ পৰা অনুমান কৰিব পাৰিব যে এই আলোচনী খনৰ এটা বিশেষ গুৰুত্ব আছিল; আলোচনী খন ভালেমান বছৰ চলি থকা উচিত আছিল। কিন্তু দুখৰ বিষয় যে আলোচনী খন মাত্ৰ এটা বছৰহে জীয়াই থাকিল। আধুনিক অসমীয়া সাহিত্যলৈ যেন মাত্ৰ এছাটি পছোৱাহে বৈ আহিছিল। কি কাৰণে পছোৱা বন্ধ হৈ গ'ল সেইটো অৱশ্যে অনুমান কৰি লোৱা টান নহয়।

আৰ্থিক অসচ্ছলতা সকলো অসমীয়া আলোচনীৰে অকাল মৃত্যুৰ কাৰণ। সম্পাদক হেম বৰুৱাই ইয়াৰ আভাস এটাও এঠাইত দি গৈছে। যি নহওক আলোচনী খনে এটা স্পষ্ট পথৰ সন্ধান দি যাবলৈ সমৰ্থ হৈছিল, যি পথেদি পৰবৰ্তী অসমীয়া সাহিত্যই গতি লৈছে আৰু আজি সি জগৎ সভাত বাট হেৰুৱাই ফুৰিব লগীয়া হোৱা নাই। হেম বৰুৱাই কবিতাত নতুন ধৰণে কথ্য ভঙ্গীক স্থান দি অভিনৱত্ব কৰি দেখুৱাইছিল; তেওঁ গতানুগতিক পদ্ধতিৰে আলোচনী সম্পাদন নকৰি এক নতুন পদ্ধতিৰে সেই কাম কৰিও অভিনৱ স্বাদৰ যোগান ধৰিলে। 'জানো মই গতি নাই গতিৰ বাহিৰে' বুলি কবলৈ ভাল পোৱা মানুহ জনে গতিশীলতাৰেই এইদৰে নতুন নতুন কাম কৰি দেখুৱাইছিল।